হাস্য-ব্যঙ্গাত্মক ৰম্য ৰস ভৰা

# বহুবল্কীৰ মেল

ড° ৰোহিণী কুমাৰ বৰুৱা

চন্দ্ৰ প্ৰকাশ

পাণবজাৰ, গুৱাহাটী-১

'Bahubalkir Mel', A book containing 23 essays on the burning issues of Assam written by Dr. Rohini Kr. Baruah, tinged with prolific satirical and humourous dissertation and published by Rajendra Mohan Sarma on behalf of Chandra Prakash, Panbazar Guwahati-1.

---

প্ৰকাশকঃ শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১
দূৰভাষ : ২৫১১৯৪৬

প্ৰথম প্ৰকাশ : ২০০৮ চন।

বেটুপাত : উৎপল বৰা

মূল্য : ৮৫.০০ টকা

ডি. টি. পি. : বাজু কম্পিউটাৰ চিষ্টেম
পল্টন বজাৰ, গুৱাহাটী - ৮

মুদ্ৰকঃ কমটন প্ৰিণ্টাৰ্ছ ইণ্ডিয়া
ইণ্ডাষ্ট্ৰিয়েল ইষ্টেট
বামুণীমৈদাম, গুৱাহাটী-২১

# উছৰ্গা

বিদগ্ধ পণ্ডিত, গৱেষক, সাহিত্য সমালোচক,
সাহিত্যিক ড° হীৰেণ গোঁহাইৰ হাতত—
অশেষ শ্ৰদ্ধাৰে—

ড° ৰোহিণী কুমাৰ বৰুৱা

## লেখকৰ দু-আষাৰ

হাস্য-ব্যঙ্গ ৰস সৃষ্টিকাৰী এলানি ৰম্য ৰচনা লিখিবলৈ অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি তথা সাপ্তাহিক কাকত 'অভিমত'ৰ সম্পাদক ড° লক্ষীনন্দন বৰাদেৱে তাগিদা দিয়াত অসমীয়া জন-জীৱনৰ মৌলিক দিশ সমূহ সামৰি মুঠতে ২৪ টা প্ৰবন্ধ লিখিছিলোঁ। ইয়াৰ এটাৰ বাহিৰে আন আটাইবোৰ ৰচনাই উক্ত কাকতত প্ৰকাশ পাইছে। সুহৃদ পাঠকৰ উৎসাহজনক সঁহাৰি আৰু কেবাগৰাকী শুভাকাংখীৰ পৰামৰ্শ ক্ৰমে ৰচনালানি কিতাপ আকাৰত প্ৰকাশ কৰাৰ উদ্‌গণি লভিলোঁ।

হাস্য ব্যঙ্গাত্মক ৰচনা ৰাজিত অসম আৰু অসমীয়াৰ জ্বলন্ত সমস্যাৰাজিৰ অন্তৰ্ভুক্তি আৰু সেইবোৰৰ সুক্ষ্ম বিশ্লেষণ কৰা হৈছে ৰসৰ সৃষ্টিৰে। সমস্যা ৰাজিয়ে সামৰি লোৱা কেইটামান মৌলিক দিশৰ ভিতৰত আছে, 'অসমীয়া'ৰ সংজ্ঞা বিভ্ৰান্তি, মৃত্যুমুখী গুৱাহাটীৰ শ্ৰাদ্ধ অনুষ্ঠান, অসমীয়া বন্ধ-সংস্কৃতিৰ ৰসালাপ, ভেঁজাল খাদ্য নাখালে হোৱা অসুস্থতা, মাফিয়া প্ৰবঞ্চক সকলৰ পৰা ঈশ্বৰে ভেটী খোৱা, অসমীয়াৰ সময়ানুবৰ্ত্তিতাৰ অনুপলব্ধি, বিদেশী 'সংখ্যালঘু'ৰ ৰাজনীতি, অৰ্ধডাক্তৰ, কোৱাৰ্টাৰ ডাক্তৰৰ সৃষ্টি, সৰ্ব শিক্ষা অভিযানৰ খিচিৰিৰ ৰসালাপ, বাৰ্ধক্য সংবাদ, নিৰ্বাচন ৰসালাপ ইত্যাদি। সেইদৰে বৰ্তমানৰ যুৱ প্ৰজন্মৰ অধঃপতন গুৱাহাটীৰ বানপানী, গৃহকন্দলৰ ৰসালাপ, কলিংবেলৰ উৎপীড়ন, ৰাজহুৱা স্থানত মূত্ৰকাণ্ডৰ ৰহস্যালাপ, চিটি বাছত মহিলাৰ প্ৰতি কৰা অশালীন আচৰণৰ ৰসালাপ, টেলিফোনৰ মৃত্যু বেদনা ইত্যাদি ইত্যাদি বিষয় বস্তুৱেও ৰসালাপত স্থান পাইছে।

পৰিতাপৰ কথা যে অসমীয়াৰ বন্ধ সংস্কৃতি এক মাৰাত্মক জাতীয় ব্যাধিত পৰিণত হৈছে। 'বন্ধ' বুলিলেই সকলো বন্ধ। কিন্তু বানপানী, ভূমিকম্পৰ দৰে প্ৰাকৃতিক দুৰ্যোগ অথবা অসমীয়াৰ বেমাৰ-আজাৰবোৰো বন্ধৰ দিনত বন্ধ হয়নে? এই সমস্যাৰাজিৰ ৰং আৰু ৰূপ কি? উৎপত্তিৰস্থল ক'ত? ইয়াৰ বাবে দায়ী কোন? নাগৰিকসকল, পৌৰকৰ্তৃপক্ষ, চৰকাৰ নে অসমীয়া জাতি? সমাধানৰ কিবা উপায় আছে নে? চৰকাৰ, পৌৰ কৰ্তৃপক্ষ আৰু নাগৰিকসকলৰ ভূমিকা কি? গ্ৰন্থখনিত সেইখিনিকে ব্যঙ্গাত্মক ৰস সানি ৰম্য ৰচনা ৰূপে আলোচনা কৰা হৈছে।

আশা কৰোঁ, কিতাপখনে সুহৃদ পাঠকৰ পৰা সঁহাৰি লাভ কৰিব।

কিতাপখন প্ৰকাশৰ দায়িত্ব লোৱা বাবে চন্দ্ৰ প্ৰকাশৰ স্বত্বাধিকাৰী শ্ৰীযুত ৰাজেশ্বৰ শৰ্মাৰ প্ৰতি চিৰকৃতজ্ঞ হৈ ৰ'লোঁ। কিতাপখন ডি.টি.পি. কৰোঁতে মিনিয়ন অফ্‌ছেট প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীপ্ৰফুল ৰাজকুমাৰ আৰু ধনৰ প্ৰতিও মোৰ কৃতজ্ঞতা থাকিল।

ছপাৰ ভুল আঁতৰাবলৈ যতপৰোনাস্তি চেষ্টা কৰা সত্বেও একেবাৰে ভুল মুক্ত হ'ল বুলি ক'ব নোৱৰাৰ অনুতাপ থাকি গ'ল। গঠনমূলক পৰামৰ্শৰে ভুল-ত্ৰুটিখিনি আঙুলিয়াই দিলে সুহৃদ পাঠকসকলৰ প্ৰতি চিৰকৃতজ্ঞ হৈ ৰ'ম। ইতি

৫, পিনাকী পথ
জু-নাৰেঙ্গী তিনিআলি,
গুৱাহাটী-৭৮১০০৩

ড° ৰোহিণী কুমাৰ বৰুৱা

# সৰস আত্মজ্ঞান

বিনোদনধৰ্মী দুবিধেই ৰচনা সাধাৰণতে পঢ়িবলৈ আছে। এবিধ হাস্য ব্যঙ্গৰ আৰু আনবিধ উচ্চপৰ্য্যায়ৰ শৈলীৰ। দুয়োবিধেই ৰম্য কথা সাহিত্য। ড° ৰোহিণী বৰুৱা এজন সিদ্ধহস্ত লিখক। তেখেতে হাস্য-ব্যঙ্গৰ এমুঠি লেখাৰে এই ৰম্য ৰচনাৰ কিতাপখন যুগুতাইছে। তেখেতৰ এই ৰচনাসমূহ মূলতঃ এবিধ সাংবাদিক ৰচনা। সাংবাদিক ৰচনাবোৰ ভাবপ্ৰধান হোৱাতকৈ অধিক পৰিমানে বস্তুগত আৰু বাস্তৱ বিষয়ক হয়। সাংবাদিক ৰচনা বুলিলে অপেক্ষাকৃত শুকান হোৱাৰ দোষে স্বেৰে যদিও ড° বৰুৱাই ৰচনাবোৰৰ বিষয় আৰু কথনকলাৰে প্ৰতিটো পংক্তিকে ৰসাল কৰাই নহয়, তাৰ ক্ৰম অনুসৰণ কৰিবলৈ উৎকণ্ঠিত কৰি নিছে। ৰচনাবোৰ পঢ়িলে একে আষাৰতে কৃপাবৰ বৰুৱা আৰু লম্বোদৰৰ সংবাদলৈ মনত পেলাই দিয়ে। বৰবৰুৱাৰেই কথাৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায় কিতাপখনৰ মূল ভাষ্যসাৰ বহুবৰুৱীৰ মুখতো। বহুবৰুৱী কিন্তু আচলতে কথা চহকী নহয়। বৰঞ্চ কব পাৰি আত্মসমালোচক আৰু নিজকে বিদ্ৰূপ কৰিব পৰা আত্মানুসন্ধানকাৰী বুলিহে। এনে বহুবোৰ ভাষ্য প্ৰখৰ বুদ্ধিদীপ্ত আৰু ৰসাল হৈ উঠিছে। ইয়াৰ দুটামান উদাহৰণতেই ড° বৰুৱাৰ কলমতো কৃপাবৰী সংবাদৰ সগুণ, প্ৰতিধ্বনি আকৌ এবাৰ শুনিবলৈ পোৱাৰ আনন্দ পোৱা যাব। লগতে নিজৰ গাত চিকুটি চোৱাবো।

বহুবৰুৱীয়ে অসমীয়াৰ সংজ্ঞা এনেদৰেই দিছেঃ মই পাচলি-কণীৰ বেপাৰ নকৰোঁ, ঠেলা ৰিক্সা নচলাওঁ। বাংলাদেশীক ঘৰৰ কামত লগাওঁ। অৱশ্যে পিয়নৰ কামটো হ'লে মোৰ পচন্দৰ কাম। সেইদৰে আকৌ কৈছেঃ 'অসমীয়াৰ বন্ধৰ বাবে কোনো কাৰণৰ আৱশ্যক নাই। সেই মৌ ৰবৰা শব্দ দুটা অসমীয়া মানুহৰ কাণত পৰিলেই বন্ধ হৈ গল।' আন এখন ৰচনাত কৈছে এনেদৰেঃ "ছিঃ ছিঃ। তাৰ মানে মাষ্টৰে ভাত ৰান্ধে, চৌকা খান্দে, পানী কঢ়িয়ায়।....... তাৰ মানে পঢ়োৱাৰ বাহিৰে আন সকলো কামকে কৰে। এতিয়া বুজিলোঁ ইয়াৰ নাম উচিত ভাবেই সৰ্বশিক্ষা অভিযান ৰখা হৈছে। মানে মাষ্টৰে জীৱনত নোপোৱা সকলো শিক্ষা একো বাকী নৰখাকৈ পোৱাৰ ব্যৱস্থা আছে। কিমধকম্ ইতি।" এনে বহুবোৰ সংলাপমূলক সাংবাদিক উপাদেয় ৰচনাৰে সমৃদ্ধ এই পুথিখনে পঢ়ুৱৈ মাত্ৰকে সৰস আত্মজ্ঞানো দিব বুলি বিশ্বাস কৰোঁ। লিখকলৈ শুভকামনাৰে—

তিলক হাজৰিকা

# সূচীপত্ৰ

# অসমীয়াৰ জাতীয় বিভ্ৰান্তিঃ 'অসমীয়া কোন?'

বাতিপুৱা বাতৰি-কাকতখন মেলিলেই মূৰটো গৰম হৈ যায়। নহ'বনো কিয়? হ'ল বুলি এই পাপ কথাবোৰ নো কিমান শুনি থাকিম? এনে এটা দিন যোৱা নাই, যিদিনা হত্যা, ধৰ্ষণ, অপহৰণ, ডকাইতি, লুটমাৰ আৰু দুৰ্নীতিৰ দৰে জঘন্য অপৰাধৰ দুৰ্গন্ধময় বাতৰিয়ে কাকতৰ পৃষ্ঠাবোৰ অপবিত্ৰ কৰা নাই। উগ্ৰপন্থীৰ সমস্যা, বাংলাদেশীৰ অনুপ্ৰৱেশৰ সমস্যা, নতুনকৈ আমদানীকৃত যৌতুক দাহৰ সমস্যা ইত্যাদি।

সমস্যাৰ আদি নাই, আহকালৰ অন্ত নাই। আচলতে এইবোৰ হ'ল জাতীয় কৰ্কট, যাৰ নাই নিৰাময়। গতিকে, অসমীয়া জাতিটোক নিতৌ নতুন নতুন সমস্যাই জুমুৰি দি ধৰিছে যেন অসমত ঘোৰ কলিকালৰ পূৰ্ণ পয়োভৰ। নৱগ্ৰহৰ জ্যোতিষী পণ্ডিত এজনৰ মতে হেনো অসমীয়াসকলক "ত্ৰিপাপে" চুইছে। ৰাহু, কেতু, শনিৰ সমন্বিত কু-দৃষ্টি। তাতে গুৰু বৃহস্পতিও নিৰ্ব্বিকাৰ, মানে শুভস্থানত নাই। সেয়ে, ত্ৰিপাপৰ প্ৰবল পৰাক্ৰম।

ব্যক্তিক ত্ৰিপাপে চুলে তেনে ব্যক্তিৰ মৃত্যুও ঘটিব পাৰে। অসমীয়া জাতিৰ ক্ষেত্ৰতো একেই কথা। জাতিক ত্ৰিপাপে চুলে জাতীয় সত্তাৰ বিলুপ্তি ঘটিব পাৰে। এইবোৰকে গুণাগঁথা কৰি ৰক্তচাপ ২০০/১০০ লৈ উঠাওঁতে হঠাতে ঘিণাই ৰামৰ হ'ল আবিৰ্ভাৱ।

কথা নাই, বতৰা নাই সি আহি মোক বৰ আচহুৱা প্ৰশ্ন এটা সুধিলে, "হেৰৌ বৰবৰুৱা! বোলোঁ বাতৰি-কাকত পঢ়িছহে পঢ়িছ, বাৰু তই কচোন মোক, তই কিয় সঁচাকৈয়ে অসমীয়া নে?"

ঘিণাই ৰাম মোৰ বাল্যবন্ধু। সৰু-সুৰা ব্যৱসায় কৰে। পঢ়া-শুনা বেছি কৰিব নোৱাৰিলেও সি অত্যন্ত সমাজ সচেতন ব্যক্তি। বাতিপুৱা খোজকাঢ়োঁতে সদায় লগ পাওঁ। সি এটা খুহতীয়া কথাৰ উঁৱাল। কেতিয়াবা মন বেয়া লাগিলে ঘিণাই ৰামক কেনেবাকৈ লগ পালেই হ'ল। মনৰ সকলো দুখ নিকা হৈ পৰিব। সি আহিলে মোৰ মনটো সেয়ে ভাল লাগি যায়। কিন্তু আজি সেখোন বাতিপুৱাতে ওলাই সি এটা বৰ [illegible] কৰিলে।

ঘিণাই বামৰ এই আচহুৱা প্ৰশ্নটোৰ পোনপটীয়া উত্তৰ দিয়াৰ পৰিবৰ্তে মই তাকো সেই একে প্ৰশ্নকেই কৰি উত্তৰ দিবলৈ প্ৰয়াস কৰিলোঁ, "ঘিণাই! প্ৰথমতে তয়েই কচোন, তই অসমীয়া হ'ব নে নহ'ব? তই যদি অসমীয়া, ময়ো অসমীয়া। সহজ কথা।"

"বহুৰূপী! তই সঁচাকৈ কিছুমান সৰুকথা বুজি নাপাৱ অ'। অকল অসমীয়া হ'লেই নহ'ব। একেবাৰে খাঁটি অসমীয়াৰ কথা কৈছোঁ। তই মই হুওঁতে অসমীয়া হয় দেচোন। কিন্তু খাঁটি অসমীয়া হ'ব্ লাগিলে প্ৰথম গুণটো হ'ল- তই বঙালী, হিন্দীবালা, বিহাৰীবালাৰ লগত অসমীয়াত কথা ক'ব নালাগিব। ল'ৰা-ছোৱালীক ইংৰাজী শিক্ষাৰ স্কুলত পঢ়ুৱাই অসমীয়াৰ আভিজাত্য বজাই ৰাখিব লাগিব। অসমীয়া কথা কওঁতে মাজে সময়ে চাহাবে অসমীয়া উচ্চাৰণ কৰাৰ দৰে কৰিব লাগিব আৰু অফিচৰ ফাইলত টোকা লিখোঁতে বা মেলে-মিটিঙে কথা কওঁতে ইংৰাজীত ক'ব লাগিব। কিয়নো অসমীয়া সকল সদায় আনৰ দুখত দুখী। নিজৰ ভাষাটো আনৰ কান্ধত জাপি দি মনত বৰ কষ্ট পায় অ', বহুৰূপী। যিসকল অসমীয়া এই সহানুভূতীশীল গুণৰ অধিকাৰী হ'ব পৰা নাই, তেওঁলোকৰ গাত খাঁটি অসমীয়াত্বৰ কোনো লক্ষণেই নাই। গতিকে অসমীয়া কোন বোলোঁতে তই তেনে অসমীয়াক বাদ দিহে আলোচনা কৰিব লাগিব। বুজিছনে?

এইবোৰ কথা নকৰিঅ' ঘিণাই। মানুহে শুনিলেই তোক পগলা হোৱা বুলি তেজপুৰৰ ফাটেকলৈ পঠাব।", মই ক'লোঁ।

"ধেৎ ধেমালিখন বাদ দেচোন? মই ছিৰিয়াছলি সুধিছোঁ। দেখা নাই নে অসমীয়াৰ সংজ্ঞা বিচাৰি বুদ্ধিজীৱী, ভাষাবিদ, ৰাজনীতিক, পণ্ডিতসকলে অসমৰ ভূ-ভাৰতখনত তোলপাৰ লগাইছে? এই অসমীয়া জাতিটোৰ মূৰৰ কিবা গণ্ডগোল হৈছে যেন পাওঁ। হেৰৌ! এই সাধাৰণ কথাটোকে বুজিবলৈ মূৰত বাৰু অকণমান কিবা বোলে ঘিউ বোলা বস্তু নাইনে? তোৰ বাৰু হাঁহি নুঠেনে? হাঃ হাঃ হাঃ। হেৰৌ! ইমান সহজ কথাটো লৈ এই বুদ্ধিজীৱী পণ্ডিত শ্ৰেণীয়েনো পৃথিৱীখন তোলপাৰ কৰিছে কিয়? হ'ব পাৰোঁ আমি সাধাৰণ মানুহ। কিন্তু সহজ কথাবোৰ আমি সহজে বুজোঁ। অসমত যিসকলে বাস কৰি আছে, সেইসকলেই অসমীয়া আকৌ! হয় নে নহয়? তয়ে কচোন বাৰু?

"অসমীয়া শব্দটোনো ক'ৰ পৰা ওলাল? অসমৰ পৰাই ওলোৱা নাই নে? ব্যাকৰণৰ 'ঈয়া' প্ৰত্যয়ৰ কথা পাহৰিলি নেকি? আছে অৰ্থাত ঈয়া প্ৰত্যয় হয়। গতিকে, অসমত আছে যিয়ে, সিয়ে অসমীয়া। মানে অসম-ঈয়া-অসমীয়া। অসমীয়া মানে হ'ল অসমবাসী। বচ। চিধা কথা", ঘিণায়ে সমস্যাটোৰ সহজে সমাধান কৰি মোৰ পৰা কদৰ বিচাৰিলে।

বহুবক্তীৰ চাৰিওফালে বিপদ। ধেমালি কৰিছে ঘিণায়ে। সিয়ে আকৌ মোক ওলোটাকৈ বান্ধিলে বোলে ধেমালিখন বাদ দে।

আচলতে, ঘিণাই এজন চিধা-চাধা ল'ৰা। সি সকলো কথাকে সহজভাৱে ল'ব জানে। সাধাৰণ পাগদোকন এখন দিও সেইবাবেই সি সুখী। অসমীয়া জাতিটোক বিভ্ৰান্ত কৰি তোলা প্ৰশ্নটোৰ পৰা তাক অব্যাহতি দিবলৈকে মই মৌন হাঁহি এটা মাৰিলোঁ।

"কি হ'ল বহুবক্তী? মনে মনে থাকিলি যে? তোৰ বকলাটো মেল আকৌ?" ঘিণায়ে একপ্ৰকাৰ ধমকিৰ সুৰত মোৰ পৰা কিবা এটা সমিধান দাবী কৰিলে।

মই ক'লোঁ, "ঘিণাই! তই বৰ সহজ সৰল মানুহ। কওঁ, শুন। কিন্তু মোৰ ক'বলৈ মুঠেও ইচ্ছা নাছিল। ইমান গুৰুগম্ভীৰ এটা সমস্যা। সমগ্ৰ অসমীয়া জাতিটোৱেই এই 'অসমীয়া কোন?' প্ৰশ্নৰ উত্তৰ বিচাৰি পোৱা নাই। আমিনো কোন কুটা? কিন্তু ভাবিলে হাঁহি নুঠেনে বাৰু আমি নিজকে 'অসমীয়া' বুলি কওঁ। কিন্তু "অসমীয়া নো কোন" অৰ্থাৎ আমিনো কোন? বুলি বিভ্ৰান্ত হৈ ইয়াৰ উত্তৰ বিচাৰি হাবাথুৰি খাইছোঁ। সৌ সিদিনাখন দিল্লীৰ ত্ৰিপাক্ষিক বৈঠকত হেনো অসম চুক্তি ৰূপায়ণৰ বাধা আঁতৰাবলৈ অসমীয়াৰ সংজ্ঞা এটা নিৰ্ধাৰণ কৰাৰ বাবে অসমীয়া মখাক উপদেশ দিলে প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙে। অসমীয়াৰ নিমখ খোৱা মনমোহন সিঙে এই খাৰখোৱামখাক কেনেকৈ নলগা জেগুত ফচাই থ'লে দেখিছনে?

"মই কেতিয়াবা নিজকে প্ৰশ্নকৰোঁ— মই কি যুক্তিত অসমীয়া বুলি কওঁ? তাৰ উত্তৰ এটা অৱশ্যে পাওঁ। মই অসমীয়া এইবাবেই যে মোৰ জন্ম অসমত। মোৰ পূৰ্বপুৰুষৰ জন্ম অসমত। পূৰ্বপুৰুষৰ দৰে ময়ো অসমীয়া কথা কওঁ। অসমীয়া ভাষাতে স্কুলত পঢ়িছোঁ। অসমীয়া হিচাপে বিহুবলীয়া হৈছোঁ, জঁৰি মাৰি ফুৰিছোঁ। পেটৰ নাড়ীত এতিয়াও ক'লা খাৰৰ চেকা লাগি আছে। মই পাঁচলি-কণীৰ বেপাৰ নকৰোঁ। হাজিৰা কাম নকৰোঁ। খেলা, বিহু, নচলাওঁ। বিনা কষ্টে সুখ-স্বাচ্ছন্দ্যভৰা জীৱন যাপন কৰোঁ। বাংলাদেশীক ঘৰৰ কামত লগাওঁ। নেপালীৰ ভেঁজাল গাখীৰো মোৰ প্ৰিয়। বংশৰ গৌৰৱ, জাতিৰ সন্মান নৰককুণ্ডত মিহলি হৈ যাব বুলিয়েই মই অতি সাৱধানে সযত্নে এইবোৰ কামৰ পৰা আঁতৰি থাকোঁ। অৱশ্যে পিয়নৰ কামটো হ'লে মোৰ পচন্দৰ কাম। কিয়নো, তেতিয়া কামৰ অজুহাতত কাম নকৰি ঘুৰি ফুৰিব পাৰি। তদুপৰি ফাইলটো ইখন টেবুলৰ পৰা সিখন পোৱাব পাৰিলেও যথেষ্ট লাভ আছে। বাবুসকল কামলৈ গুৱাহাটীলৈ আহে। এদিন বেছিকৈ হোটেলত থাকিলে ভাবি চাচোন, কিমান খৰচ? গতিকে সকলোৱে বিনা-দ্বিধাই টকা সিকিটো দিয়ে। টকা

সিকিটো মানে ধৰ তোৰ আজিৰ বজাৰত তুই-মই দাম। নাই বুলিও পঞ্চাছ টকীয়া নোট এখনতো দিবই লাগিব? এয়া আকৌ মোৰেই কথা বুলি তই নাভাবিবি। এয়া আমাৰ সমূহীয়া মানে জাতীয় পৰম্পৰা। আৰু এটা মোৰ ভাল গুণ আছে- যাৰ বলত খাঁটি অসমীয়া বুলি গৌৰৱ কৰিব পাৰোঁ সেইটো হ'ল আনৰ উন্নতি মই সহ্য কৰিব নোৱাৰোঁ। অসমীয়াত্বৰ এইয়া এক মহৌষধি। গতিকে মই হাৰে হিমজুৰে অসমীয়া নহ'লোনে? কিন্তু, মই নিজকে অসমীয়া বুলি দাবী কৰিব পৰাৰ যিটো অকাট্য যুক্তি আছে, সেইটো হ'ল মই অতি আৰাম প্ৰিয়লোক। কাম কৰি মুঠেও ভাল নাপাওঁ এইটোৱে মোৰ অসমীয়া হোৱাৰ এক নম্বৰ গুণ। তদুপৰি মই শঙ্কৰ-মাধৱ গুৰুৰো শৰণ লৈছোঁ। গতিকে মই অসমীয়া নহয় কোন?"

"ৰবিচোন বহুবক্তী। তই আকৌ খং নকৰিবি। আমি মূৰ্খ মানুহ হ'লেও কওঁ। তই অৱশ্যে ঠিকেই কৈছ। তই পূৰা অসমীয়া হ'ব লাগিলে তই অলসতাৰ ভৃত্য মানে বাংলাদেশী, নেপালী, পাঞ্জাৱী, বিহাৰী ইত্যাদিসকলৰ ওপৰত নিৰ্ভৰশীল হ'লেহে ভাত সাজ গিলিব পৰা হ'ব লাগিব। মানে তই শ্ৰম কৰিবলৈ লাজ কৰিব লাগিব, আৰামপ্ৰিয় হ'ব লাগিব। তেতিয়াহে অসমীয়া হ'বি। এইখিনিলৈ তোৰ ঠিকেই আছে। কিন্তু তই যিদুটা কথা এৰি গ'লি সেই দুটা কথা হ'ল- এক- তই এম. এ. বি. জি. পি. হ'লে কান্ধত নাঙল ল'ব নালাগিব। দুই: কান্ধত ভাৰ ল'ব নালাগিব। এই দুটা গুণ যদি তোৰ নাথাকে তেন্তে তোৰ আন হাজাৰটা গুণ থাকিলেও তই খাঁটি অসমীয়া হ'ব নোৱাৰ। কিয়নো তেতিয়া তই অসমীয়া জাতিৰ পৰম্পৰা ভঙ্গ কৰাৰ দোষত দোষী হ'ব লাগিব। তয়ে ক'চোন বাৰু, মই কিবা মিছা কথা কৈছোঁ নেকি?" ঘিণাইয়ে কথাখিনি কৈ নিজেই হাঁহিলে।

ঘিণাই আকৌ হঠাৎ উৎফুল্লিত হৈ উচ্চস্বৰত ক'বলৈ ধৰিলে, "ৰবিচোন বহুবক্তী। মোৰ এটা সাংঘাতিক ভুল হৈছে। বঢ়িয়া কথা। সমস্যাৰ সমাধান এইবাৰ ওলাই গৈছে। ঐ, তোৰ মনত নাইনে, আমি যে সৰুতে কিবা এটা কবিতা পঢ়িছিলোঁ.......। 'আমি অসমীয়া নহওঁ দুখীয়া, কিহৰনো দুখীয়া হ'ম? বাৰীত তামোল-পাণ, ভঁৰালত ধান, গোহালিত গৰু.....?' দুখীয়া নহয় মানে আমি ধনী। মানে যিসকল ধনী, সেইসকলহে অসমীয়া। ইমান সহজ কথাটোকে লৈ বুদ্ধিজীৱী, চিন্তাবিদসকলে হাবাথুৰি খাবৰ কিটো আছে? হাঃ হাঃ হাঃ.......ইমান সহজ কথাটোকে.....।"

"বঢ়িয়া কৈছ তই। বোলো, ঘিণাই! ধেমালিখন এৰ। এতিয়া মই কওঁ, তই শুনি যা। সমস্যাটো ইমান সহজ হৈ থকা নাই। অসমত অসমীয়াৰ বাহিৰেও বহুবিধ, বহুজাতৰ দেশী-বিদেশী আছে। ধৰ, মাৰোৱাৰী, পাঞ্জাৱী, বিহাৰী, বঙালী, উড়িয়া, গুজৰাটী, হিন্দীবালা, মাদ্ৰাজীবালা ইত্যাদি। এইবোৰ হ'ল দেশী জাতৰ অনা-অসমীয়া

লোক। ইহঁতৰ কিছুমানৰ সতি-সন্ততিয়ে অসমীয়া ভাষা পঢ়িছে, অসমীয়া কথা কয়, কিছুমানে আনকি ঘৰতো অসমীয়াত কথা পাতে। কিছুমানে নিজৰ ভাষাতো কথা কয়, নিজৰ সংস্কৃতি-পৰম্পৰাও সংৰক্ষণ কৰি আহিছে। সেইসকলৰ কাক অসমীয়া বা অনা-অসমীয়া বুলি ক'বি তই? সকলোতো জ্যোতিপ্ৰসাদ আগৰৱালা হ'ব নোৱাৰে? তই মন কৰিছ নে নাই, এইবোৰ অনাঅসমীয়া নাথাকিলে আকৌ অসমীয়াৰ জীৱনেই অচল। অৰ্থাৎ অসমীয়াৰ কাম নকৰা, পৰনিৰ্ভৰশীল সংস্কৃতিৰ বাবেই এই অনা-অসমীয়াসকলে ব্যৱসায়-বাণিজ্য, মিস্ত্ৰী-মজদুৰ হিচাপে আহি অসমত সুখে সন্তোষে বসবাস কৰি আছে।

আনহাতে, এই যে বাংলাদেশীসকল? সিহঁতো আহিছে অসমীয়াৰ কানীয়া স্বভাবটোৰ বাবে। এই বাংলাদেশীসকলৰ বাবে অসম আৰু অসমীয়াৰ বাবে বাংলাদেশীসকলো সোণৰ খনি। সিহঁতে অসমীয়াৰ বাবে সকলো মেহনত কৰি দিয়ে। সেইবাবেই সিহঁত অসমলৈ আহে। মানে ক'ব লাগিলে আমিয়ে সিহঁতক আনিছোঁ। আজি অন্ততঃ ত্ৰিশলাখ বাংলাদেশী নাগৰিকে অসমখন অৱৰোধ কৰিছে। মৌলবাদীসকলে অসমখনক বাংলাদেশত চামিল কৰাৰ উদ্দেশ্যে নিতৌ শ শ বাংলাদেশীৰ আমদানি অব্যাহত ৰাখিছে। তৰুণ গগৈহঁতৰ দল আৰু চৰকাৰে ইহঁতক ভোটবেংকত সামৰি ল'বলৈ ৰক্ষণা-বেক্ষণ দি আহিছে। সিহঁতক অসমৰ সীমাত উঠাৰ আগতে অসমীয়া ভাষা শিকোৱাও হৈছে। সিহঁতে অসমীয়া ভাষা শিকি অসমীয়া মাত মাতি এতিয়া 'ন-অসমীয়া'ও হৈছে। তৰুণ গগৈয়ে মুখ্যমন্ত্ৰীৰ ক্ষমতা প্ৰয়োগ কৰি সেইবোৰক নিৰ্বাচনৰ আগে আগে লাখ লাখ বিঘা মাটি পট্টন দিয়াৰো নিৰ্দেশ দিছে। কোনোবা এজন মহকুমাধিপতিয়ে ধুবুৰীৰ পিনে হেনো ইতিমধ্যে ৫ হাজাৰ বিঘা মাটিৰ পট্টন এই বাংলাদেশীসকলক দিলেই।

আৰু তই চা। মুখ্যমন্ত্ৰী তৰুণ গগৈ চাহাবে হেনো নাগৰিকৰ জাতীয় পঞ্জীয়নৰ সঞ্চালকালয় এটাকে খুলি পেলালে। বিষয়টো অথচ সম্পূৰ্ণকৈ কেন্দ্ৰীয় চৰকাৰৰ। সেই ভিত্তিতে বিজেপিৰ সাংসদ ৰাজেন গোঁহাইয়ে হেনো কেন্দ্ৰীয় চৰকাৰ আৰু নিৰ্বাচন আয়োগৰ দৃষ্টিও আকৰ্ষণ কৰিছে। মানে কিবা এটা কৰিবলৈ নহয়, অসমীয়া মখাক চমক দিবলৈ।

অকল সেয়েনে? ছাত্ৰ সন্থাইনো কি কৰিলে? ক্ষমতাৰ ৰাগিত উন্মত্ত হৈ অসম চুক্তিত চহী কৰিলে অশুভ খৰখেদাৰে আৰু ১৯৭১ চনৰ ২৫ মাৰ্চৰ আগত অহাবটো কথাই নাই, আজিৰ তাৰিখত অহা সকলবো বাপেকৰ জন্ম অসমতেই হয়। এইবোৰো ন-অসমীয়া নহয় জানো?

আৰু চা। এই যে আমোলাসকল, সিহঁতে বাংলাদেশীক ৰেচন কাৰ্ড দিছে, বিজুলী দিছে, মাটিৰ পট্টন দিছে, ভোটাৰ লিষ্টত নাম ভৰ্ত্তি কৰিছে, স্কুল-কলেজত

নাম ভৰ্ত্তিৰ কাৰণে পি.আৰ চি. অৰ্থাৎ স্থায়ী বাসিন্দাৰ প্ৰমাণপত্ৰ দিছে। খোদৰ পচলা অসমীয়াসবে, মানে তই-মই সিহঁতক কৰ্মসংস্থান দিছোঁ। সিহঁতৰ সতি-সন্তানৰ অসমত জন্ম সূত্ৰে ভাৰতীয় নাগৰিক আৰু ভাষাটোৰ ক, খ, শিকি অসমীয়াও হৈছে।

অসমীয়া মুছলমানখিনি হৈছে ৰাজনীতিক শ্ৰেণীৰ পণ। তেওঁলোকৰ ব্লক ভোট নাই। সেয়ে তেওঁলোক অবহেলতা। কিন্তু বাংলাদেশীৰ বিৰুদ্ধে কোনোবাই কিবা ব্যৱস্থা ল'লেই লাগিল হুলস্থূল। তেতিয়া উঠিব সংখ্যালঘু ভাৰতীয় নাগৰিকক হাৰাশাস্তি কৰাৰ অভিযোগ। ইফালে তৰুণ গগৈয়ে ঢেটুফালি কৈছে অসমত কোনো বাংলাদেশী নাই। এই মানুহজনৰ যে মতিভ্ৰম হৈছে তাত কিবা তোৰ বাৰু সন্দেহ আছেনে?

আৰু ভাৰতীয় গণতন্ত্ৰৰ কাণ্ডাৰীসকলৰ নাভুত-নাশ্ৰুত কথা-কাণ্ডবোৰ চা চোন? বিদেশী খেদাটো কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰৰ দায়িত্ব। দেশৰ অখণ্ডতা-সাৰ্বভৌমত্বৰ কথা বুলি কিবা কথা আছেনে নাই? কিন্তু, সেই কেন্দ্ৰীয় চৰকাৰে আকৌ হাঁহি উঠা আইন এখন কৰি বহি আছে। সেই আচহুৱা আই এম ডি টি আইনখন হ'ল আব্দুল মুহিব মজুমদাৰ নামৰ তেতিয়াৰ আইন মন্ত্ৰীজনৰ মগজুৰ সন্তান। সন্দেহযুক্ত বিদেশীয়ে নিজকে ভাৰতীয় নাগৰিক বুলি প্ৰমাণ কৰা দায়িত্ব হ'ব লাগে তেওঁলোকৰ নিজৰ। কিন্তু এই আইনখনে আকৌ গছত গৰু উঠাই এইসকলক বিদেশী বুলি ভাৰতীয় নাগৰিকেহে প্ৰমাণ কৰিব লাগিব বুলি দেশীসকলক দায়বদ্ধ কৰিছে। এইখন বিশ্বত এনে এখন অদ্ভুত আইন আছে বুলি কল্পনা কৰিব পাৰিনে বাৰু? তাকো এই অদ্ভুত আইনখন অকল অসম মুলুকত প্ৰয়োগৰ বাবেহে, দেশৰ আন কোনো ৰাজ্যত ইয়াৰ প্ৰয়োগৰ প্ৰশ্ন নাই! এইবোৰ সাঁথৰ নে বাস্তৱ বুলি ভ্ৰম নহ'বৰ কিবা কথা থাকিব পাৰেনে? মুহিব মজুমদাৰৰ কথা বাদ দে। হিতেশ্বৰ শইকীয়াতো অসমীয়া? তেখেঁতো বাংলাদেশীৰ পৃষ্ঠপোষক? গতিকে খাঁটি অসমীয়াৰ মূল গুণ বা সংজ্ঞা হ'ব লাগিব- হয় বাংলাদেশী অনুপ্ৰৱেশৰ হোতা হ'ব লাগিব, নহয় বাংলাদেশীৰ ওপৰত নিৰ্ভৰশীল হ'ব লাগিব। কিন্তু সেইবুলি বাংলাদেশী খেদা আন্দোলন কৰাৰ ভণ্ডামি কৰিবই লাগিব দেই", মই একপ্ৰকাৰ উত্তেজিত হৈ দীঘলীয়া বকলা এটা মেলিলোঁ।

"ৰবিচোন বহুবল্লী। তই ইমানবোৰ কথা একেৰাহে বকলা মেলিলে মোৰ মগজুৱে কেনেকৈ ঢুকি পাব? কিন্তু এতিয়াও তই এটা দৰকাৰী কথা কোৱা নাই। সেই যে পানী-পাউডাৰ মিহলাই অসমীয়া জাতিটোক গাখীৰ খুৱাই নোদোকা কৰি থৈছে? সেই নেপাল দেশৰ নেপালীবোৰেও অসমীয়া কথা কয়। কিন্তু এতিয়াও নেপাল দেশৰ নাগৰিক হিচাপে নেপাললৈ যায়। সিহঁতেও পিছে অসমীয়া মাত মাতে। সিহঁতক তই কি বুলি ক'বি বাৰু? সিহঁতক তই বাদ দিব পাৰিবি?"

"অকল সিহঁতহে নে? অসমৰ মূল বাসিন্দা এই যে বড়ো, ডিমা, মিচিং, কার্বি এইবোৰক তই বাৰু কি ক'বি? অসমীয়া বুলি ক'বি? সিহঁতৰো নিজা ভাষা, নিজা পৰিচয় একোটা আছে। সিহঁত কিবা অসমীয়া নহয় নেকি? সিহঁতক অসমীয়া কৰাৰ আগতে সিহঁতৰ ভাষা-সংস্কৃতিও অসমীয়াখিনিয়ে ল'বনে?" চাহ-বাগানৰ পঁচিশ লাখ আদিবাসীক কি ক'বি? এইবোৰ বাদ দি অসমীয়া হ'বলৈ বাকী থাকিল কি?" মই ক'লোঁ।

"সেইবাবেইতো কৈছোঁ, অসমীয়াৰ সংজ্ঞা বিচাৰি ইমান বিভ্ৰান্ত হ'ব লাগিছে কিয়? তৰুণ গগৈ, হিতেশ্বৰ শইকীয়া প্ৰমুখ্যে মুখ্যমন্ত্ৰী সকলে কোৱা কথাই ঠিক। অসমত কোনো বাংলাদেশী নাই। যিহেতু কাজিৰঙাত ঘৰবোৰ কৰা, লুঙি পিন্ধা দাড়ি থকা জীৱবোৰো বাংলাদেশী নহয়, গতিকে সিহঁত অসমীয়া। দহখন ৰাষ্ট্ৰীয় উদ্যান, সংৰক্ষিত বনাঞ্চলৰ ত্ৰিশ শতাংশ বেদখল কৰা জীৱকেইটাও বাংলাদেশী নহয়। মানে সিহঁতো অসমীয়া। কিয়নো সিহঁত অসমীয়া ভাষী ন-অসমীয়া। একে সূত্ৰ অনুসৰি বঙালী, পাঞ্জাবী, বিহাৰী সকলো অসমীয়া ভাষা ক'ব জনাৰ বাবে অসমীয়া। মানে অসমৰ সকলো জীৱেই অসমীয়া।

"এই সৰু কথাটোকে মনমোহন সিঙক তৰুণ গগৈহঁতে বুজাই দিব নোৱাটো লাজৰ কথা। এই সঁচা কথাটো নজনাৰ বাবে মনমোহন সিঙৰো লাজ। আনকি অসমৰ কাজিৰঙাত বাস কৰা গঁড়, হাতীবোৰো অসমীয়া। তেন্তে বাংলাদেশী অসমীয়া নহ'ব কোন যুক্তিত? এতেকে আজিৰ মেলৰ সমিধান হ'ল- অসমত বাস কৰা সকলো জীৱ আৰু জন্তুৱেই অসমীয়া। বহু কথা ইমানেই *simple*" ঘিণায়ে সুন্দৰ সমিধান এটা দিলে। •••

*অভিমত ২ জুলাই ২০০৫*

# গুৱাহাটী মহানগৰীৰ মৃত্যু কথাৰ ৰসালাপ

আজি কেইদিনমান ধৰি মনটো বেয়া। কৰ্কট ৰোগৰ নিৰাময় নাই বুলি জানো। কিয়নো, কৰ্কট ৰোগত মৰাটো খাটাং। কৰ্কটটোৱে পিছে অমুকাৰ শৰীৰত লজ্জা নাই। এই যে উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰৱেশ দুৱাৰ আৰু প্ৰহৰী হৈ থকা, জীৱটো গৈও নোযোৱা, গুৱাহাটী মহানগৰীৰ কথাহে কৈছোঁ।

কৰ্কটৰ লগতে ডায়েবেটিছ, ডায়েলাইছিছ, হাৰ্টএটেক, পেৰালাইছিছ— মানে নোহোৱা বেমাৰ একোৱেই নাই। পক্ষাঘাত— অৰ্ধাঙ্গী—শয্যাশায়ী এগৰাকী বৃদ্ধ বছৰৰ পিছত বছৰ ধৰি লেলাই-ধেন্দাই জীৱটো টোপোলা বান্ধি লৈ থাকিলে যেনেকৈ আজিকালিৰ ল'ৰা-বোৱাৰীয়ে সোনকালে সিপৰীয়া হোৱাটো মনে-প্ৰাণে কামনা কৰি তেত্ৰিছ কোটি দেৱতাক পূজা-পাতল কৰে আৰু নিজেও পাৰ্যমানে সোনকালে তেনে জীৱক চিৰবিদায় দিয়াৰ ব্যৱস্থা ল'বলৈ বাধ্য হয়, ঠিক তেনেকৈ পৰম শ্ৰদ্ধাভাজন যোল্ল লাখ গুৱাহাটীবাসীয়ে— বুদ্ধিজীৱী, নেতা, পণ্ডিত, প্ৰশাসক, শিক্ষক, কৰ্তৃপক্ষ, বিষয়া-কৰ্মচাৰী, চৰকাৰ- আটায়ে ঐক্যবদ্ধভাৱে এই অৰ্ধমৃত, গেলা-পচা দুৰ্গন্ধ উলিয়াই ভেণ্টিলেশ্যন-অক্সিজেনত বাচি থকা গুৱাহাটীক কবৰস্থ কৰাৰ বাবে কৰিবলৈ একো বাকী নৰখাকৈ কৰিছে।

কিন্তু আচৰিত কথাটো হ'ল— ইতিহাসৰ বুকুৰ শত-সহস্ৰ গুপুত ৰহস্যৰ বোজা কঢ়িওৱা গুৱাহাটী মহানগৰখনে 'নমৰোঁ' বুলি এইসকল পাপীক প্ৰত্যাহ্বান জনাইছে। এইবোৰকে পাগুলিয়াওঁতে মোৰ মনটো ভাগি পৰিছে। তাতে পাতল কথাৰে দুখৰ বোজা পাতল কৰিবলৈ আজি কেইদিনমান ধৰি ঘিণাইৰো শুংসূত্ৰ নাই। ভাবিলোঁ, "কিবা অঘটন-দুৰ্ঘটনাত পতিত হৈ হঠাৎ সিপৰীয়া....।" কথাখিনি ভাবিবলৈকে টান পালোঁ আৰু সকলো কথা বাদ দি ঘিণাইক টেলিফোন কৰোঁ বুলি ৰিচিভাৰটো উঠাই ল'লোঁ।

পিছে, মোৰ মাতটো শুনাৰ লগে লগে ঘিনাই তিনিটা জাপ মাৰি উঠিল আৰু এক প্ৰকাৰ উত্তেজিত হৈ ক'লে, "ঐ বহুৰক্ষী, বৰ সাংঘাতিক ঘটনা। তই ঠিক সময়তে টেলিফোন কৰিছ। পিছে, কথা কৈ সময়-পইচা খৰচ নকৰোঁ। মই তোৰ তালৈ একে কোবে গৈ আছোঁ।"

কথাখিনি কৈ ঘিণায়ে লাইনটো কাটি দিলে। ঘিণাইৰ কথা শুনি মোৰ লাগিল চিন্তা। কি বা সাংঘাতিক ঘটনা ঘটিল? তেন্তে, ফটা মুখখনেৰে চৰকাৰৰ চৈধ্য পুৰুষ

উদ্ধাৰ কৰা বহুবক্তীৰে কিবা বিপদ আহিল নেকি? এনেকৈ অৱশ্যে বেছি সময় চিন্তা কৰিব নালাগিল। পাঁচ মিনিট পিছতে খিলাই মমস্থলত হাজিৰ হ'লহি।

"কি সাংঘাতিক ঘটনা হ'ল সোনকালে নকব কিয়?", মই ক'লোঁ।

"কওঁ, কওঁ। ক'বলৈকেতো আহিছোঁ! তই বাৰু ইমান অধৈৰ্য্য হৈছনো কিয়? ক'ম নহয় মই? মানে ইমান ডাঙৰ, এনে গছত গৰু উঠাৰ কথা তোকনো কওঁ কেনেকৈ? ক'বলৈ সাহস গোটাব পৰা নাই অ'। প্ৰথমে পানী এগিলাচ খাই লওঁ ৰ'বি। আনিব দে আকৌ?", খিলায়ে ক'লে।

মোৰ যিমানে শংকা আৰু উত্তেজনা বাঢ়িছে সিমানে সি চালে-বেৰে কোবাইছে দেখি মই সুধি দিলোঁ, "কোনোবা নেতা-পালিনেতাক আলফা-ছালফাই সিপৰীয়া কৰিলে নেকি অ'?"

"ধেৎ! নেতা-চেতা বা চোৰ-ডকাইতৰ নহয়, মানে গুৱাহাটী মহানগৰীৰ কথা। চব ওলট-পালট। এইখনলো কৰিব লাগেনে? এইবোৰ পাপী মানুহৰ স্থান পিছে নৰকতহে, তই জানিবি।"

"কিখন পাপ কৰিলে? কোনে কৰিলে? তই কথাবোৰ চিধাকৈ ন কিয়?"

"কৈছোঁ ৰবি অ'........ শৰাধ অ' শৰাধ। মানে শৰাধ পাতিছে। তাৰ আগত কবৰস্থ কৰাৰ তাৰিখ এটা ঠিক কৰিছে। কিন্তু জীয়াই জীয়াই এনেকৈ কবৰ দিয়াৰ কথা তই বাৰু ক'ৰবাত শুনিছিলিনে? এইখন গুৱাহাটীতে থাকে আৰু এইখন গুৱাহাটীকে শ্মশানলৈ নিব ওলাইছে। আনকি শ্ৰাদ্ধৰো তাৰিখ এটা ঠিক কৰিছে। সেই যে নলবাৰী নে বৰপেটাৰ জ্ঞানী পুৰুষ এজনৰ কথা কাগজত পঢ়িছিলি নহয়? সেইজনে হেনো জীয়াই থাকোঁতে বন্ধু-বান্ধৱ, আত্মীয়-স্বজন, শত্ৰু-মিত্ৰক এটা ইলাহি ভোজ খুৱাই সকলোৰে পৰা আগতীয়াকৈ চিৰবিদায় লৈ থ'লে। ভুৰি ভুৰি ভোজ খাই সকলোৱে মানুহজনৰ গুণ গালে। মানুহজনে হেনো শ্মশানৰ আৰু সকামৰ খৰচখিনিও এটা ট্ৰাষ্টৰ নামত কিবা বোলে "উইল" কৰি থৈ গৈছে! কিন্তু গুৱাহাটীখনতো মৰি যোৱা নাই? এইবোৰ বাৰু দুষ্কৰ্ম নহয় নে? আৰু হেৰি নহয়? মানে সেই মানুহজনৰ কথাই কৈছোঁ। তেওঁৰ পুতেকজন থাকোঁতে ট্ৰাষ্টৰ নামত শৰাধৰ পইচা উইল কৰাটো পুতেকৰ বাবে আৰু তেওঁৰ নিজৰ বাবেও অপমান নহয়নে বাৰু?"

"হেৰৌ খিলাই! তই বৰ সহজ-সৰল প্ৰাণী অ'! যিসকলে গুৱাহাটীৰ তেনে চিন্তা কৰিছে, তেওঁলোক গুৱাহাটীৰ হিতাকাংক্ষী প্ৰাণীয়েই হ'ব। মৰি মৰি জীয়াই থকা মানুহ এজন জীয়াই থকাৰ পৰা কাৰনো কি লাভ হ'ব? কিন্তু জীৱটো এই জাগতিক যন্ত্ৰণাৰ পৰা সোনকালে মুক্তি পালে, ভাবি চাচোন, কি সুন্দৰ কথা হ'ব? মৃত্যুৱে

মৰি মৰি জীয়াই থকা মানুহ এজনৰ আত্মাৰ চিৰশান্তি অনাৰ দৰে গুৱাহাটী মহানগৰীখনো একেবাৰে নিঃচিহ্ন হ'লে গুৱাহাটীৰ আত্মাই চিৰশান্তি লভিব। শ্ৰাদ্ধ কৰিলে আমি আটায়ে পুণ্য লাভ কৰিম। ইহ সংসাৰৰ জ্বালা-যন্ত্ৰণাৰ পৰা মুক্তি দিব পৰাটো পুণ্যৰ কথা।

কিন্তু গুৱাহাটীৰ মৃত্যু ৰহস্য উদ্ধাৰ কৰাটো সহজ কথা নহয়। তই ভাবি চাচোন, এই গুৱাহাটী মহানগৰীক— যাৰ বুকুত আশ্ৰয় লৈ, যাৰ হাৱা-পানী খাই মানুহে জীৱন ধন্য কৰিছে— সেইখনকে আকৌ সেইবোৰ মানুহেই তিলতিলকৈ অৰ্দ্ধ হত্যা কৰা নাইনে? হত্যা মানে শ্লো পইজনিং। এই হত্যাকাণ্ডত আমি সকলোৱে অংশগ্ৰহণ কৰিছোঁ। গতিকে, গুৱাহাটী আসন্ন মৃত্যুত পতিত। কিন্তু এই অপমৃত্যুত চকুলো টুকিব কোনে? গুৱাহাটীৰ মৃত্যুৰ বেদনাৰ কথা মন দি শুন ভিণাই", মই কৈ গ'লোঁ—

"এই ধৰি ল, গুৱাহাটীৰ বুকুত সিঁচৰতি হৈ থকা সৌন্দৰ্য্যৰ মেলা-স্বৰূপ পাহাৰ-পৰ্বতবোৰ। সেইবোৰ দেখোন সকলোৱে চকুৰ আগতে, দিন দুপৰতে নিঃশ্চিহ্ন হোৱাৰ উপক্ৰম কৰিছে? চৰকাৰে পাহাৰ কটা বন্ধ কৰিবলৈ আইন পাছ কৰিছে। আনহাতে চৰকাৰী পৃষ্ঠপোষকতাত প্ৰকৃতি-হন্তাৰ দলে পাহাৰ কাটি খান্তাং কৰিছে। সেই যে গীতা মন্দিৰৰ ওচৰৰ মঠঘৰীয়াৰ পাহাৰখনৰ পিনে চকু ফুৰাবিচোন? তাত বোলে কোনোবা কোটিপতিয়ে চৰকাৰী পাপীসকলক ভেটী খুৱাই কিছুমান প্ৰকাণ্ড প্ৰকাণ্ড অট্টালিকা সাজিব, ছুপাৰ মাৰ্কেট কৰিব। ইফালে গুৱাহাটীবাসীয়ে এজাক পানীৰ বৰষুণতে বানপানীত ডুব যোৱা অৱস্থা। বানপানীৰ নৰকৰ পৰা ৰক্ষা পাবলৈ বহুতে তলৰ তলাৰ ঘৰবোৰ পৰিত্যাগ কৰি ওপৰত উঠিছে। আসাম টাইপৰ ঘৰবোৰ ভাঙি-ছিঙি নতুন কৰা আৰম্ভ কৰিছে। ইফালে মন্ত্ৰী-বিধায়ক, আমোলা, ঠিকাদাৰ, পৌৰকৰ্মী, বনবিভাগৰ কৰ্মচাৰীয়ে লুণ্ঠনকাৰী উদ্যোগী-ব্যৱসায়ী গোষ্ঠীক এইদৰে গুৱাহাটীৰ ৰমণীয় দৃশ্য ধ্বংস কৰি ৰমৰমীয়া ব্যৱসায় কৰাৰ অনুজ্ঞাপত্ৰখনো দিছে। পাহাৰ কাটি মাটিত বেদখল কৰাইছে এই চৰকাৰী নেতা-আমোলাই। ইহঁতক লাগে মাথোন টকা, হত্যাকাৰীৰ মাচুল!

ইফালে, গুৱাহাটীত ৰঘুমলাৰ দৰে চাৰিওফালে বৃদ্ধি পাইছে বহুতলাযুক্ত দৈত্যকায় অট্টালিকা। অসমীয়াসকল ঠিক গৰুৰ দৰে। আগৰ গৰু যিফালে যায়, পিছৰ গৰুও সিফালে যাবই। এজনক দেখি এতিয়া সকলো অসমীয়া ব্যৱসায়ী বিল্ডাৰ। একোজন বিল্ডাৰে একোটা এনে অট্টালিকা নিৰ্মাণ কৰি দুই-ডেৰ কোটি টকা লাভ কৰে। কিন্তু ইয়াৰ বিষময় ফল কি হৈছে, সেই কথা পৌৰ নিগম বা গুৱাহাটী মহানগৰ উন্নয়ন কৰ্তৃপক্ষই বা তথাকথিত বুদ্ধিজীৱীয়ে এবাৰো ভাবি চাইছেনে?

বিশেষজ্ঞৰ ৰিপোৰ্ট মতে অহা দুবছৰৰ ভিতৰত মাটিৰ তলৰ পানীৰ চাপ

হেনো দহ ফুট তললৈ যাব। অর্থাৎ মানুহে এটোপি পানীৰ কাৰণে চন্দ্ৰলৈ যোৱাৰ চিন্তা কৰিব লাগিব। আৰু আছে কথা। তই শুনি যাবি। আকাশলৈ বৃদ্ধি পোৱা অট্টালিকাৰ এই থূপীকৃত বাসিন্দাসকলে গুৱাহাটীৰ বুকুত প্ৰচণ্ড হেঁচা দি গুৱাহাটীখনকে অচল কৰি পেলাইছে। বজাৰলৈ গ'লে গাড়ী পাৰ্কিং কৰাৰ ঠাই নাই। ৰাস্তাত 'ট্ৰেফিক জেম'ৰ উৎপীড়নত ক'বো মানুহ ক'লৈকে যাব নোৱাৰা অৱস্থা। সময়মতে স্কুল, কলেজ, অফিচ-কাছাৰী পোৱাটো 'বাওনা হৈ সৰগ ঢুকি পোৱাৰ বাঞ্চা'ত পৰিণত হৈছে।

অথচ ডিটিঅ'ৰ দুটা অফিচত নিতৌ এশখন যান-বাহন পঞ্জীয়নভুক্ত হৈছে। মাহে তিনি হাজাৰ আৰু বছৰত ৩৬ হাজাৰখন যান-বাহন আহি গুৱাহাটীৰ ভঙা বুকুখনত ভিৰ কৰিলে গুৱাহাটীয়ে হাৰ্ট ফেইল নকৰিবনো কিয়? তাতে এই যান-বাহনৰ ওপৰত নিয়ন্ত্ৰণ বুলি কথা আছে জানো? প্ৰদূষণ নিয়ন্ত্ৰণ পৰিষদ এখন আছে। কিন্তু প্ৰদূষণ কেনেকৈ নিয়ন্ত্ৰণ কৰিছে এওঁলোকে? পদযাত্ৰীক ক'লা ধোঁৱা খুৱাই শ্বাসৰুদ্ধ কৰি। এইবোৰ কথা তই মিছা বুলি ক'ব পাৰিবি?", মই ক'লোঁ।

"হেৰি নহয় বহুৰূপী। মই হ'লোঁ মূৰ্খ মানুহ। ইমানবোৰ কথা বুজিবলৈ মোৰ মূৰত জাগা নাই। তথাপি কওঁ, ভুল হ'লে তই আকৌ জগৰ নধৰিবি। মই ইমানদিনে ভাবিছিলোঁ যে পাহাৰ-পৰ্বত কাটি, বহুতলীয়া অট্টালিকাসোপা বান্ধি গুৱাহাটীখন দেশৰ ভিতৰত এখন সুন্দৰ মহানগৰীহে কৰিছে। পিছে, তোৰ পৰা যি বুজিলোঁ সেইবোৰ মুঠেও ভাল কথা নহয়।

"আৰু এটা-দুটা সৰু কথা কওঁ, ৰ'বি। তই কিন্তু মন দি শুনিব লাগিব। ধৰ, এই তোৰ ট্ৰেফিক জেমৰ কথাই ক'ওঁ। এই যে পুলিচ-চিপাহীবোৰৰ অদ্ভুত কাণ্ডবোৰ? তই মন কৰিছনে? সিহঁতে ট্ৰাকবোৰ ৰখাই ড্ৰাইভাৰক দুষ্টমান দিব। তাৰ পিছত দাবী কৰিব, "তই দে দুশ নহ'লেও অন্ততঃ এশ টকা।" ড্ৰা' ৰ নিদি পাৰিবনে? নহ'লে লোড কৰা ট্ৰাক শাৰী পাতি ঘণ্টাই ঘণ্টাই বন্ধ কৰি য? এই পুলিচবোৰে এনেকৈ বাৰু কম ট্ৰেফিক জাম কৰেনে?

"আৰু এটা কথাও কওঁ তোক। এই ভৰ পুৱাতে গৱৰ্ণৰজনে কি বোলে সেইজনক— তেওঁ পেঁপাই বজায় চৰকাৰী শোভাযাত্ৰাৰে গলফ খেলিবলৈ যে যায়, এইবোৰ দুখীয়া ৰাইজৰ পইচাৰ শ্ৰাদ্ধ নহয়নে বাৰু?

"এই যে ৰাতিপুৱা-দুপৰীয়া-গধূলি মুখ্যমন্ত্ৰী, মন্ত্ৰী আৰু এলেকৰ পেলেকসকল বসুমতী ফাট মেলা শব্দ কৰি পেঁপা বজাই ৰাস্তাৰ জীৱসকলক বেটনেৰে হানি-খুচি-পিটি বিমান যোৱা দি ৰাস্তাৰে উৰি যায়, সিহঁতে লাজ নাপায়নে? ৰাইজৰ প্ৰতিনিধি হৈ ৰাইজক পুলিচ লগাই মাৰপিট বা অশ্লীল ভাষাৰে গালি-গালাজ কৰি, ট্ৰেফিক জেমৰ সৃষ্টি কৰি হ'লেও নিজে আগবাঢ়ি যায়। তইঁতৰ যদি ইমান

সময় নাই, তেন্তে ওপৰেৰে যোৱা ৰাস্তা কনাই নল'ৰনো কিয়?

"তৰুণ গগৈ, অঞ্জন দত্তইতে দেখা নাইনে গুৱাহাটীৰ ৰাস্তা ট্ৰেফিক জেমত অচল হোৱা? হেৰৌ। তহঁতে হয় ৰাস্তা বহল কৰ, নতুবা ওপৰেদি-তলেদি যোৱা নতুন ৰাস্তা কৰ, নহ'লে সহজ কথাটোকে কৰ। মানে ৰাস্তা-ঘাট নোহোৱালৈকে নতুন গাড়ীৰ পঞ্জীয়ন বন্ধ কৰ। এতিয়া দুৰ্নীতিত ডুব গৈ, পেট্ৰল, মিঠাতেল, দৰৰ, চেনীত ভেঁজাল কৰি, বননি ধ্বংস কৰি, আঁচনিৰ ধন আত্মসাৎ কৰি, গুৱাহাটী মহানগৰীৰ মাটি বেদখল- বিক্ৰীৰ বাবে মুকলি কৰি, গুৱাহাটীক বানপানীত ডুবাই ক'লা ধন গোটোৱাসকলৰ জয় জয় ময় ময় অ' বহুৰূপী। নিৰীহ প্ৰাণীসকল তেন্তে ক'লৈ যাব? হয় নে নহয়? মই মিছা কথা কৈছোঁ নেকি বহুৰূপী?", খিপাইয়ে কৈ গ'ল।

"তই মিছা নহয়, ঠিক কথাই কৈছ। দুজনকৈ ডি টি অ' আৰু এম ভি আই নিতৌ এশখন যান-বাহন পঞ্জীয়ন কৰি আছে। তাত মন্ত্ৰী, বিধায়ক, আমোলাৰ স্বাৰ্থও আছে। স্বাৰ্থমানে তোৰ পাগৰ ধনৰ ভাগ-বতৰাৰ কথা কৈছোঁ। একোখন মটৰগাড়ী পঞ্জীয়নত যি টকা লোৱা হয়, সেইবোৰৰ প্ৰাপ্য অনুপাতত ভাগ-বতৰা হয়। ভোটৰ বিনিময়ত লাভখোৰ বেপাৰী-দালালে পাহাৰ কাটি আছে। বাসিন্দাৰ জীৱনৰ নিৰাপত্তা নাইকিয়া কৰা বিল্ডাৰসকলৰ পৰা উৎকোচ লৈ পৌৰ নিগমৰ দালাল-বিষয়া-মন্ত্ৰীসকলো ধনী হৈছে। সেইবাবেইতো কৈছোঁ, দুই-এগৰাকী সৎ চিন্তা কৰা সচেতন ব্যক্তি অতিষ্ঠ হৈ গুৱাহাটীৰ কবৰ খান্দি উচিত কথাই কৰিছে। তোৰ মনত নাইনে বাৰু যে দুবছৰ মান আগতে মাছখোৱাৰ বাইজে ৰাস্তাৰ পুখুৰীত মাছ জীয়াই চৰকাৰক উপলুঙা কৰিছিল? শৰাধৰ উদ্যোক্তাসৰে এনেকৈ কৰ্তৃপক্ষক উপলুঙা কৰি ৰাইজক সজাগ-সচেতন কৰি তোলাৰ প্ৰয়াস কৰিছে। হয়তো এইচামে গুৱাহাটীবাসীক ধিক্কাৰ দিছে এইদৰে", মই ক'লোঁ।

"তেন্তে ঠিকেই আছে। তই-মইনো তাত যোগ নিদিওঁ কিয়?"

"তই-মই যোগ দিয়া-নিদিয়া কথাৰ গুৰুত্ব নাই। আচল কথা হ'ল, গুৱাহাটীৰ মৃত্যু আসন্ন! ইয়াক তই-মই ৰক্ষা কৰিব নোৱাৰোঁ, যেতিয়ালৈ গুৱাহাটীৰ ভব্য-গব্য কাণ্ডজ্ঞানহীন বাসিন্দাসকলৰ পৌৰজ্ঞান আৰু এগৰাকী সভ্য-সংস্কৃত নাগৰিক হিচাপে ইয়াত বাস কৰাৰ সংস্কৃত জ্ঞানৰ উদয় নহয়। গুৱাহাটী যদি আজি গেলি-পচি আসন্ন মৃত্যুত পতিত হৈছে তেন্তে তাৰ বাবে চৰকাৰ, চৰকাৰৰ বিভিন্ন কৰ্তৃপক্ষ আৰু সৰাতোকৈ অধিক পৰিমাণে সভ্যতাৰ মুখাপিন্ধা আমি অসভ্য নাগৰিকসকলহে দায়ী।

"ৰবিচোন বহুৰূপী! সেই যে বাৰ্ড কমিছনাৰ নে কি এবিধ অদ্ভুত বস্তু ওলাইছে? হেৰৌ সেইবোৰ প্ৰাণীক দেখিলে তোৰ হাঁহি হাঁহি পেটৰ নাড়ী ডাল ডাল হ'ব অ'। হেৰৌ! একোজন ঘটিৰাম-বাটিৰাম, দালালো ভি আই পি লাইট লগোৱা গাড়ীত ঘূৰি ৰাইজৰ পইচাৰ শ্ৰাদ্ধ কৰা নাইনে? মানে, হবু চন্দ্ৰ ৰজাৰ গবু চন্দ্ৰ মন্ত্ৰী। কিন্তু ৰাইজে

মাত নামাতেনো কিয়?" এনেকৈ অৰাজকতাৰ কবলত [illegible] হ'বলৈ এৰিদিলে তোৰ মোৰো পাপ লাগিব দেখোন? সেয়ে এনেবোৰ কথাত বাইজে মাত মাতক। লাগিলে এটা আন্দোলনকে কৰক", বিশাৰদে ক'লে।

"মাত মাতিব কেনেকৈ? বাসিন্দাসকলেই দেখোন গুৱাহাটীক নৰককুণ্ডলৈ ৰূপান্তৰিত কৰা ঘাই মানুহ? সম্ৰান্ত, সভ্য, বিত্তবানে এই লোকসকলক গাড়ী-অট্টালিকা লাগে। কিন্তু ৰাস্তাৰ মাটি অলপমান নিজৰ সীমাৰ ভিতৰত সোমাই ল'ব নোৱাৰিলে এই শ্ৰেণীৰ লোকৰ আত্মায়ো শান্তি নাপায়।

"নলাবোৰ বাৰু নলা হৈ আছেনে? যতমানে ক'ৰবাৰ দ'ম নলাত জমোৱাটো আমাৰ নগৰবাসীকলৰ সংস্কৃতি। এই নলা চাফা নকৰাটো হ'ল পৌৰ নিগমৰ অপসংস্কৃতি। ৰাইজৰ পইচাৰে শ্ৰমিক মজদুৰকে ধৰি বগাহাতীবোৰ পোহপাল গৈ সুখে-শান্তিৰে বাস কৰিছে। কিন্তু, নলা চাফা কৰাৰ কাণ্ডজ্ঞান হ'লে নাই। কেতিয়াবা কামুৰি কামুৰি নলা চাফা কৰাবলৈ কেইজনমান শ্ৰমিক আনিলেও নলাৰ গেলা বোকাৰ পাহাৰখন ৰাস্তাত এৰি থৈ গাড়ী-মটৰ, জোতাত লাগি মানুহৰ ঘৰ-চোতালত শেষ হ'বলৈ এৰি ফুটিল যে ফুটিল মানে একেবাৰে ফুটিল। কিযে এক সাংঘাতিক অধঃপতন।

"আৰু কওঁ শুন। ৰাস্তাত তই বাৰু একোখন জাবৰৰ গেলা-পচা পাহাৰ দেখিছনে? টেঙা, পচা সকলো সুবাসৰ বাবে পৌৰ নিগমে দিহা কৰি থৈছে।

"সেই যে ফ্লাইঅভাৰ, নাৰেংগী-নাৰিকলবাৰীৰ ডাঙৰ নলাকেইটা আছে, তাত কি কি সম্পদ থাকে, তই বাৰু মন কৰিছনে? সভ্য নাগৰিকসকলে তাত গছৰ ডাল, বিয়া-বাৰুৰ উচ্ছিষ্ট, প্লাষ্টিকৰ থাল, গিলাছ, কাগজৰ টুকুৰা, কুকুৰ-মেকুৰীৰ শৱ সকলো বিসৰ্জন দিছে। মানে, তাত নোহোৱা সম্পত্তি একোৱেই নাই। ফলত নলা বন্ধ। এজাক পাতল বৰষুণতে ৰাস্তাৰ ওপৰত বানপানী।

"ৰাস্তাত কুকুৰ এটা মৰিলে বা অন্য কোনো মৰাশ থাকিলে ক'ৰবাত পুতি থোৱাৰ কৰ্তব্য পৌৰ নিগমৰ নাই।

"ৰাস্তাত শাৰী শাৰী বাছ পাৰ্কিং কৰি থোৱা হয়। ৰাতিপুৱা গেলা নলাৰ পানী ছটিয়াই সেইবোৰ ধোৱাৰ নামত বেমাৰৰ বীজাণু বিস্তাৰ কৰা হয় আৰু পদযাত্ৰীৰ গালৈ সেই নলাৰ গেলা পানী মাৰিলেও কাৰো একো কৰাৰ উপায় নাই। এইখন বাৰু সভ্য সমাজনে?", কথাবোৰ মই আক্ষেপৰ সুৰত কৈ গ'লোঁ।

"তই গুৱাহাটীৰ চিটি বাছত নিমখৰ বস্তা জপাদি, জন্তু নিয়াদি নিয়া যাত্ৰীবোৰৰ দুৰৱস্থা দেখা নাইনে?" ইয়াত পুলিচৰ কোনো ভূমিকা নাই। যাত্ৰীৰ কোনো প্ৰতিবাদ নাই। চিটিবাছ বয়কট কৰি খোজ কঢ়াৰ সংস্কৃতি নাই। কণ্ডাক্টৰে টিকট লৈ বাকী পইচা ঘূৰাই নিদিলেও যাত্ৰীৰ উপায় নাই। চিটি বাছত মহিলাক কৰা অশালীন আচৰণৰো কোনো প্ৰতিবাদ নাই। এইখন সমাজক তই কি বিশেষণেৰে বিভূষিত কৰিবি? সভ্য নে

অসভ্য? মানুহ নে জন্তুৰ সমাজ অ' বহুবল্কী?", ঘিণায়ে ক'লে।

"তই ঠিকেই কৈছ, ঘিণাই। আৰু শুন্। সেই যে জাৱৰৰ পাহাৰবোৰ সিঁচৰতি হৈ দুৰ্গন্ধময় পৰিবেশৰ সৃষ্টি কৰে, তাতে আকৌ গেলাত টেঙা ঢালিবলৈ তাত কিছুমান মানুহৰূপী শগুণ নামে, বটল-খোৱা বস্তু বিচাৰিবলৈ। সেই গেলা উচ্ছিষ্ট খাদ্য-বৰ্জনবোৰ গোটেই ৰাস্তাত সিঁচৰতি কৰে এইবোৰ 'শগুণে'ই। এইবোৰ কোন জাতৰ জান নহয়? এইবোৰেই হ'ল তকলা গঁগেইতৰ প্ৰাণ-দাতা (ভোটদাতা) আত্মীয় বাংলাদেশী নামধাৰী প্ৰাণী। ছিঃ ছিঃ গুৱাহাটীত থকা এইবোৰ মানুহ নে জন্তু অ'?"

"আৰু এটা কথা ঘিণাই! সেই যে ল'ৰাবুঢ়াকে ধৰি ৰাস্তাৰ নলাত প্ৰস্ৰাৱ কৰি অসমীয়া-অনাঅসমীয়া সকলোৱেই প্ৰদূষণৰ সৃষ্টি কৰে, সেইবোৰৰ লাজ নাইনে? তথাপিও সেইবোৰ ভদ্ৰলোক বুলি ক'বিনে? ৰাস্তাত প্ৰস্ৰাৱ কৰা, পায়খানা কৰোটো এই শ্ৰেণীৰ নিয়ম। কিযে নিৰ্লজ্জ জাতি আমি।", মই কৈ গ'লোঁ আবেগিক হৈ।

"কুকুৰ পোহা ভদ্ৰলোক-ভদ্ৰমহিলাসকলৰ কথা ক'মনে? কুকুৰক মানুহৰ দুৱাৰ মুখে মুখে হগুৱাই ফুৰাটো এওঁলোকৰ আভিজাত্য, সংস্কৃতি। ডিঙিত চেইন লগোৱাৰ কথা ক'লেও "আমাৰ ই নাকামোৰে, বৰ শান্ত" বুলি এষাৰ মধুবাণী শুনাব। যেন নিজেহে কুকুৰ! জাৱৰৰ পাহাৰ, নলাৰ জাৱৰ, ৰাস্তাৰ বেদখল, ফুটপাথৰ ওপৰেদি মটৰ চাইকেল, বেআইনী আকাশলংঘী অট্টালিকা নিৰ্মাণ— পুলিচ আৰু আমাৰ পৌৰ নিগমৰ এইবোৰ কথালৈ কাণসাৰ দিবলৈ সময় আৰু সকাম নাই। বিদ্যুৎ পৰিষদে বিজুলী দিব নোৱাৰে, পৌৰনিগমে পানী দিব নোৱাৰে। ষ্ট্ৰীট লাইটৰ পইচা লয়, কিন্তু ৰাস্তাত বাল্ব এটা দিবলৈ পইচা নাই। হেৰৌ! পইচাবোৰ যায় ক'লৈ? এইবোৰ কথা কাক ক'ম, কোনে শুনিব? আচলতে সমগ্ৰ অসমীয়া জাতিটোৱে ৰসাতলে গৈছে। মাখি মাৰিব নোৱৰা অসমীয়াই এতিয়া মাখিৰ দৰে মানুহ মাৰিবলৈ শিকিছে। যৌতুক নোলোৱা অসমীয়াই এতিয়া যৌতুক বিচাৰি পত্নী/ বোৱাৰীক হত্যা কৰিবলৈ শিকিছে।

"ৰাস্তা ভাঙি-ছিঙি গ'লেও মেৰামতিৰ কথা নাই। ৰাস্তা অচল। এজাক বৰষুণে গুৱাহাটীক নৰককুণ্ডত পৰিণত কৰিছে। ইফালে ৰাস্তাই ৰাস্তাই স্কুল পাতি ট্ৰেফিক জেমৰ সৃষ্টি কৰিলেও কাৰো কাণসাৰ দিবলৈ আহৰি নাই। সকলো মহানিদ্ৰাত পতিত। তেন্তে এইখন গুৱাহাটী মৃত্যুশয্যাত পৰি থকা নাইনে? এই আসন্ন মৃত্যুৰ বাবে তই-মই কোননো দায়ী নহয়? আমিবোৰ সভ্য হৈ আছোঁনে? গুৱাহাটীবাসী সভ্য হ'ব কেতিয়া?", মই ক'লোঁ।

"হয় দে বহুবল্কী। আমি আৰু হোজা মানুহ। ইমানবোৰ কথা জানিম কেনেকৈ? আজি তোৰ কথাবোৰ শুনিহে মোৰ ভুলটো ভাগিল। তেন্তে গুৱাহাটীৰ কবৰ খন্দাসকলে ঠিকেই কৰিছে, নহয়নে বাৰু? গুৱাহাটীক জীয়াই তুলিবলৈ, কাণ্ড-জ্ঞানহীন কৰ্তৃপক্ষ-নাগৰিক শ্ৰেণীক ধিক্কাৰ দিবলৈ শ্ৰাদ্ধপাতি ঠিকেই কৰিছে। তেন্তে তই-মইনো অন্ততঃ

শ্ৰাদ্ধত যোগ নিদিওঁ কিয় ?", ঘিণায়ে ক'লে।

"ঘিণাই তই-মই যোগ দিওঁ নিদিওঁ, সেয়া ডাঙৰ কথা নহয়। কিন্তু এটা কথা ঠিক। ধ্বংস হ'লেহে সৃষ্টি হ'ব পাৰে। এইখন গুৱাহাটী মৰি নতুন এখন গুৱাহাটীৰ যদি জন্ম হয়, তেতিয়াহে হয়তো গুৱাহাটী আকৌ এবাৰ প্ৰাণচঞ্চল, সুন্দৰ আৰু সঞ্জীৱিত হৈ উঠিব। কিন্তু যিসকল বাসিন্দা-কৰ্তৃপক্ষই গুৱাহাটীৰ মৃত্যু ঘটালে সেই সকলো মৰি নতুন এচাম বাসিন্দাৰ যদি জন্ম হয়, তেতিয়াহে আমাৰ গুৱাহাটী এখন দেশৰ ভিতৰতে মনোৰম চহৰ হৈ উঠিব", মই ক'লোঁ।

ঘিণায়ে জ্ঞানীৰ দৰে চিন্তা কৰি ক'লে, "তেন্তে আমি এই অযোগ্য নাগৰিকচাম একেলগে মৰিব লাগিব। এনেকৈ মৰাৰ আটাইতকৈ সহজ উপায়টো তেন্তে নলওঁ কিয় ? কিবা বোলে সেই যে "এইচ আই ভি" নে কিবা এবিধ এইডছ ৰোগৰ মাৰাত্মক বীজাণু আছে ? অলপ পলম হ'লেও মৃত্যু যে অনিবাৰ্য ? সেইবিধকে গোপনে কিবা উপায়ে যদি সকলোৰে দেহত আমি মিহলাই ল'ব পাৰোঁ, তেন্তে সমস্যাৰ চূড়ান্ত সমাধান হৈ গ'ল দেখোন ?" হয়তো এই সংসাৰৰ পৰা পাপ আৱৰ্জনাবোৰ আঁতৰাই নতুন, এচাম পাপমুক্ত নাগৰিকৰ সৃষ্টি কৰি শান্তি-প্ৰগতিৰ সৰগ ৰচা বাবে তই মই নবেল শান্তি বঁটাৰ বাবেও নিৰ্বাচিত হৈ যাব পাৰোঁ। যদি কিবাকৰি আমিও ইতিমধ্যে সিপৰীয়া হওঁ, তেন্তে অন্ততঃ মৰণোত্তৰ ভাবে হ'লেও... হাঃ হাঃ হাঃ।" ●●●

*অভিমত ৯ জুলাই ২০০৫*

# অথ ভেঁজাল সংবাদ

আজি ঘিণাইৰ মনটো সেমেকা দেখি তাক সুধিলোঁ, "কি হ'ল অ' ঘিণাই? আজি দেখোন মনটো মাৰি আছ?"

সি টপৰাই ক'লে, "কি হ'ল মানে? কি হোৱা নাই, তাকে নোসোধ কিয়?"

"তেন্তে কি হোৱা নাই তাকেই ক'চোন?" মই তাৰ উত্তেজনা প্ৰশমিত কৰিবলৈ ক'লোঁ।

"ধেৎ বহুবক্তা। তয়ো যে ইমান অঁকৰা হৈ আছ? কি হোৱা নাই মানে, নহ'বলৈ একো বাকী নাই আকৌ। তোৰ যদি জীৱনটোকে এনেকৈ কাঢ়ি লৈ গ'ল, তোৰ আৰু কি বাকী থাকিল, ক'চোন? হয় নে নহয়? মানে ভেঁজাল অ', ভেঁজাল। ভেঁজাল মানে চব ভেঁজাল। এই ভেঁজাল দৰৱ খুৱাইয়ে গাভৰু মানুহজনীক ইহঁতে মাৰি পেলালে। মানে ক'বলৈ গ'লে এয়া মাৰ্ডাৰ। সিহঁতে মোৰ ভাগিনীজনীক হত্যা কৰিলে। তোক আৰু কি ক'ম?", সেমেকা উত্তেজনাৰে কথাখিনি শেষ কৰি ঘিণাই থমকি ৰ'ল।

মই বুজিলোঁ, ঘিণাইৰ ভাগিনীয়েকজনীক কোনোবা চিকিৎসক বা চিকিৎসালয়ে ভেঁজাল দৰৱ খুৱালে আৰু এই দৰৱে কাম নকৰা বাবে তাইৰ মৃত্যু হ'ল। ঘিণাইক সান্ত্বনা দিবলৈ ক'লোঁ, "যি হ'বৰ আছিল হ'ল দে। তই এতিয়া দুখ কৰি লাভ নাই। একাপ চাহকে খা। তোৰ দুখৰ ময়ো সমভাগী।"

"হেয়া বহুবক্তা। তই আকৌ দেখোন ভেঁজাললৈকে গ'লি? চাহ খাবলৈ জানো তোৰ ঘৰত খাঁটি গাখীৰ আছে? মানে তই গাই নোপোহ নহয়? তেন্তে নেপালীৰ ভেঁজাল গাখীৰৰ চাহ খাই এই পৈতৃক সম্পত্তি জীৱনটোৰ যৱনিকা পেলাওঁ কেনেকৈ, তয়ে ক'চোন? নে মই মিছা কৈছোঁ?" ঘিণাইয়ে ক'লে।

"তই ঠিকেই কৈছ ঘিণাই। কিন্তু তই এইখন ভাৰতবৰ্ষৰ বসুন্ধৰাত জন্ম লৈছ। ইয়াৰ অৰ্থ হ'ল এই যে তই ভাৰতবৰ্ষৰ পৃথিৱীখনত ভেঁজাল অবিহনে এটা মুহূৰ্তও জীয়াই থাকিব নোৱাৰ। খাওঁতে-শোওঁতে, উশাহ লওঁতে, খোজকাঢ়োঁতে, গাড়ী চলাওঁতে, খেতি কৰোঁতে, জন্ম পাওঁতে, জীয়াই থাকোঁতে, মৰোঁতে মানে, এনে এটি দিশ নাই য'ত ভেঁজাল নাই। তই ভেঁজাল দৰৱৰ কথা কৈছ, নহয়? তোৰ-মোৰ শৰীৰত কিন্তু ভেঁজাল দৰৱেহে এতিয়া কাম কৰে। কিয়নো, শৰীৰৰ যন্ত্ৰপাতিবোৰ সেই ভেঁজাল দৰৱ গ্ৰহণ কৰাতহে সক্ষম আৰু অভ্যস্ত। নিৰ্ভেঁজাল দৰৱ

খালে বেমাৰ ভাল হোৱাৰ কথা বাদেই; সি ওলোটাকৈ বেমাৰ বৃদ্ধি কৰি তোক সোনকালে সিপৰীয়াহে কৰিব। এই গোপন আৰু মৌলিক সত্যটোকে গৱেষণা কৰি উলিওৱা হৈছে আৰু ইয়াকে জানি আমাৰ ঈশ্বৰ প্ৰভু-স্বৰূপ দৰৱ তৈয়াৰ কৰা কেম্পানীৰ মালিক আৰু ডাক্তৰ প্ৰভুৱে আমাক ভেঁজাল দৰৱ সহজে আৰু সকলোতে পোৱাৰ সুন্দৰ ব্যৱস্থা কৰিছে। তাতে চৰকাৰৰ মন্ত্ৰী-আমোলাসকলেও সহাঁৰি দি আছিছে।

কিন্তু এক শ্ৰেণীৰ বুদ্ধিজীৱীৰ মতে বিষয়টো ইমান সহজ হৈ থকা নাই। তেওঁলোকৰ মতে ইয়াত এটা গভীৰ তাৎপৰ্য লুপ্ত হৈ আছে। কথাটো হৈছে, নিৰ্ভেঁজাল দৰৱ খালে বেমাৰীৰ বেমাৰ সোনকালে ভাল হৈ যাব দেখোন? তদুপৰি, এবাৰ ভাল হোৱাৰ পিছত বেমাৰটোৱে পুৰ্নবাৰ বেমাৰীৰ শৰীৰ ভিজিট নকৰিবও পাৰে। বেমাৰে শৰীৰত ভিজিট নকৰিলে ডাক্তৰে ভিজিট হেৰুৱাৰ আৰু যদি সেয়ে হয়, তেন্তে দেখোন অৱশেষত ডাক্তৰ বোলা কথাটোৱেই নাথাকিব? বেমাৰ হ'লেহে ডাক্তৰৰ প্ৰয়োজন? যদি বেমাৰেই নহ'ল বা বেমাৰটো সঘনে নহ'ল, অথবা সৰু বেমাৰ এটা ডাঙৰলৈ ৰূপান্তৰিত হৈ বেমাৰীৰ সিপৰীয়া হোৱাৰ অৱস্থা নহ'ল, তেন্তে ডাক্তৰবোৰ নতুন এক শ্ৰেণীৰ নিকনুৱা হৈ নপৰিবনে? এনেয়ে ডাক্তৰ পাৰলৈ নাই। তাতে তেখেতসৱক এনেকৈ নিকনুৱা হৈ যাবলৈ দিলে দেখোন এটা সময়ত নিশ্চিহ্নই হৈ যাব এই ঈশ্বৰৰূপী শ্ৰেণীটো?

আনহাতে, ধৰি ল'— নিৰ্ভেঁজাল দৰৱ খোৱাৰ ফলত মানুহৰ গাৰ পৰা বেমাৰ-আজাৰবোৰ পলাই পত্ৰং দিলে। তেন্তে বৰ্তমানে সুখে-সন্তোষে থকা এই ডাক্তৰবোৰৰ জীৱনতে মৰণ নহ'বনে? হাজাৰ হওক, তেওঁলোকৰ সেৱা ৰাইজৰ স্বাস্থ্য সংৰক্ষণ তথা সামগ্ৰিক কল্যাণৰ বাবে প্ৰয়োজন। ঠিক ই'কনমিক্সৰ যোগান-চাহিদাৰ ভাৰসাম্য ৰক্ষা কৰি সৰ্বোচ্চ সুফল পোৱাৰ থিঅৰিৰ দৰে কথা, বুজিছ ঘিলাই? এই বৰ্ত্তি থকাৰ স্বাৰ্থতে ডাক্তৰে হেজা ৰোগীক চেম্পুলৰ দৰবো বিক্ৰী কৰিবলগীয়া হয়, বুজিছ?

তাতোকৈ ডাঙৰ কথা, দৰৱ কোম্পানীবোৰে যদি নিম্নমানৰ দৰৱ তৈয়াৰ কৰি উচ্চ দামত বিক্ৰী কৰিব নোৱাৰে, অথবা ম্যাদ শেষ হৈ যোৱা পুৰণি দৰৱ চৰকাৰী হাস্পতালত যোগান ধৰিব নোৱাৰে অথবা, দৰৱৰ যোগান নধৰাকৈ কাগজে-পত্ৰই যোগান ধৰি ভুৱা বিল আদায় কৰিব নোৱাৰে, তেন্তে দেশৰ বিয়াগোম দৰৱ কোম্পানীবোৰে আমাৰ স্বাস্থ্য মন্ত্ৰী, স্বাস্থ্য সঞ্চালক আৰু ডাক্তৰসকলক এনেয়ে পোহপাল দিব নেকি? তেওঁলোকৰ কিবা টকাৰ বৃক্ষ আছে নেকি যে জোকাৰিলেই টকাবোৰ সৰি পৰিব? ভুৱা বিল, ভুৱা দৰৱেৰে ৰাইজৰ ধন আদায় কৰাৰ সুযোগ দিলেহে তেওঁলোকক ইয়াৰ ভাগ দিব আৰু নিজেও

কোটিপতি হ'ব?

আৰু শুন। এইবোৰ ভেঁজাল দৰৱ খালে বেমাৰত মানুহ মৰিব পাৰে। মানুহ মৰাটোৱে মৰ্ত্যলোকৰ স্বাভাবিক নিয়ম। তই এটা উদাহৰণ দিব পাৰিবিনে যে আজিলৈকে পৃথিৱীত জন্ম পোৱা মানুহৰ কোনোবা এজন মানুহো নমৰাকৈ আছে? মৃত্যু জন্মৰ দৰেই সত্য। আৰু জীৱনটো যেতিয়া যন্ত্ৰণা-যাতনাৰ কাৰণ হৈ পৰে অথবা আমনিদায়ক হয়, তেতিয়া হয়তো মৃত্যুও এক ৰোমাঞ্চ হৈ পৰে। গতিকে, ভেঁজাল দৰৱক লৈ তই বৰকৈ মূৰটো নঘমাবি। ভেঁজাল খা। ভেঁজাল দে। দেখিবি তোৰ সকলো কথা ঠিকে ঠাকে চলি গৈছে।

আকৌ চা তই। জন্ম-মৃত্যুৰ ক্ষেত্ৰত মানুহৰ হাত নাই বুলি কোৱা হয়। কিয়নো, এই দুয়োটায়ে পূৰ্ব্ব-নিবন্ধ। মানে, প্ৰত্যেকৰ জন্ম আৰু মৃত্যুৰ বাবে ঈশ্বৰে একোটা নিৰ্দিষ্ট সময় বান্ধি দিছে। কিন্তু এই মৰ্ত্যলোকৰ ঈশ্বৰ ডাক্তৰসৱে যে ঈশ্বৰৰ নীতি-নিয়মো ভেঁজাল কৰি পেলাইছে, সেই কথাটো জাননে?

ধৰ, 'চিজাৰিয়ান' ডেলিভাৰিৰ নামত ডাক্তৰ প্ৰভুৱে আসন্ন মাতৃৰ পেট ছিৰাছিৰ কৰি ফালি সময়ৰ আগতে কেঁচুৱাটো ভূমিষ্ঠ কৰিলে। ঠিক, সেইদৰে, মৰি যোৱা ৰোগীকো ভেন্টিলেশ্বন নে আই.চি.ইউ. নে আন ক'ৰবাত ৰাখি মৃতকৰ উশাহটোৰ এচেৰেঙা ধৰি ৰাখিলে। ক'ব, বোলে 'ক'মাত আছে।

চকুচৰহাবোৰে ক'ব বোলে সেইটো এটা মৰা মানুহহে! সি চকু নেমেলে, নাহাঁহে, কথা নকয়, কাৰো কথা ভাবিব নোৱাৰে, কাকো চিনি নাপায়। তেন্তে সেইজন জীৱন্ত মানুহ হ'ল কেনেকৈ?

কেইদিনমান পিছত সেই উশাহটোও স্থায়ীভাৱে যেনিবা বন্ধ হ'ল। তাৰ মানে ৰোগীজন মৰিল। পিছে শৱটো উদ্ধাৰ কৰোঁতে লাখ লাখ টকা ভৰিব লাগিল নে নালাগিল? সঁচা কথাটো হ'ল সেইজন মানুহ আগতেই মৰিছিল। মাথোন ডাক্তৰে অক্সিজেনৰ সহায়তহে মৃত্যুত ভেঁজাল কৰিলে; যেনেকৈ মাতৃৰ উদৰ ফালি আগতীয়াকৈ কেঁচুৱা ভূমিষ্ঠ কৰাই ঈশ্বৰৰ পূৰ্ব-নিৰ্বন্ধ জন্মক্ষণটো ডাক্তৰে ভেঁজাল কৰি দিয়ে। এতেকে জন্ম-মৃত্যুতো ভেঁজাল, জীয়াই থকাতো ভেঁজাল। ভেঁজাল অবিহনে পলে পলে আহুকাল। এইবোৰ কথা তই মিছা বুলি ক'ব পাৰিবি?" মই যুক্তিৰে কথাখিনি কৈ গ'লোঁ।

"বহুবল্কী। আৰু এটা কথা মনত পৰিছে। সেই যে ব্লাডবেংক নে কিবা এবিধ বস্তু আছে অ', তাতো বোলে কিবা ভেঁজালৰ কথা আছে?", ঘিণাইয়ে সুধিলে।

"মইনো তোক কি কৈ আছোঁ? ব্লাড বেংক মানে তেজ সংৰক্ষণ কৰা এটা ভাণ্ডাৰ। মানুহৰ শৰীৰত বিভিন্ন ধৰণৰ বা গুণৰ তেজ থাকে। ৰোগীৰ দেহত

তেজৰ অভাৱ হ'লে ইয়াৰ পৰাই তেজ কিনি বেমাৰীৰ শৰীৰত তেজৰ সঞ্চাৰণ ঘটোৱা হয়। তেতিয়া বেমাৰীয়ে নতুন জীৱন পায়। সেয়ে এই তেজ বিশুদ্ধ হ'ব লাগে আৰু তেজ দাতাৰ পৰা তেজ লোৱাৰ আগতে সেই তেজ পৰীক্ষাগাৰত পৰীক্ষা কৰি বীজাণুমুক্ত বুলি প্ৰমাণিত হ'লেহে এনে তেজ ব্লাড বেংকত সংৰক্ষণৰ বাবে গ্ৰহণ কৰা উচিত। কিন্তু এইবোৰ কাগজে কলমে থকা নিয়মৰ কথা। আচলতে ব্লাডবেংকৰ কোনো কোনো কৰ্তৃপক্ষই এনে কোনো পৰীক্ষা নকৰাকৈ তেজ গ্ৰহণ কৰে বুলি বজাৰত বদনাম এটা আছে আৰু নিৰ্বিচাৰে ৰোগীক আৰু আকাংক্ষী দাতাও এই দূষিতঃ তেজ বিক্ৰী কৰি একালে নিজে ৰমৰমীয়া ব্যৱসায় চলাইছে, আৰু আনকালত মানুহৰ শৰীৰত এইড্‌ছ, কৰ্কট, হেপাটাইটিছ, আদিৰ দৰে বহুতো মাৰাত্মক বেমাৰৰ বীজাণু বিয়পাই সমাজখনকে ধ্বংস কৰিছে বুলি বিজ্ঞজনে কোৱা কৰে। ব্যক্তিকে এইখন দু-ভাৰতত আইন-কানুন, নৈতিকতা, আদৰ্শৰ কোনো অৰ্থ নাই। অৰ্থ আছে কেৱল ভেজালৰ।

"বাৰু বহুৰূপী। আকৌ গাখীৰৰ কথালৈ আহিছোঁ। সেইদিনা এজন নেপালী গুৱালক কেইজনমান মানুহে ইমান পিটিলে যে সি মৰা যেনেই পালোঁ। কি হ'ল বুলি সোধোঁতে, সেই মাৰপিট কৰা মানুহকেইজনৰ এজনে ক'লে, "সি গাখীৰত পানী দিছে দিয়ক। কিন্তু সেই নলাটোৰ বিষাক্ত পানী আনিনো জগটোত ঢালিব লাগেনে।"

"মই সেই কাৰণেইতো কৈছোঁ, আমাৰ ভেজাল নিবাৰণ আইন আছে। স্বাস্থ্য সঞ্চালক, ৰাজহুৱা স্বাস্থ্য বিভাগ, ভেজাল পৰীক্ষাগাৰ, বিষয়া-কৰ্মচাৰী— সকলো আছে। নাই আমাৰ নৈতিকতা, জাতীয় প্ৰেম আৰু সততা। গাখীৰৰ নামত পাউডাৰ আৰু দূ:ষিত পানী মিহলাই ৰাইজৰ জীৱন বিপৰ্যস্ত কৰিছে সংশ্লিষ্ট নেতা, বিষয়া-কৰ্মচাৰীসকলে তাত মূৰ ঘমোৱাৰ কোনো প্ৰয়োজন নাই। এই আইন, এই চৰকাৰ ৰাইজৰ সুৰক্ষাৰ বাবে নহয়, ন্যস্ত স্বাৰ্থ-পূৰণৰ লক্ষ্যৰে ৰাইজক লুটমাৰ কৰা আৰু জীৱন বিপৰ্যস্ত কৰাহে এওঁলোকৰ লক্ষ্য," মই ক'লোঁ।

"তেন্তে কথা দেখোন বিষম হৈছে অ' বহুৰূপী? মই মূৰতে কিন্তু এটা কথা ভাবি নাপাওঁ। এই অসমীয়া কানীয়া জাতিটোৱে চাকৰি বিচাৰি হাবাথুৰি খায়। কিন্তু পাম খুলি গৰু পুহিলে নিজে খাটি গাখীৰ এটুপি খোৱাৰ লগতে জীৱিকাৰ উপায়ো ওলায় দেখোন? আৰু বিষাক্ত পানী-পাউডাৰ মিহলোৱা নেপালীৰ গাখীৰ খোৱাটোও বন্ধ হয়। যদি তইতে সেইকণো কৰিব নোৱাৰ, তেন্তে অন্ততঃ গাখীৰ খোৱাটোকে বাদ নিদিয় কিয়? মানে কিবা বোলে, চাহিদা নাথাকিলে যোগানৰ কি প্ৰয়োজন? বহু গাখীৰৰ যোগান বন্ধ হ'ল। মানে ভেজাল বন্ধ। কি কৱ তই?"

সেইটো বেলেগ কথা অ' খিলাই। প্ৰশ্নটো হৈছে, এই সমস্ত ঘটনাবোৰ ঘটি

আছে চৰকাৰী যন্ত্ৰটোৰ অংগ-প্ৰত্যংগৰ পূৰ্ণ সহযোগত আৰু পূৰ্ণ দৃষ্টিত।

"আৰু শুন। অকল গাখীৰ, দৰবৰ কথাই নহয়। তই এনে এটা দিশ দেখুৱাব নোৱাৰ, য'ত ভেঁজাল নাই। চাউল-দাইল-চেনি-আটা-ময়দা-চুজিত ভেঁজাল। চাউল-দাইলত শিলগুটি, আটা-ময়দাত গুঁড়ি বা বালি, চেনিত চুজি, চুজিত বালি, মিঠাতেলত চিচি তেল, পেপচী, ক'কা-ক'লাত কীট নাশক দৰব ইত্যাদি ইত্যাদি। চাউল-দাইলত মিহলি কৰিবলৈ সেই জোখৰ শিলগুটি তৈয়াৰ কৰা এবিধ মেচিন আছে। মুঠতে, ভেঁজাল ক'ত, কেনেকৈ, কিমান পৰিমাণে দিব পাৰি, সেই সম্পৰ্কে অহৰ্নিশে গৱেষণা চলি আছে।

"আৰু কওঁ শুন। পনীয়া গাখীৰত খাঁটিৰ বং চৰাবলৈ. হেনো এবিধ কীটনাশক দ্ৰব্য মিহলি কৰা হয়। তেতিয়া পগোৰা গাখীৰত হালধীয়া পাতল চামনি পৰে আৰু খাঁটি গাখীৰ বুলি মানুহে বিশ্বাস কৰি গাখীৰ টকলিয়াই খায়। কিন্তু লগতে কৰ্কটৰ বীজাণুও যে পেটলৈ যায়?", মই ক'লোঁ।

"বহুৰঙী! এইখিনি বাৰু বুজিলোঁ। কিন্তু তই যে ক'লি বোলে ভেঁজাল নোহোৱা কথা এইখন ভূ-ভাৰতত নাই। ক'চোন আৰু ক'ত ক'ত ভেঁজাল হয়?"

ক'বলৈকে ওলাইছোঁ। তই মাথোন শুনি যা। তই বজাৰৰ চালানী মাছবোৰ দেখিছ নহয়? তাত হেনো বেজীৰে এবিধ দৰব সোমালে মাছৰ বং চিক্‌চিকিয়া বঙা হয়। মানে ঠিক বিলৰ তাজা মাছৰ দৰে দেখি। কিন্তু বেজীটোও আকৌ ক'ৰ পৰা সংগ্ৰহ কৰে জাননে? সেই যে হাস্পতালৰ বেমাৰীক দিয়া বেজীবোৰ জমা কৰি থোৱা হয়, সেইবোৰ হেনো এই চালানী মাছত বেজী দিয়াৰ বাবে নগণ্য দামত বিক্ৰী হয়। অৰ্থাৎ বেমাৰীৰ শৰীৰৰ বীজাণু মাছৰ জৰিয়তে তোৰ-মোৰ দেহলৈ সঞ্চাৰিত কৰা হয়।

"অকল সেয়েই নহয়। প্ৰথমতে হেনো সেইবোৰ গৰমপানীত উতলাই তিনি-চাৰিবাৰমান অন্য ৰোগীৰ গাত বেজী দিয়াত ব্যৱহাৰ কৰা হয়। এবাৰ মই নিজে দেখা কথা এটা কওঁ। সেইদিনা মই জেনেৰেল ৱাৰ্ডত ৰোগী এজন দেখা কৰিবলৈ গৈ গম পালোঁ যে চৰকাৰৰ হেনো পইচাৰ অভাৱ। বেজী কিনাৰতো পইচা নায়েই, সেইবোৰ গৰম পানীত উতলাবলৈকে গেছৰ চিলিণ্ডাৰ কিনাবো পইচা নাই। গতিকে উপায়বিহীন নাৰ্ছজনীয়ে সেই ব্যৱহাৰ কৰা বেজীৰেই পাৰেমানে ৰোগীৰ দেহত খুচিছে। তাই তাইৰ কাম কৰি গৈছে। ফল ঈশ্বৰৰ হাতত।

"তই জীয়া মাছৰ কথাও শুন। আজিকালি পুখুৰী, বিলৰ মাছত কিবা এবিধ বেজী দিয়া হয়। সেই দৰবৰ গুণ হ'ল— মাত্ৰ কেইঘণ্টামানৰ ভিতৰতে মাছৰ আকাৰ আৰু ওজন তিনি-চাৰি গুণ বৃদ্ধি হয়। কিন্তু সেই দৰবটো বা কি কোনে জানে? সেইদৰে পাঁচলিবো একে কথা। সেইবিধ বেজী দিলে হেনো পাঁচলিৰ চাৰি-পাঁচ গুণ

ওজন আৰু আকাৰ বাঢ়ে। সেইবোৰ অখাদ্যই জিভাত যি ক্ৰিয়া কৰে কৰক। কিন্তু পেটত যে কিমান বেমাৰৰ কি বীজাণু সোমায়, তাৰ তু কোনে ল'ব?

"খোৱাপানীৰ কথাও তোক কৈ থওঁ। পৌৰ কৰ্তৃপক্ষৰ এই পানী বিশুদ্ধ কৰাৰ মেচিন আছে। তাত নিৰ্দিষ্ট পৰিমাণৰ বা অনুপাতৰ ব্লিচিং পাউদাৰ বা ফিটকিৰি দিব লাগে। কিন্তু দুৰ্নীতিৰ প্ৰকোপ ইমান বাঢ়িছে যে দায়িত্ব-ন্যস্ত কৰ্মচাৰীয়ে তাৰো ছান কাঢ়ি নাগৰিকক অশুদ্ধ, কেঁচা পানী খুৱাই যমৰ নগৰীলৈ পঠোৱাৰ অগ্ৰিম টিকটটো কাটি থয়। বহুবৰ্তীয়ে এয়া নিজে দেখা কথা। মিনাৰেল বটলৰ কথা জান? কোকাকোলাৰ কথাও জাননে? সেই যে কিবা মিনাৰেল বটল- তাতো ভেঁজাল। কোকাকোলাত থকা ভেঁজালৰ কথাও বাজহুৱাভাৱে প্ৰমাণিত হৈছে। মুঠৰ ওপৰত, এইখন ভেঁজালৰ পৃথিৱী। নিৰ্ভেঁজাল কোনো দ্ৰব্যৰে ইয়াত স্থান নাই", মই ক'লোঁ।

"হেৰি নহয় বহুবৰ্তী। তোৰ মহাভাৰতখন সামৰাই ভাল, বুজিছ। এইবোৰ মই মুৰুখে কেতিয়াও নুশুনা-নুবুজা কথা। এইবোৰ শুনি মোৰ কাণ-মূৰ গৰম হৈছে। এই জঘন্য কলঙ্কবোৰৰ কথা শুনি কেতিয়াবা ময়ো আকৌ হাৰ্ট ফেইল-চাৰ্ট ফেইল কৰি থাকিম। কিন্তু তোৰ আৰু কিবা ক'বলৈ বাকী আছে জানো?", থিণায় সুধিলে।

"আছে, আছে। বহুত আছে। ভেঁজালৰ অন্ত নাই। ঐ! তই পঠা-খাহীৰ মাংস কিনি পাইছ? সেইবোৰ ভালকৈ চাবিচোন? বাতিটো পানীত তিয়াই থোৱা মৰা পঠাৰ ওজন হেনো প্ৰায় দুগুণ হয়। মানে তই বজাৰৰ পৰা ছাগলীৰ মাংস বুলি যি কিনিছ, তাৰে একাংশ পানীহে।

"হেৰৌ থিণাই। পেট্ৰোলত মিহলোৱা ছলভেন্ট নামৰ এবিধ দ্ৰব্য আছে। তেনেই সস্তীয়া। ই গাড়ীৰ ইঞ্জিন বিকল কৰি দিয়ে। সেইবিধ বস্তু পেট্ৰোলত মিহলোৱা হয়। পেট্ৰোল ডিপোৱে অকলে এনে সাংঘাতিক কাম কৰিবনে? ইয়াৰ বাবে এটা ডাঙৰ "ৰেকেট" আছে। মুঠৰ ওপৰত পেট্ৰোল, ডিজেল, কেৰাচিন, মিঠাতেল, ঘি, অলিভ-অইল— সকলোতে ভেঁজাল। বেংকৰ নোটতো ভেঁজাল। মানে ভাল নোটৰ মাজত জাল নোট মিহলি। জালনোট বুলি ক'বৰাত ধৰা পৰিলে বিপদ তোৰ-মোৰ। অথচ, এই জঘন্য কাৰবাৰত বেংক বিষয়া, পুলিচৰ ৰেকেট একোটা জড়িত হৈ আছে।

"মুঠৰ ওপৰত এইখন ভাৰতভূমি ভেঁজালৰ মাতৃভূমি। ঘৰবন্ধা চিমেন্টত ভেঁজাল, ৰাস্তা বন্ধা বিটুমেনত ভেঁজাল, অপৈণত কাঠ পানীত তিয়াই থৈ বস্তা কৰাও ভেঁজাল, হোটেলৰ বাহী ভাত, মাংস নতুন কৰি আগবঢ়োৱা সুস্বাদু খাদ্যও ভেঁজাল, বাংলাদেশী তথাকথিত 'ন-অসমীয়া'ৰ পৰা হোৱা আমি অসমীয়াও ভেঁজাল, গাড়ী-মটৰৰ ধোঁৱা আৰু গেলা-পচা জাবৰে প্ৰদূষিত কৰা যি বায়ু উশাহত

লৰ্ড, সিও ভেঁজাল। খোজে-খোজে, পলে-পলে, যুগে-যুগে ভেঁজাল। ভেঁজাল আৰু ভেঁজাল আৰু ভেঁজাল। ভেঁজালৰ মহাসাগৰত ভেঁজাল অবিহনে আমাৰ জাতীয় জীৱনেই অচল। আমি ভেঁজালৰ অথাই সাগৰত ডুবি আছোঁ। ভেঁজালৰ কথা কৈ থাকিলেও ওৰ নপৰে। মাত্ৰ এটা উদাহৰণ দি অধ্যায়টো সামৰোঁ। এই যে প্ৰেম-পীড়িতিৰ কথা অ'? আজিঐ ল'ৰা-ছোৱালীৰ প্ৰেম ভেঁজাল নহয় জানো? বিবাহিত সকলৰ প্ৰেমতো ভেঁজাল। কিয়নো ইয়াতো থাকে পৰকীয়া প্ৰেম। স্বামীয়ে স্ত্ৰীক আৰু স্ত্ৰীয়ে স্বামীক ফাঁকি দি কৰা প্ৰেম-পীড়িতিবোৰ ভেঁজাল নহয়নে? এতেকে ভেঁজালৰ কথা লৈ বেজাৰ কৰাৰ কোনো সকাম নাই অ' ঘিণাই, বুজিছ?" মই [illegible] দিলোঁ।

ভেতে বৰুৱাই। ভেঁজাল অবিহনে আমাৰ জীৱন সঁচাকৈ অচল। কিন্তু এটা [illegible] গণ্ডগোল হৈ আছে, নহয়? মই এতিয়া বুজিলোঁ যে ভেঁজালেই আমাৰ আত্মা, ভেঁজাল আমাৰ হৃদয়ৰ ধমনী। ইয়াৰ অবিহনে ভাৰতবাসীৰ তথা আমাৰ অসমীয়া জাতিটোৰ অস্তিত্বৰে বিলুপ্তি ঘটাটো ধূৰুপ। এতেকে, ইয়াক সুৰক্ষা দিয়াটো আমাৰ জাতীয় কৰ্তব্য। সময়ত শৰ মাৰিব পাৰিলেহে ৰক্ষা। যিহেতু ভেঁজালেই আমাৰ জীৱন, ভেঁজাল সুৰক্ষা কৰাটোৱে আমাৰ জাতীয় কৰ্তব্য, এতেকে সেই যে ভেঁজাল নিবাৰণ আইন নে আন কিবা আইন আছে, সেইবোৰ সংশোধন কৰি "ভেঁজাল নিবাৰণৰ ঠাইত ভেঁজাল স্থায়ীকৰণ তথা সুৰক্ষা" আইন এখন নতুনকৈ হওক। শুভস্য শীঘ্ৰম। নহ'লে চান্সটো এবাৰ হাতৰ পৰা পিছলিলে দ্বিতীয়বাৰ নাহিব।●●●

*অভিমত ১৬ জুলাই ২০০৫*

# অথ হাস্য-ব্যঙ্গ সংলাপ ঃ ইটো সিটো নানা কথা

মুখত এমোকোৰা হাঁহি লৈ আজিৰ মেললৈ অহা ভোদায়ে মোক ক'লে, "ঐ বহুবল্কী! আজি তোক মই দুটামান মজাৰ ফুচুৰি কথা শুনাম। হ'ল বুলি আৰু কিমান 'ছিৰিয়াছ' কথাবোৰ পাগুলিয়াই থাকিবি? তাতে তোৰ-মোৰ দৰে ঘটিৰাম-বাতিৰামৰ কথা শুনিব কোনে? ইহঁতৰ ছাল একেবাৰে গঁড়তকৈও ডাঠ। মিছাকৈ নিজৰ ব্লাড প্ৰেছাৰটো বঢ়াইনো কি লাভ? হয় নে নহয়, তই ক'চোন বাৰু?"

ভোদাই বৰ ৰসাল মানুহ। সি ঠিকেই কৈছে। আজিৰ দুনিয়াখন স্বাৰ্থপৰ। সকলো নিজৰ স্বাৰ্থত অন্ধ। দেশপ্ৰেম, মানৱ সেবা সেইবোৰ এতিয়া এক অতীত স্মৃতি। কি ফুচুৰি কথাৰ সঁফুৰাটো সি আনিছে তাক ক'বলৈ অনুমতি দিলোঁঃ "ক' অ' ভোদাই ক'। তোৰ ষ্টকত যিমানবোৰ আছে, সেই সকলোবোৰ ঢালি-বাকী ক'।"

"হেয়া! তাকেইতো মই সদায় ক'ওঁ, বোলো তোৰ দৰে বুজা মানুহ কেইজন পাবি অ'? তেন্তে কওঁ শুন। শুন মানে তয়ো কিজানি আগতে শুনিছই। মানে হেৰি নহয়; এই আজিকালি বোলে মেকুৰীয়ে নিগনি খাবলৈ এৰিলে? মানে নিগনি খাই খাই মেকুৰীক একেবাৰে বেহাৎ আমুৰাই গ'ল। গতিকে, গৃহস্থৰ ওচৰত মেকুৰীৰ দাবী হ'ল— ঘৰৰ নিগনি যদি মাৰিব লাগে, তেন্তে তাক চিকেন বাৰ্গাৰ, পিজ্জা, চাইনীজ চিলি চিকেন খুৱাব লাগিব। এয়া মজাৰ কথা নহয়নে বাৰু?"

"হেৰ' ভোদাই। তই সঁচাকৈ ভোদাইৰাম হৈ আছ। মেকুৰীয়ে নিগনি যদি মাৰিলেই, সি নোখোৱাকৈ থাকিব পাৰিব নে? হাতত থকা চিকাৰৰ লোভ কোনে সামৰিব পাৰে? ঈশ্বৰে সৃষ্টি কৰা সকলো জীৱৰ লোভ, মোহ, কাম, ক্ৰোধ তেজত থাকে। গতিকে, মেকুৰীয়ে এবাৰ নিগনি মাৰিলে সি পেট নভৰালৈকে খাবই আৰু এবাৰ পেট ভৰাৰ পিছত বাৰ্গাৰ, পিজ্জা, চাইনীজ চিলি চিকেনেই হওক বা আন কিবা অমৃতভোগেই হওক, সি পেটত জাগা উলিয়াব ক'ৰ পৰা? গতিকে দুয়োটা কথা একেলগে হ'ব নোৱাৰে। হয় সি নিগনি মাৰিব আৰু খাব; নহয় সি নিগনি নামাৰিলে চিলি চিকেন হেৰুৱাব", মই ক'লোঁ।

"তই বুজিও নুবুজ, বহুবল্কী। একেখন ঘৰতে মালিকে চিলি চিকেন, ঐ তোৰ কিবা বোলে 'চাওমিন' খাব আৰু ঘৰৰ পোহনীয়া মেকুৰীটোৱে চাই থাকিব নে? ঈশ্বৰৰ সৃষ্টিত সকলো সমান। জীৱ মানেই শিৱ। সকলো আত্মা এদিন

পৰমাত্মাত মিলি এক হৈ যাব। গতিকে তই কথাটো টং কৰি চাবিচোন আকৌ।

"তাতে অন্য এটা কথাও আছে। এই যে গিৰিহঁতনীয়ে ভাত, দাইল, বেঙেনাৰ খাৰ, বিলাহীৰ টেঙা নাৰাদ্ধি মতাজনক হোটেল-ৰেষ্টোৰাই ৰেষ্টোৰাই ঘুৰাই লৈ নিজে আৰাম কৰি দিন কটায়, মেকুৰীটোৱেনো কি পাপ কৰিলে? তাকো কেতিয়াবা অলপ আয়াম লাগে দেচোন? সিওতো অসমীয়া মেকুৰীহে!

কানীয়া নহ'লে সি কিহৰ অসমীয়া মেকুৰী হ'ল অ'? কানীয়া অসমীয়া জাতিয়ে কাম নকৰি অসম দেশখন বাংলাদেশী মিঞাৰে একেবাৰে ভৰাই পেলালে। এতিয়া আকৌ বাংলাদেশীকে খেদাৰ এক বিয়াগোম ভণ্ডামিত জাতিটো নিমজ্জিত হৈছে। বাংলাদেশীৰ ওপৰত নিৰ্ভৰশীল অসমীয়াৰ বাংলাদেশী খেদাৰ দাবী যেনে অবাস্তৱ, মেকুৰীক গিৰিহঁতে চিলি চিকেন, বাৰ্গৰ খুওৱাৰ কথাও অবাস্তৱ। তথাপিও, কান্দিলেহে মৰম পায়। কিজানি নিমাখিত প্ৰাণীৰ মিউ মিউ শব্দত গিৰিহঁতৰ অন্তৰ গলেই? তদুপৰি, আজিকালি দাবী-দাওৱাজৰ যুগ। সকলোকে লাগে। কেৱল লাগে। কিন্তু এই লগাখিনিৰ বিনিময়ত কি দিলে সেইবোৰৰ প্ৰতি কাৰো খেয়াল নাই বুজিছ?" মানে এইবোৰ বিচাৰ কৰাৰ কোনো প্ৰয়োজন নাই। গতিকে মেকুৰীৰ চিলি চিকেনৰ দাবীও ধৰি ল' একপ্ৰকাৰ ন্যায্য দাবী, ভোদাহা অকাট্য যুক্তিৰে কথাবোৰ কৈ গ'ল।

"হেৰ' ভোদাই। তই যে ইমান যুক্তিৰে কথা ক'বলৈ শিকিছ, মই কল্পনাও কৰা নাছিলোঁ। হয় দে, আচলতে ভোদাই তই নহয়, মইহে। সেইবাবে আজিৰ বাবে বহুবল্কীৰ নামটো মই তোক দিলোঁ। মই ভোদাই। তই কৈ যা। মই শুনি যাম। কিন্তু ৰসৰ কথাহে দেই", মই সঁহাৰি দিলোঁ।

"ধন্যবাদ বহুবল্কী। তেন্তে কওঁ শুন। বৰ মজাৰ ফুচুৰি কথা। ১৯৮৮ চনৰ কথা। প্ৰফুল্লহঁতৰ চৰকাৰৰ তেতিয়া খদমদম। তইতো জানই যে মই অধমেও প্ৰফুল্ল-ভৃগুহঁতৰ লগত সমানে ফেৰ মাৰি আন্দোলন কৰিছিলোঁ। এই তথাকথিত বাংলাদেশী বহিষ্কাৰৰ আন্দোলনৰ বাবেই মেট্ৰিকৰ দেওনা পাৰ হ'ব নোৱাৰিলোঁ। পঢ়া-শুনা ৰসাতলে গ'ল আৰু জীৱনটোও ধ্বংস হ'ল।

"যি হওক, ভাগ্যৰ বলত সেই নিবোকা চামোনটো যেনিবা মুইখ মন্ত্ৰী হ'ল। এবাৰ তাৰ দলত কোনেও নমতাকৈ মাজুলীলৈ মিটিং গাবলৈ অমুকো গৈছিলোঁ। ঘূৰি আহোঁতে ঘটনাটো ফেৰীতে ঘটিল। মই ফেৰীত উঠিবলৈ আহিছোঁ। এনেতে প্ৰফুল্লৰ পুলিচবোৰে মোক ধাক্কা এটা মাৰি ক'লে, "হেৰা, মুখ্যমন্ত্ৰী আছে। ইয়াত উঠিব নোৱাৰিবা। পিছৰ ফেৰীত আহিবা।"

"বুজিছ, 'গড়গাঁও, গড়গাঁও, কথা শুনি তল যাওঁৰ দৰে কথা। মোৰো কিবা এটা অকৰা খং উঠি গ'ল। ময়ো সেই বন্দুকধাৰী পুলিচজনক ওলোটা ধাক্কা এটা

মাৰি ধমকৰ সুৰত চকু ঘোপা কৰি ক'লোঁ, "হেৰা চিপাহী, তুমি মোক চিনি পোৱা নাই? মই প্ৰফুল্লৰ লগত আন্দোলন কৰিছোঁ। মোক কেনেকৈ বাধা দিয়া চাওঁচোন। বুলি বন্দুকটো ঠেলি দি ফেৰীত উঠিলোঁ আৰু প্ৰফুল্লৰ ওচৰ পালোঁহি। পুলিচকেইজন আৰু তাত গোটখোৱা মানুহখিনিয়ে মোৰ কাণ্ড দেখি তবধ মানিলে। মই সকলোৱে শুনাকৈ প্ৰফুল্লক চিঞৰি ক'লোঁ, "হেৰা প্ৰফুল্ল, এইবোৰ কি হৈছে? তুমি মোক এটা কথা কোৱাচোন? এই এ জি পি মানেনো কি?"

"প্ৰফুল্লই সেই একেই নিবোকা চামোনটো হৈ এটা মিচিকিয়া হাঁহি মাৰি মাথোন ক'লে, 'সেইটো নো কিবা প্ৰশ্ন হ'লনে?'

"মই ক'লোঁ, প্ৰশ্ন মানে? এইটো এটা ডাঙৰ প্ৰশ্ন। কিয়নো এ.জি.পিৰ আপ-টু-ডেট অৰ্থ হ'ল– এতিয়া গম পালি? মানে তই ধৰি ল– এ(এতিয়া) জি(গম) পি(পালি), বুজিছ?" মোৰ কথা শুনি সকলোৱে এনেকৈ হাঁহিৰ গিৰ্জনি তুলিলে যে মাজুলীৰ আকাশখনেই ৰজনজনাই গ'ল। বুকু ফাটি যাওঁ ফাটি যাওঁ হ'ল। হাঃ হাঃ হাঃ।"

"কিন্তু গম পাবলৈনো কিটো আছে?", মই সুধিলোঁ।

"কিটো আছে মানে? কিটো নাই, তাকেই সোধচোন?"

"হেৰৌ বহুবল্কী.......," সি মোক সম্বোধন কৰি কিবা এটা ক'ব খুজিলে।

"ধেৎ, তইহে বহুবল্কী? আজি মই ভোদাই", মই ক'লোঁ।

"বাৰু হ'ব দেচোন, হ'ব। তই এতিয়া ক'। এই যে এজিপি, আছুৰ পৰাই হ'লনে নাই? ইহঁতে বাংলাদেশী খেদিব, দুৰ্নীতি নিৰ্মূল কৰিব, অসমক প্ৰগতি-উন্নতিৰ সোঁতেৰে বোৱাব, অসমীয়াৰ কানীয়া অপসংস্কৃতি গুচাব আৰু স্বাৱলম্বী কৰি তুলিব, বাংলাদেশী অসমলৈ অহাৰ ভিকাচুন ভাঙিব আৰু সোণৰ অসম গঢ়িব ইত্যাদি ইত্যাদি প্ৰতিশ্ৰুতিৰে ক্ষমতাৰ গাদী দখল কৰিলেনে নাই? কিন্তু বাস্তৱত কি কৰিলে? সম্পূৰ্ণ ওলোটা কামবোৰ কৰি অসমীয়া জাতিটোক লুটমাৰ আৰু ধ্বংস নকৰিলেনে?

"তই চা। বাংলাদেশীক খেদিম বুলি ক্ষমতা পোৱাৰ পিছত বাংলাদেশীৰ ভোটৰ বাবে কংগ্ৰেছৰ লগত প্ৰতিযোগিতাত লিপ্ত হ'ল। খেদাৰ কথা বাদেই, এওঁলোকক সুৰক্ষা দি, মাটি-বাৰী, শিক্ষাৰ ব্যৱস্থা কৰিবলৈ এটা চৰ উন্নয়ন নিগমো কৰিলে আৰু যি সময়ত অসমীয়া গাঁৱত খোৱা পানী এটোপা দিয়াৰ ব্যৱস্থা নাই, সেই সময়ত চৰ উন্নয়নৰ নামত ধনৰ বানপানী বোৱালে। তেন্তে নকৰিবলৈ বাকী থাকিল কি?

"সিহঁতে দুৰ্নীতি গুচোৱা বা নিৰ্মূল কৰাৰ কথা কৈছিল। কিন্তু সিহঁতে দুৰ্নীতিৰ পাহাৰ গঢ়ি অসমত এক অভিলেখৰ সৃষ্টি কৰিলে। অসমীয়া মানুহক স্বাৱলম্বী কৰি

তুলিলে বাংলাদেশী অহাটো এনেয়ে বন্ধ হৈ গ'লহেঁতেন। কিন্তু সিহঁতে সেইটো নকৰিলে। কিয় জাননে? সেইটো কৰি নিজৰ হাতৰ কুঠাৰ ভৰিত মাৰিব কিয়? সেই যে মিঞাৰ ভোটবেঙ্ক নাইকিয়া হ'ব? তদুপৰি, হিতেশ্বৰৰ পদাঙ্ক অনুসৰণ কৰি গুপ্ত হত্যাৰে কিমানৰ জীৱন যে ধ্বংস কৰিলে? অসম বন্ধৰ অস্ত্রপাতেৰে অসমখন ধ্বংস নকৰিলেনে? নিবনুৱাসকল নিবনুৱা হৈ ৰ'ল। কিন্তু উদৰ পূৰাই সিহঁত নদন-বদন হ'ল। তদুপৰি, এতিয়া অনুশাসন বুলিও কিবা এটা কথা ইহঁতে এৰিলে নে? এতিয়া আকৌ সিহঁতে ক্ষমতাৰ মৰ খঁকত আকৌ এবাৰ দলটোকে বিভাজন কৰিবলৈ ওলাইছে। তেন্তে নকৰিলে কি?", ভোদায়ে আবেগ জৰ্জৰ হৈ কৈ গ'ল।

"শুন ভোদাই। এনেকৈ বিচাৰিলে কথা উলিয়াই তই শেষ কৰিব নোৱাৰিবি। অকল এজিপি-কংগ্ৰেছক দোষ দিলেই উৰহীৰ আঁতডাল নোলায়। দুৰ্নীতি, ভ্ৰষ্টাচাৰ, ভণ্ডামি আৰু অপৰাধ-অকৰ্মৰ মহাসাগৰ এই অসমখন আৰু অসমীয়া সমাজখন', মই ক'লোঁ।

"ধৰ, অসমীয়া পিতৃ-মাতৃৰ কথাই কওঁ। আজিকালিৰ তথাকথিত সম্ভ্ৰান্ত (আচলতে দুৰ্নীতিৰে ধন ঘটা) পৰিয়ালসকলে ল'ৰা-ছোৱালীক ইংৰাজী নপঢ়ালে পৰিয়ালৰ সন্মান যায় বুলি ভাবে। অসমীয়া হৈ অসমীয়া ভাষাটো নিশিকিলে অসমীয়া ভাষাটো জীয়াই থাকিব কেনেকৈ? অসমীয়া মহিলাই মেখেলা-চাদৰ এৰি লংপেন্ট-চুৰিদাৰ, মিনিস্কাৰ্ট আৰু যে কত কি পিন্ধি গা জোকাৰি ফুৰা নাই নে? পুৰুষে ধুতী-পাঞ্জাবী নেৰিলিনে? অসমীয়া মানুহে মিটিং-আলোচনাচক্ৰ পাতিলে অসমীয়াত কথা নকৈ ইংৰাজীত লেক্‌চাৰ নিদিয়েনে? হেৰৌ, স্বয়ং আমেৰিকাৰ দৰে বিদেশতো এমুঠিমান অসমীয়াই অসমীয়াত্ব জীয়াই ৰাখিবলৈ পতা সন্মিলনত ইংৰাজীত কাৰ্যসূচী ৰূপায়ণ কৰা, মানে সকলো আলোচনা ইংৰাজীত কৰা, এইবোৰ অমুকাই নিজে দেখি লাজ পাই আহিছোঁ। এইবোৰ নিজৰ ভাষাটোৰ প্ৰতি হীনমন্যতা নহয়নে? হেৰৌ, আজি কালিৰ অসমীয়া মহিলাই আয়তীৰ নাম, বিয়াগীত আদিৰ কথা পাহৰিলে। তাৰ পৰিবৰ্তে ক্লাবত ডিস্কো ডেন্সত গা-জোকাৰি গৌৰৱ বোধ কৰা দিন আহিছে। অসমীয়া মহিলাই গামোচা বোৱাৰ কথা বিসৰ্জন দিলে। এতিয়া বিহু পাতে মাদ্ৰাছ, অন্ধ্ৰ আৰু গুজৰাটৰ গামোচাৰে। অসমীয়া মহিলাই পিঠা-পনা তৈয়াৰ কৰিব নজনা হ'ল। আজিকালি মাৰোৱাৰীৰ দোকানৰ পিঠাৰে অসমীয়াই বিহু পালন কৰে। তেন্তে অসমীয়া ভাষা-সংস্কৃতিক জীয়াই ৰাখিব কোনে? ..........", মই ক'লোঁ।

"তেন্তে ইমানবোৰ অনীতি-অনিয়ম হৈয়েই আছে যিহেতু এইবোৰ কথা একেবাৰে নিয়মৰ অধীন কৰি বাধ্যবাধকতা কৰি দিলে দেখোন সমস্যা সমাধান হ'ব?" যেনে দুৰ্নীতি নিবাৰণৰ ঠাইত দুৰ্নীতি নিশ্চিত কৰণৰ বাবে আইন এখন

কৰিলে কেনে হয়? সেইদৰে ভেঁজাল প্ৰতিৰোধ নহয়, ভেঁজাল নিশ্চিতকৰণৰ আইন এখনকে হওক?" আমি লাগিলে ইয়াক সফল কৰি তোলাৰ বাবে আকৌ এটা দুবছৰীয়া আন্দোলন কৰিম। কিবা এটা কৰি আইনৰ যোগেদি যদি দুৰ্নীতি নীতি হৈ যায়, তেন্তে ময়ো মাৰিলোঁ টেক্কা। একেবাৰে চৈধ্য পুৰুষলৈ আঁটাকে ঘটিব পাৰিম বুজিছ?, ভোদায়ে কথাখিনি শেষ কৰি আকৌ বকলা মেলিবলৈ ল'লেহি

"আৰু মই কওঁ শুন। আমাৰ আন্দোলন কৰিবলগীয়া আৰু কেবাটাও অতিশয় গুৰুত্বপূৰ্ণ দিশ আছে। মই অনুভৱ কৰা প্ৰথমটো দিশ হ'ল চৰকাৰে যেতিয়ালৈকে যুৱক-যুৱতীসকলক চাকৰি দিব নোৱাৰে তেতিয়ালৈকে বন্দুক দেখুৱাই ধন লুট কৰাৰ লাইচেঞ্চ একোখনকে দিয়ক। দ্বিতীয়তে, আমি যিহেতু ভাৰতবৰ্ষৰ অঙ্গ, গতিকে দেশৰ অন্যান্য ৰাজ্যৰ দৰে আমাৰ যুৱকসকলকো কইনা ঘৰে যৌতুক দিয়াটো আইনৰ যোগেদি বৈধ কৰা হওঁক। তৃতীয়তে, আমেৰিকা আদি দেশৰ আৰ্হিতে আমি কাম-বন কৰি ভাল নোপোৱা যুৱক সকলৰ বাবে একোটা কানীয়া ভাট্টা দিয়া এখন আইন পাছ কৰা হওঁক। ইয়াৰ বাবে আমি দীঘলীয়া আন্দোলন কৰিম। চতুৰ্থতে, চাকৰিৰ অভাৱত বিয়া বাৰু কৰাব নোৱৰাসকলক চৰকাৰে এককালীন সাহায্য ৰূপে অন্ততঃ এক লাখকৈ আৰু পৰিয়ালৰ ভৰণ-পোষণৰ বাবে মাহিলী পাঁচ হাজাৰকৈ টকা দিয়াৰ আইন এখন কৰক। নতুবা চাকৰি নোপোৱলৈকে বা এনে সাহায্য অবিহনে অসমীয়া যুৱক-যুৱতী সকলে বিয়া কৰোৱাটো বেআইনী বুলি ঘোষণা কৰক। অৰ্থাৎ বিয়া-বাৰু বন্ধ। তাকো যদি কৰিব নোৱাৰে তেন্তে ৰিজাৰ্ভ ফৰেষ্টৰ গছবোৰ কি চোৰাং বেপাৰী-বনবিষয়াৰ হাততে শেষ হ'ব নেকি? তাৰ পৰিৱৰ্তে আমাৰ নিকনুৱা, দুখীয়া চামৰ প্ৰত্যেককে অন্ততঃ দহডাল শাল-চেগুণ গছ কটাৰ পাৰ্মিট দিয়ক। পঞ্চম সমস্যাটোও বৰ গুৰু গম্ভীৰ। আমাৰ অসমীয়া জনসংখ্যাৰ অভাৱতে বাংলাদেশী আহি অসমখন শেষ কৰি পেলালে। ইয়াক ৰোধ কৰাৰ অৰ্থে প্ৰতি বিবাহিত ব্যক্তিয়ে অন্ততঃ পাঁচটাকৈ সন্তান জন্ম দিয়াৰ বাধ্যবাধকতা আইন এখন পাছ কৰক।

"কিন্তু সকলো কথা যে আইন বা নিয়মৰ অধীন কৰিব নোৱাৰি। ধৰ, পৰকীয়া প্ৰেম বুলি এবিধ অমৃতসম সুখ ভোগ আছে নহয়? বিবাহিত মহিলা-পুৰুষে এনে কৰাটো দুৰ্ঘোৰ পাপ নহয়নে বাৰু? কিন্তু সেইবোৰ কোনেনো কৰিবলৈ ভাল নাপায়? স্বাভাৱিকতে, এইবোৰ কাম সম্পূৰ্ণ গোপনীয়কৈ হয়। ইয়াক আইনৰ লেকামে ঢুকি পাব নোৱাৰে। আনহাতে আইন-কানুনৰ অভাৱ অন্ততঃ এইখন দেশত হোৱা নাই। অভাৱ হৈছে আইন-কানুন পালন কৰা মানুহৰহে। ধৰ, মেডিকেল কলেজৰ ডাক্তৰৰ চেম্বাৰ প্ৰেকটিচ, স্কুল-কলেজৰ শিক্ষকৰ চেম্বাৰ-স্কুলত শিক্ষা বিক্ৰী ইত্যাদি। অকল আইন অনুসৰিয়েই নহয়, নৈতিকতাৰ ফালৰ পৰাও হাস্পতালৰ

বেমাৰীক পেলাই থৈ দিন দুপৰতে নাৰ্ছিংহোম বা চেম্বাৰত প্ৰেকটিচ কৰা এক গুৰুতৰ অপকৰ্ম। কলেজৰ প্ৰফেছৰে কলেজত শিকাবলৈ এৰি চেম্বাৰত বহি টোকা বেচি টকা ঘটা দিন আহিছে অ', ভোদাই। তই কোনখন পৃথিৱীত আছনো?", মই ক'লো।

"হেয়া মইনো তোক কৈ আছোঁ? এতিয়াৰ পৰা এনে আইন বা নীতি হওঁক যাতে ডাক্তৰে চেম্বাৰত প্ৰেকটিচ আৰু শিক্ষকে কমত টিউচন নকৰিলে জেলৰ ভাত খাব লাগিব। হেৰৌ এইবোৰ বাইজৰ ভালৰ কাৰণে, বুজিছ? হাস্পাতালত ডাক্তৰৰ সকাম নাই, স্কুলত শিকাবলৈ মাষ্টৰৰ সুবিধা নাই। তেন্তে টিউচন, প্ৰেক্টিচ নকৰি কৰিব কি?", ভোদায়ে যুক্তি দিলে।

"কিন্তু ডাঙৰ কথা এটা পাহৰি আছোঁ। এই যে আই এম (ডি টি) নে কিবা এখন আইন পাছ কৰি কংগ্ৰেছ চৰকাৰে বাংলাদেশীক আশ্ৰয় দি ভোট ভোগ কৰি আছিল, এতিয়া সেই আইনখন বোলে ছুপ্ৰিম কোৰ্টে বাতিল কৰিলে। তাৰ মানে কি? তাৰ মানে বাংলাদেশীসকল অসমৰ পৰা গ'ল! মানে যাবই দেচোন," ভোদায়ে আকৌ ক'লে।

"বাংলাদেশী কেতিয়াও নাযায়। কিয়নো, আমি কানীয়া অসমীয়াসকলেই সিহঁতক অহাৰ আৰু থকাৰ সুযোগ দিছোঁ। নিজৰ ভাত আৰু স্থান এৰি দিছোঁ।"

"কিন্তু চৰকাৰে ইহঁতক খেদি আমাৰ দেশখন মিঞামুক্ত কৰাটো এক সাংবিধানিক দায়িত্ব নহয়নে?", ভোদাইৰ যুক্তি।

"হ'লে কি হ'ব? বাংলাদেশীৰ ভোট বেঙ্কৰ বাবে চৰকাৰক বাংলাদেশী লাগে।", মোৰ উত্তৰ।

"কিয়? বাংলাদেশীৰ ভোটবোৰৰ সোৱাদ কিবা মিঠা আৰু অসমীয়াৰ ভোটৰ সোৱাদ তিতা নেকি?" ভোদায়ে ক'লে।"

"সেইবোৰ বহু কথা। আজি সময় হ'ল। আন এদিনলৈ থ'লোঁ।"

"নহয়, ৰ'বিচোন। কিবা এটা সমিধান নোহোৱাকৈ এনেকৈ.....? তেন্তে এই ফুচুৰি মেলখন কিবা এটা সমিধান দিব নোৱাৰালৈকে চলাই থকা হওক। তেতিয়া অন্ততঃ অকণমান হাঁহি-ধেমালিৰ জৰিয়তে মনৰ এই পৰ্বতসম দুখ-বেদনাৰ ভাৰ লঘু কৰি অমৃতসম সুখ লাভ কৰিম? হাঃ হাঃ হাঃ।" ...

*অভিমত ২৩ জুলাই ২০০৫*

# বন্ধ সংস্কৃতিৰ আধ্যাত্মিক ৰসালাপ

আজিৰ বহুবৰ্ষীৰ মেলত আবিৰ্ভাৱ হ'ল সোণাইৰ। মই বহুবৰ্ষীয়ে মোৰ লগত বকলা মৰাত ফেৰ মাৰিব পৰা যিকোনো লোককে স্বাগতম জনাই এক হিয়া জুৰ যোৱা মন উৰণীয়া তৃপ্তি পাওঁ। গতিকে মই তাক সানন্দে স্বাগতম জনালোঁ। সোণায়ে কিন্তু মোৰ স্বাগতমলৈ কোনো ভ্ৰূক্ষেপ নকৰাকৈয়ে একপ্ৰকাৰ চিঞৰ এটা মাৰি কৈ উঠিল, "দেখিছনে নাই, বহুবৰ্ষী!, মই যে কি সাংঘাতিক কাম এটা কৰি দেখুৱালোঁ। তই বাৰু বিশ্বাস কৰিবিনে? একবাৰে এশ শতাংশ সঁচা। মানে তাত এধানো ভেঁজাল নাই।"

উত্তেজনাত অস্থিৰ হোৱা সোণাইক মই অনুশাসনৰ সুৰত ক'লোঁ, "নিজৰ ঢোল নিজে বজোৱা মানুহক কোনেও বিশ্বাস নকৰে। ময়ো বেয়া পাওঁ। এনে কি অসাধ্য সাধন কৰিলি, কচোন বাৰু?"

"এইয়া বহুবৰ্ষী। মই কৈছোঁ নহয় তোৰ এইটোৱে দোষ। তোৰ আৰু শুধৰণি নহ'ল। কচোন, ক বাৰু? তই যে এইবোৰ বকলা মেল, তই জানো মিছা কব? মিছা কথাত কিবা পেট ভৰিবনে? শুন বহুবৰ্ষী, তই বিশ্বাস নকৰিলি বুলিয়েই সঁচাটো মিছা হৈ যাবনে? কেতিয়াও নাযায়। যি ঘটি গ'ল, তাক তই নঘটা কৰিব পাৰিবিনে? নিশ্চয় নোৱাৰ। সেই দেখিয়েই মই তোক কৈছোঁ, তই অবিশ্বাস নকৰিবি। এটা সাংঘাতিক নোহোৱা-নোপোজা ঘটনা ঘটাই আহিলোঁ এই আজৰ অসমৰ মুলুকত।"

"সোণাই, তই এইবোৰ আলুৰ তালু নোপোৱা কথাবোৰ বন্ধ কৰ। স্পষ্টকৈ ক, কি ঘটিল। নহ'লে বন্ধ কৰ তোৰ এই বকবাচবোৰ।"

"তাকেইতো কৈছোঁ। বন্ধ অ', বন্ধ। মানে বন্ধৰ কথাকে তোক ক'বলৈ আহিছোঁ। বন্ধ, বন্ধ, বন্ধ। মানে অসমখনত বন্ধৰ বানপানী উঠিছে। অসমীয়া মখা এই বানত ডুবি মৰিছে যদিও ক'বো পৰা কোনো ৰিলিফ নাই। যাওক। পৰহি যে 'অসম বন্ধ' হৈ গ'ল, সেইটো জান নহয়? কিন্তু কচোন তই, সেই বন্ধৰ আহ্বান কোনে দিছিল, কিহৰ জগৰত দিছিল আৰু ইয়াৰ ফলাফল কি হ'ল? তই নাজান নিশ্চয়। সেই বন্ধৰ হিৰো অমুকাই আছিলোঁ বুলি তোক মই ৰৰাই কৰি ক'ব পাৰোঁ। মই কোৱা কথাষাৰ যদি সঁচা হয়, তেন্তে মই যে এটা সাংঘাতিক ডাঙৰ

কাম কৰি আহিলোঁ, মানে এটা অসম্ভৱ কাম কৰিলোঁ, তই স্বীকাৰ নকৰি পাৰিবি নে? সোণাই বুকুখন দুই ইঞ্চিমান ফুলাই ক'লে।

"তেন্তে উৰহীৰ আঁতডাল উলিয়াই সকলোখিনি কচোন?", মই ক'লোঁ।

"ধন্যবাদ। শুনিবি, মন দি শুনিবি। আজি দুসপ্তাহমান আগৰ কথা। মোৰ গাধৰ মগজুত এটা বুধি খেলালে বাপেকে। বোলো চাওঁচোন, 'এক্সপেৰিমেন্ট' এটা কৰি? কিজানিবা হৈয়েই যায়?

"মানুহৰ কাণত মই উৰা-বাতৰি এটা এৰি দিলোঁ উৰিবলৈ। আৰু কি আচৰিত এই অসমীয়া জাতিটো। সঁচাকৈ দেখোন বন্ধটো হৈয়েই গ'ল। এতিয়া মই তোক কওঁ, কেনেকৈ এইটো সম্ভৱ হ'ল। তই কিন্তু মন দি শুনিবি। উৰা বাতৰিটো হ'ল- "অসমৰ স্বনামধন্য খোলবাদন শিল্পী, অসম গৌৰৱ, ৰাষ্ট্ৰপতিৰ সোণৰ পদকপ্ৰাপ্ত আৰু দেশে-বিদেশে সমাদৃত হৈ অসমৰ নাম উজ্জ্বল কৰা সংস্কৃতিৰ ধ্বজাবাহক সোণাই ভূএগ্ৰাৰ মেডিকেল কলেজৰ চিকিৎসকৰ ভুল চিকিৎসা আৰু অৱহেলাৰ ফলত করুণ মৃত্যু ঘটিল। ইয়াৰ প্ৰতিবাদ কৰিবলৈ "সোণাই ভূএগ্ৰা স্মৃতি সংৰক্ষণ ন্যাস সমিতি" নামৰ নৱগঠিত অনুষ্ঠানৰ লগত জড়িত বুদ্ধিজীৱী শিল্পীসকলে অহা ১১ আগষ্ট, বুধবাৰে ২৪ ঘন্টীয়া অসম বন্ধৰ আহ্বান দিছে।" মই এই সন্দৰ্ভত এটা প্ৰস্তাৱ তৈয়াৰ কৰি কেবাখনো বাতৰি-কাকতলৈ একোটা প্ৰতিলিপি নিজে দি আহিলোঁ। আবেদনটোত লিখা কথাখিনি আছিল এনেধৰণৰঃ "প্ৰয়াত শিল্পীজনাৰ আত্মাৰ সন্মানৰ বাবে অসমৰ প্ৰতিজন বাসিন্দাই এই প্ৰতিবাদ শোভাযাত্ৰাত অংশ গ্ৰহণ কৰি বন্ধ সফল কৰি তোলাৰ এটা মৰ্মান্তিক আবেদন জনালোঁ।

"কৈছোঁ নহয় তোক, একেবাৰে বনজুইৰ দৰে কথাটো সমগ্ৰ অসমতে বিয়পি পৰিল। আৰু তাৰ ফলস্বৰূপে, পৰহি অসম বন্ধ হৈ গ'ল! বন্ধটো তই উপভোগ কৰিলি নহয়? মানে, অসমবাসীৰ, নহয় অসমীয়া জাতিৰ, প্ৰাণৰো প্ৰাণ, বন্ধ সংস্কৃতিয়ে আকৌ এবাৰ হিয়াখন জুৰাই থৈ গ'ল। এতিয়া চা! মই মটৰ মেকানিক সোণাই ভূএগ্ৰা আজিও সজ্ঞানে আৰু সুস্বাস্থ্যে তোৰ লগত মেল মাৰি জীয়াই আছোঁনে নাই? কিন্তু মইনো কোন আছিলোঁ, মোৰ সমাজত দিয়া অৰিহণাই বা কি আছিল, মোৰ সঁচাকৈ ডাক্তৰৰ ত্ৰুটিৰ বাবে মৃত্যু হ'ল নে নাই, সেইবোৰৰ বিচাৰ-খোচাৰ নকৰাকৈ, বন্ধৰ মায়াজালত অধঃপতনে যোৱা অসমীয়া জাতিয়ে সমগ্ৰ অসমখনকে বন্ধ কৰি দিলে। এইটো বাৰু মোৰ বাবে অসাধ্য নাছিল বুলি তই ক'ব পাৰিবিনে?"

সোণাইৰ কথা শুনি মই তবধ মানিলোঁ। পৰহি অসম বন্ধ হৈ গ'ল সঁচা, কিন্তু, এই অসম বন্ধবোৰ আজিকালি সপ্তাহত এটা-ডেৰটাকৈ হ'বলৈ ধৰিছে।

হাঁচিটো মাৰিলেও অসম বন্ধ, কাহটো মাৰিলেও অসম বন্ধ। কোনে, কিয় এই অসম বন্ধবোৰৰ আহ্বান দিয়ে, তাৰ কোনো খবৰ নাই। খবৰ জনাৰ প্ৰয়োজনো নাই। কিয়নো, অসমীয়াক বন্ধৰ বাবে কোনো কাৰণৰ প্ৰয়োজন নাই। অসম বন্ধ নামৰ শব্দ দুটাত কিবা এটা যাদুকৰী শক্তি আছে। সেই মৌ বৰষা শব্দ দুটা অসমীয়া মানুহৰ কাণত তৰংগিত হ'লেই বচ, হৈ গ'ল। একেবাৰে কাদম্বৰীৰ ৰাগি লগা দি লাগে। গতিকে পৰহিৰ বন্ধটোও এশ শতাংশ সফল হ'ল।

সমগ্ৰ অসমীয়া জাতিটো বন্ধৰ মায়াজালত মুগ্ধ। কাম নকৰা সোৰোপা জাতিটো আচলতে সেইবাবেই আজি আসন্ন মৃত্যুৰ ক্ষণ গণি আছে। অলসতা, স্বাচ্ছন্দ্য আৰু আৰামৰ মহাসাগৰৰ গভীৰ তলিত পতিত অসমীয়া জাতি। এই জাতিটোক পংগু কৰি পেলাবলৈ বৃটিছসকলে কানি খোৱাৰ সুবিধা কৰি দিছিল। সেই কানিৰ ৰাগিয়ে অসমীয়াক আজিও এৰা নাই। এই আৰাম-উন্মাদ অসমীয়া সেইবাবেই বাংলাদেশী, নেপালী-পাঞ্জাবী-বঙালীকে সামৰি দেশী-বিদেশী লোকৰ ওপৰত নিৰ্ভৰশীল। গতিকে বন্ধৰ যাদুকৰী শব্দই অসমীয়াৰ হৃদয়ত স্বয়ংক্ৰিয়ভাৱে ক্ৰিয়া কৰি থাকে। ইয়াৰ প্ৰমাণ স্বয়ং সোণাই।

সি যি কথা শুনালে, তাৰ যদি এক শতাংশও সঁচা হয়, তেন্তে ই এটা সাংঘাতিক বিপজ্জনক কথা। পিছে সি যি অসাধ্য সাধন কৰা বুলি বুকু ফিন্দাই নিজৰ ঢোল পিটিছে, তাত আচলতে কোনো কৃতিত্ব নাই। কিয়নো, ই অসাধ্য নহয়। আজি যদি বাংলাদেশীসকলে 'বিদেশী নাগৰিকৰ বহিষ্কাৰ কৰাটো বন্ধ কৰক' বুলিও অসম বন্ধৰ আহ্বান দিয়ে, তেন্তে তেতিয়াও বাংলাদেশী খেদা অসমীয়া সকলেই অসম বন্ধ পালন কৰিব। কোনোবাই যদি "অসমীয়াৰ দাদাগিৰি বন্ধ কৰক" বুলিও তাৰ সমৰ্থনত অসম বন্ধৰ দাবী তোলে, তেতিয়াও অসমখন বন্ধ হৈ যাব। ধৰি লওঁক, আলফাই বোমা বিস্ফোৰণ ঘটাই ক'ৰবাত মানুহ মাৰিলেই। প্ৰত্যুত্তৰত সেনাই কৰা গুলী বৰ্ষণত এজন আলফা মৰিল। আলফাই লাহেকৈ এৰি দিলে বন্ধৰ আহ্বান। বন্ধ এশ শতাংশই সফল হৈ যাব। অকল আলফাৰ ভয়ত নহয়, বন্ধত কাম নকৰাৰ সুযোগ উপভোগ কৰিবলৈহে।

এইবোৰ কথাকে ভাবি-চিন্তি মই নিঃপালি মাৰি থকা দেখি সোণায়ে ক'লে, "বহুবল্কী! তই চাগৈ ভাবিছ, বোলে ই সোণাই কম বস্তু নহয়! পিছে ইয়াত মোৰ নিজৰ কোনো কৃতিত্ব নাই। সকলো (কু)খ্যাতি হ'ল সেই আন্দোলনৰ নেতাৰূপী অসমখন ধ্বংস কৰি যোৱা প্ৰফুল্ল-ভৃগুহঁতৰ। কিয়ে অসম বন্ধৰ দৰে এটা অদ্ভুত বস্তু ইহঁতে নুলিয়ালে। অসম বন্ধ কিবা এটা ভাতৰ লগত পানী খোৱা কথানে? শিয়ালটোৱে হোৱা, হোৱা কৰিলেও অসম বন্ধ হৈ যায়! অৱশ্যে, আমি মূৰ্খ মানুহ দেচোন আৰু?"

"তই ঠিক কৈছ, সোণাই। অসমখন কাৰো বাপেকৰ একচেটিয়া সম্পত্তি নহয়। কাৰো মাকেও যৌতুকত পোৱা সম্পত্তি নহয়। এতেকে অসমখন বন্ধ কৰি দিয়াৰ কাৰো হক নাই। কিন্তু, হকে-বিহকে সকলোৱে তাকেই কৰি আছে।

আচলতে, অসমখন বন্ধ হোৱা মানে সেই সময়খিনিত অসমখনৰ মৃত্যু হয়। মানুহৰ মৃত্যু ঘটালে, আইন-আদালতৰ হাতত শাস্তি খাব লাগে। কিন্তু, অসমখনৰ এইদৰে সাময়িক মৃত্যু ঘটাই বা ক'মাত অৰ্ধমৃত কৰি ৰাখি যি অপৰাধ কৰা হয়, তাৰো শাস্তি কোনে দিব? অসম বন্ধৰ আহ্বান এক গুৰুতৰ অৰ্থনৈতিক বা সামাজিক অপৰাধৰূপে আইন এখন থাকিলেহে? আইন নহ'লে অপৰাধী হ'ব কেনেকৈ?" মই ক'লোঁ।

"সেইবাবেই মই কথাটো গমি-পিটি চাইছোঁ। আমি মানে তই, মই ভোদাই আৰু ঘিণাইয়ে মিলি কিবা এটা তৎকালীন ব্যৱস্থা নল'লে অসমখন সঁচাকৈ এদিন ৰসাতলে যাব। মোৰ মগজুত এটা বুধিয়ে এই মাত্ৰ ক্ৰিয়া কৰিছে, অ' বহুবল্কী। কামটো কিন্তু অতি সোনকালে কৰিব লাগিব। মানে পাৰিলে কাইলৈকে কৰোঁ। মহামান্য গুৱাহাটী হাইকৰ্টত এখন ৰীট আবেদন দাখিল কৰোঁ। তইতো নিজেই উকীল। টকা-পইচাও মানে উকীলৰ ফীজ বুলিও ভৰণি ভৰিব নালাগে। আমাৰ ৰীট আবেদনৰ নিবেদন হ'ব– অসম বন্ধ কৰা নিষেধ কৰা হওক। কোনোবাই যদি এই নিষেধ ভংগ কৰি অসম বন্ধ ঘোষণা কৰে, তেন্তে সিহঁতক ফাঁচি নহ'লেও যাবজ্জীৱন কাৰাদণ্ড দিয়া হওক। এই মৰ্মে হাইক'ৰ্টে এখন আইন প্ৰণয়ন কৰাৰ নিৰ্দেশ অসম চৰকাৰক দিয়ক।"

"তোৰ লগত এনে ধেমেলীয়া কথাপাতি এক প্ৰকাৰ আৰাম পাওঁ অ' সোণাই। তই ঠিকেই কৈছ। সকলোৰে এটা সীমা আছে। এই নিলাজ-নিধক অসম বন্ধৰ পিতৃসকলক এসেকা ভালকৈ দিব নোৱাৰিলে, এই নিৰ্বোধ অসমীয়া জাতিটো এদিন মৰি থাকিব। এতিয়া যে জোৰ পুৰি হাত পালেহি। কিবা এটা কৰিবই লাগিব। নহ'লে, এনেকুৱা এটা অৱস্থা হৈছে যে অসমীয়াসকলক বহিষ্কাৰ কৰা হওক বুলি যদি বিদেশী-বাংলাদেশী নাগৰিকেও এদিন অসম বন্ধ দিয়ে তেন্তে মূৰ্খ, কানীয়া অসমীয়াসকলে অসম বন্ধ সফল কৰি পেলাব," মই ক'লোঁ।

"মই এটা কথা বুজি নাপাওঁ, অ' বহুবল্কী। এই অসম বন্ধৰ সুবিধা-অসুবিধাবোৰৰ তই কিছু আভাস দিব পাৰিবিনে বাৰু?", সোণাইৰ উদ্বিগ্ন প্ৰশ্ন।

"অসম বন্ধ হ'ল অসমৰ সাময়িক মৃত্যু ঘটোৱাৰ এক পাশুপাত অস্ত্ৰ। এই পাশুপাত অস্ত্ৰই অসমক তিল তিলকৈ হত্যা কৰি আছে। বন্ধৰ কু-প্ৰভাৱত অসমৰ অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক, শৈক্ষিক আৰু আনুশাসনিক ক্ষেত্ৰখন তিল তিলকৈ ধ্বংসৰ গৰাহত পতিত হৈছে। অসম বন্ধ মানে অসমৰ স্বাভাৱিক জীৱন-

যাপনেই বন্ধ। সেই সময়ত আকাশ মাৰ্গেৰে বিমান, ৰেল-লাইনেৰে ৰে'ল, ৰাস্তাৰে মটৰ যান-বাহনৰ চলাচল বন্ধ। দোকান-পোহাৰ, কিনা-বেচা বন্ধ। ফেক্টৰী, অফিচ, কৰ্মসংস্থান বন্ধ। মানে........."

"ৰ'বিচোন বহুবক্সী। মোৰ মগজুটোত ট্ৰেফিকজাম' হৈছে, মানে সকলো খেলিমেলি হৈছে। তই এটা কথা কচোন। অসম বন্ধত অসমৰ আকাশত বিমান উৰা বন্ধ হ'ব কেনেকৈ? তেন্তে বন্ধৰ সময়ত বৰষুণ অহা বা অসমৰ মানুহৰ গালৈ বেমাৰ-আজাৰ অহাটোও বন্ধ হৈ নাযায় কিয়? ধৰ, বৰষুণ নাহিলেই; সেই সময়ত ভূমিকম্পওতো আহিব পাৰে?

গতিকে বন্ধৰ আহ্বায়ক সকলে এইবোৰ আহ্বানো দিয়ক : অসম বন্ধৰ সময়ত (১) বৰষুণ, ভূমিকম্প, আগ্নেয়গিৰি, ছুনামি– সমূলি বন্ধ (২) ব্ৰহ্মপুত্ৰ নদীৰ পানী বঢ়া অথবা নৈখন অসমৰ বুকুৰেদি বৈ যোৱাও বন্ধ আৰু (৩) বাংলাদেশীসকলে সন্মুখীন হোৱা ঠাই অকুলনৰ ক্ৰমবৰ্দ্ধমান সমস্যাটোৰ স্থায়ী সমাধানৰ স্বাৰ্থত এতিয়াৰ পৰা, মানে ধৰ, এই মুহূৰ্তৰ পৰাই, খিলঞ্জীয়া অসমবাসী অসমীয়াসকলৰ নতুন কেঁচুৱা জন্ম-সমূলি বন্ধ। বন্ধৰ আহ্বানত এনে কাৰ্যসূচী থকাটো বন্ধ পালনৰ পূৰ্বচৰ্ত হ'ব লাগিব। নতুবা অসম চৰকাৰেই কিবা এটা কৰক। কি কৱ তই? আৰু যদি চৰকাৰে সেই কাম কৰিব নোৱাৰে তেন্তে এই অসম বন্ধ বে-আইনী ঘোষণা কৰি এখন আইন পাছ নকৰে কিয় অ'?"

"তোৰ কথাবোৰ মই একেবাৰে দলিয়াই পেলাবলগীয়া বুলি নকওঁ। কিন্তু এইবোৰ কাম চৰকাৰে নকৰে। কৰিব লাগিব তই বা মই। মানে অসমৰ ৰাইজে। অসমৰ প্ৰতিটো চুকে-কোণে একোটা অসম বন্ধ বিৰোধী সংস্থা গঢ়ি তুলি অসম বন্ধৰ বীজকে নিৰ্মূল কৰি পেলাব লাগিব। একোখন ৰাইজৰ আদালত গঢ়ি তুলি দোষীসকলক চিনাক্ত কৰি শাস্তি বিহিব লাগিব। শাস্তি মানে তই জেইল-জৰিমনাৰ কথা ভাবিব নোৱাৰ! কিন্তু সমাজৰ পৰা বহিষ্কাৰ বা এলাগী কৰাটোতকৈ ডাঙৰ শাস্তি কি হ'ব পাৰে?"

"হেৰি নহয়, বহুবক্সী। এই অসম বন্ধৰ পৰা বোলে বহুতৰে কিবা-কিবি লাভ হয়, হয়নে বাৰু?"

"লাভ হয়। ক'লা বেপাৰীয়ে সামগ্ৰীৰ হৰলুকি কৰি উপভোক্তাক শোষণ-লুটপাট কৰে। ৰাজনীতিকে ভোট বেংকৰ ৰাজনীতিত ক্ষমতা লাভৰ বোনাচ আৰ্জে। কিন্তু মৰণ হ'ল সাধাৰণ মানুহৰ। যেনে দিন হাজিৰা কৰা লোক, ৰিক্সাবালা, অ'টোৱালা, সাধাৰণ পাণ দোকানী, মাছ বেপাৰী, ফলমূলৰ সৰু বেপাৰী-- সেইবোৰে পেট বান্ধি লঘোণে থাকিব লাগে। চৰকাৰী অফিচ বন্ধ হ'লে ৰাইজৰ দুৰ্দশাৰ সীমা নাইকিয়া হয়। পেঞ্চন বিচাৰি ধুবুৰী, ডিব্ৰুগড়ৰ পৰা অহা বুঢ়া কেইজনৰ

হোটেলত ভাৰা দিব নোৱাৰি নিজে বন্ধক থাকিবলগীয়া অৱস্থা হয়। বেমাৰ হ'লে ডাক্তৰ-দৰৱ বিচাৰি যাবলৈ যান-বাহন নাইকিয়া হয় আৰু ঘৰতে বিনা চিকিৎসাই মৃত্যুবৰণ কৰাৰ দৰে কৰুণ ঘটনা ঘটি গৈছে। সেইদৰে....."

"মাফ কৰিবি। মই তোক দুটা কংক্রিট উদাহৰণ দি থওঁ। সেই পঞ্চগ্ৰামৰ নলিনী বৰা যে? তেওঁ সেই অসম বন্ধৰ দিনাই চিকিৎসাৰ অভাৱত দুঘন্টামানৰ ভিতৰতে পঞ্চত্বং গত হৈ গ'ল। আৰু এটা সাংঘাতিক কথা কওঁ। অসম বন্ধৰ কাৰণে বিয়া এখনেই ভাগি গ'ল। দৰা আহিব লাগিছিল মণ্ডলদৈৰ পৰা। কিন্তু বন্ধৰ বাবে দৰা আহিব নোৱাৰিলে। কইনাৰ বাপেকে ক'লে, 'মই ভোজভাত পাতি অতবোৰ খৰচ কৰিলোঁ। আকৌ এবাৰ কেনেকৈ কৰিম? কিন্তু দৰাই বা কেনেকৈ আহিব দেচোন? লাজ অপমানত কইনাজনীয়ে আত্মহত্যা কৰিবলৈ বাধ্য হ'ল। কি যে ট্রেজেডী!"

"অকল সেয়ে নহয়। ৰেল বন্ধ হ'ল অসম বন্ধত। বিমানৰ উৰণ বন্ধ হ'ল অসম বন্ধতেই। মালবাহী ট্রাকো বন্ধ হ'ল। তাৰফলত কি নহ'ল? অসমলৈ বস্তু নাহিল। বজাৰত বস্তু-বাহানিৰ দাম দুগুণ চৰিল। ক'লা বেপাৰীয়ে বস্তুৰ হৰলুকি কৰি দুখীয়া অসমৰ ৰাইজক শোষণ কৰিলে। এই বন্ধৰ ফলত অসম চৰকাৰৰ লাখ লাখ টকাৰ কৰ ৰাজহৰ লোকচান হ'ল। আনকি বন্ধৰ পিছ দিনা বজাৰৰ পাচলি-মাছ-মুৰ্গীৰো মিএগই দাম বঢ়ালে। বন্ধৰ সমৰ্থক-বিৰোধীসকলৰ মাজত মাৰ-পিট হ'ল। স্থলস্থূলত ক'ৰবাত জুই জ্বলিল। আইন-শৃংখলাৰ নামত দুখীয়া ৰাইজৰ পৰা কৰ-কাটল লগাই আদায় কৰা চৰকাৰী ভঁৰালৰ ধন পুলিচ-মিলিটাৰীৰ দৰমহা, গাড়ীৰ পেট্রোল আৰু ডিজেলত ধ্বংস হ'ল। তেন্তে অসম বন্ধ এক অপৰাধ আৰু অসম বন্ধ কৰা লোকসকল জঘন্য অপৰাধী হ'লনে নাই?", মই ক'লোঁ।

"আৰু তই মন কৰিছনে, বহুবন্ধী? জীৱ মাত্রেই অভাৱ-অনাটন, দাবী-দাওৱাজ থাকিবই।

তই জীৱৰ কথা কোৱা কাৰণেহে কথাটো মোৰ মূৰত সোমাল। এই যে বাঘ, সিংহ, হাতী, শিয়াল, কুকুৰ, কাউৰী, গৰু-ঘোঁৰা-ছাগলী— এই নিৰীহ, নিৰ্বাক জীৱসকল আছে, সিহঁতৰোতো একোটা পেট আছে? বাঘে চিকাৰ নাপালে ভোকত থাকিব লাগে। কাউৰী এটা খুদ-কণ বুটলিবলৈ আহিলেও মানুহে শিলগুটি মাৰি খেদিব। গৰুক পেট ভৰাই ঘাঁহ নিদিব। গাইৰ পোৱালীৰ মুখৰ পৰা ওহাৰৰ গাখীৰখিনি গিৰিহঁতে খীৰাই পোৱালীক শুকাই মাৰিব। মানুহ ইমান যে নিষ্ঠুৰ হ'ব লাগেনে? শাস্ত্রত কোৱা আছে য'ত- জীৱ ত'ত শিৱ। এতেকে এই বদমাচ মানুহ জীৱই যে এইবোৰ অন্যায়-অনীতি কৰি আছে, তাৰ প্রতিবাদত প্রকৃতিপ্রেমী সংগঠনসমূহে যদি অসম বন্ধৰ আহ্বান দিয়ে, তেন্তে কিনো মহাভাৰতখন অশুদ্ধ হ'ব?

যদি অসম বন্ধ হ'বই লাগে, তেন্তে অসমীয়া জীৱ-জন্তুসমূহৰ হৈও বন্ধ হ'বই লাগিব। মই বেয়া কৈছোঁ, নেকি, অ' বহুবন্ধী? এই মৌলিক কথাটো মেনকা গান্ধীয়ে যে কিয় অৱহেলা কৰিছে মই তাক বুজি নাপাওঁ।"

"তই বাৰু ঠিকেই কৈছ। কিন্তু আচল কথাটো কি জান? এই কানীয়া অসমীয়াসকল বন্ধৰ নাম শুনিলে আত্মহাৰা হয়। গতিকে যদি পশু-পক্ষী সবৰ এটা সমন্বিত সংস্থাই বা কোনো প্ৰকৃতিপ্ৰেমী সংগঠনে 'কাজিৰঙা বা ৰেংমা ৰিজাৰ্ভৰ' হাবিত হাতীৰ বাবে হাবি নথকাত বিলৈ বিপত্তি হৈছে বুলি অসম বন্ধৰ আহ্বান জনায়, তেতিয়াও সেই বন্ধ পূৰামাত্ৰাই সফল হ'ব। এই সম্পৰ্কে কোনো চিন্তাই নকৰিবি। কিন্তু হাতীৰ এই মৌলিক অসুবিধাৰ প্ৰতি মানুহে মন্-কাণ দিয়াৰ সময় নাই। বৰং হাতীয়ে অমুকত উপদ্ৰৱ কৰিছে, অ'ত খেতি নষ্ট কৰিছে, ত'ত মানুহ মাৰিছে বুলিহে মানুহে হাতীক গুলীয়াই মাৰিছে। অথচ হাতীক নিজৰ আবাস ভূমিৰ পৰা বঞ্চিত কৰি যে মানুহেহে হাতীৰ অনিষ্ট কৰিছে, সেই কথা কোনে উপলব্ধি কৰিছে? হাতীৰ আশ্ৰয়স্থল হাবি-বননি কাটি খাস্তাং কৰি হাতীক বিপদগ্ৰস্ত কৰাৰ প্ৰতিবাদত অসম বন্ধ তেন্তে নহ'ব কিয়?, মই ক'লোঁ।

"অসম বন্ধৰ উপৰি আৰু বন্ধ আছে। এই ধৰ, তোৰ অসম চৰকাৰৰ চৰকাৰী বন্ধবোৰ। ধৰ্মনিৰপেক্ষ গণতান্ত্ৰিক ভাৰতত আজি বোলে অমুক জাতিৰ, কালি বোলে অমুক গোষ্ঠীৰ, অমুক সংখ্যালঘু, মানে ধৰ্মীয় আৰু ভাষিক সংখ্যালঘুৰ বীৰ শ্বহীদৰ জন্মদিনটো বন্ধৰ দিন ঘোষণা হ'ব লাগে, এনেকৈ প্ৰত্যেক গোষ্ঠীৰে দাবীবোৰ বাঢ়ি আহিছে। আৰু ফলত এসময়ত বছৰত তোৰ ১৫/১৬ দিন বন্ধৰ ঠাইত ৩৮ নে ৪০ দিন বন্ধ হ'লগৈ। তদুপৰি বছৰত ৫২টা সপ্তাহত ৫২টা দেওবাৰ আৰু একে সংখ্যক শনিবাৰ হয়। তাৰে ২৬ টা শনিবাৰ বন্ধ। এইদৰেও গ'ল তোৰ ৭৮ দিন বন্ধ। ইয়াৰ লগত চৰকাৰী বন্ধ ৪০ দিন যোগ দিলে হিচাবটো কিমান হ'ল? ১১৮ দিন হ'ল নে নহ'ল? ইয়াৰ পিছত বছৰত অসম বন্ধ কিমান দিন হ'ল? হিচাবটো অৱশ্যে 'ফ্লেক্সিবোল' হ'ব। ধৰ প্ৰত্যেক গোষ্ঠীয়ে স্বায়ত্ব শাসন বিচাৰি অথবা, নিজৰ ভাষা, উপভাষা, দোৱানক ৰাজ্যিক ভাষা ঘোষণাৰ দাবীত অসম বন্ধৰ আহ্বান দিলে। বন্ধৰ আহ্বান মানে বন্ধতো হ'বই। ধৰ কোনো সন্ত্ৰাসবাদী সংস্থাই সন্ত্ৰাসবাদীক শাস্তি দিয়াৰ প্ৰতিবাদত অসমবন্ধ দিলে, যেনেকৈ মহম্মদ আফজল গুৰু নে কোনোবা এজন সন্ত্ৰাসবাদীয়ে সংসদ ভৱনত ঘটোৱা বিস্ফোৰণৰ বাবে আদালতত দোষী সাব্যস্ত হোৱাৰ পিছতো ফাঁচীৰ ৰায়ৰ বিৰুদ্ধে ৰাজনৈতিক আন্দোলন গঢ়ি উঠিছে। ধৰ 'চোৰ-ডকাইত, ধৰ্ষণকাৰী সকলক শাস্তি দিলে নচলিব। শাস্তি উঠাই লওক' বুলি অসম বন্ধৰ আহ্বান আহিল। তেতিয়াও বন্ধ এশ শতাংশই সফল হ'ব। তেন্তে বছৰত এনে বন্ধ কিমান হ'ব পাৰে? ইয়াৰ কোনো

নিৰ্ধাৰিত সীমা নাই। হয়তো মাহে ৮/১০ দিনকৈ হ'লেও বছৰত ১১০/২০ দিন হ'ব। এইখিনি যোগ কৰ ওপৰত কোৱা ১১৮ দিনৰ লগত। তেন্তে বছৰটোৰ দুই-তৃতীয়াংশ কাম কৰা দিন বন্ধত গ'ল। থাকিল কিমান? থাকিল বছৰটোৰ এক তৃতীয়াংশ। এই দিনখিনিতো কামত ফাঁকি দিয়া নহয়নে? তদুপৰি কেজুৱেল লিভ, আৰ্ন্‌ড্ লিভ আছেই। গতিকে অসমখন বন্ধৰ ভূ-স্বৰ্গ। সেয়েহে এই বন্ধৰূপী জাতীয় কৰ্কটটোক ফাঁচি দিয়াৰ বাবে এটা জনজাগৰণৰ দৰ্কাৰ।" মোৰ কথাখিনি ধৈৰ্য্যৰে শুনি সোণায়ে সমিধান এটা আগবঢ়ালে।

"মই যি বুজিলোঁ, সমস্যাটো দুই ধৰণে সমাধান হ'ব পাৰে। এক নম্বৰ— এনে এখন "অসম বন্ধ নিষেধ" আইন পাছ কৰা হওক, যি আইনে বন্ধ আহ্বান দিয়াসকলৰ ফাঁচি আৰু বন্ধ পালন কৰা সকলক যাবজ্জীৱন কাৰাদণ্ড বিহিব নতুবা ইয়াৰ বিকল্প ব্যৱস্থা ৰূপে বন্ধ পালন নকৰাসকলেহে জেইলৰ ভাত খাব লাগিব। সমিধানটো কেনে হ'ব?" হাঃ হাঃ হাঃ"। ...

*অভিমত ৩০ জুলাই ২০০৫*

# সময় জ্ঞানৰ তাত্ত্বিক ৰসালাপ

বহুবল্কীৰ মেললৈ আজি ঘিণাই আৰু ভোদাই উভয়েই আহিছে। মই ভাবিলোঁ, তেন্তে আজিৰ মেলখন গহীনেই হ'বগৈ। পিছে ঘিণায়ে এটা বৰ হাঁহি উঠা প্ৰশ্ন কৰি বুকু ফুলাই মোৰ পিনে চাই ৰ'ল— যেন এইটো এনে এটা প্ৰশ্ন, যাৰ উত্তৰ মইতো বাদেই, মোৰ চৈধ্য পুৰুষেও দিয়া টান!

"হেৰৌ বহুবল্কী! হেৰি নহয়, মানে এই 'সময় নাই' মানে কি অ'? সময় আৰু ক'ৰবাত নোহোৱা হ'ব পাৰেনে? সময় সদায় আছে, সদায় থাকিব; ই অনন্ত, ই অমৰ্ত্য। যাক যিমান লাগে ইচ্ছামতে ল'লেই হ'ল। তাৰ বাবে কোনোৱে কাকো পইচা দিব নালাগে। মানে ফ্ৰী। তেন্তে, কিছুমান মানুহে যে কয়, বোলে "মোৰ সময় নাই", সেই মানুহবোৰ মূৰ্খ নেকি? তই কি ক'বি?"

"হেৰৌ ঘিণাই, সময়ৰ জোখ লোৱা হয় মানুহৰ জীৱন-কালৰ মাপকাঠীৰে। মানুহৰ জীৱন-কাল খন্তেকীয়া। জীৱন মানেই এক তয়া-ময়া যুঁজ। এই যুঁজত বৰ্তি থাকিব পাৰি জীৱনক জীয়াই ৰখাৰ সকলো প্ৰয়োজনীয় কৰ্মৰাজি সমাপন কৰিহে।

সেই কাৰণে আমেৰিকাৰ দৰে উন্নত দেশত জীৱনৰ গতি বেগী। তাত মানুহ ইমান ব্যস্ত যে কাৰো ক'তো এক চেকেণ্ডো ৰ'বৰ সময় নাই। কাৰো লগত এষাৰ কথা পতাৰ সময় নাই। আমাৰ দৰে সময় নাই, অসময় নাই, আৰু ঘৰে তাৰ ঘৰে যেতিয়াই তেতিয়াই ধুমকেতুৰ দৰে ওলাই বাৰে ভচহু কথা পাতি সময় নষ্ট কৰাৰ সংস্কৃতি-ৰীতি নাই। আনকি তেওঁলোকৰ জোতাযোৰ পিন্ধাৰ বা অফিচ-স্কুললৈ যাওঁতে ব্ৰেকফাষ্ট খোৱাৰো সময় নাই।

এওঁলোকে ভৰপুৱাতে ঘৰৰ পৰা গাড়ীত উঠে দৌৰে। তেতিয়াই চেন্দুইচ একামোৰ মাৰি দিনটোৰ বাবে অদৃশ্য হ'ল যে হ'লেই। যেতিয়াই তেতিয়াই মিটিং পাতি, বক্তৃতাৰ নামত অশ্ৰাব্য, অপ্ৰাসঙ্গিক কথা কৈ সময় ধ্বংস কৰাৰ এওঁলোকৰ নজিৰ নাই।

এবাৰ আমেৰিকাৰ নিউজাৰ্চি ৰাজ্যৰ এডোখৰ অখ্যাত বিতোপন ঠাইত প্ৰবাসী অসমীয়াসকলে বাৰ্ষিক সম্মিলন পাতি সেই ঠাইৰ স্থানীয় মহিলা মেয়ৰ গৰাকীক অধিবেশন উদ্বোধন কৰাৰ বাবে নিমন্ত্ৰণ কৰি আনিলে। তেখেতে নিৰ্দ্দিষ্ট সময়ৰ একমিনিট আগতে আহি ওলাল আৰু মাথোন দুই মিনিট সময় বক্তৃতা দি উদ্বোধন পৰ্ব শেষ কৰিলে। সেই দুই মিনিটৰ মাজত আমেৰিকাবাসী অসমীয়াখিনিক ভূয়সী

প্ৰশংসা কৰি অন্তৰো জয় কৰিলে। গতিকে, তেওঁলোকে সময়ৰ মূল্য বুজে বাবে ক'তো এটা মিনিট সময় অবাবত নষ্ট নকৰে।

আৰু এটা কথা। তেওঁলোকে ব্যস্ততাৰ মাজেদি সকলো কাম কৰাৰ সময় উলিয়ায়। তেওঁলোকে সময় নাই বুলি কাম নকৰাকৈ বাকী নাৰাখে। ব্যস্ত মানুহৰ সময়ৰ অভাৱ নাই। সময়ৰ অভাৱ তোৰ মোৰ দৰে অকৰ্মণ্য, সোৰোপা মানুহৰহে। সময় সীমিত। কৰণীয় অশেষ। সেই অৰ্থত সময় সঁচাকৈ নাই। ধৰি ল', তোৰ ঘৰ-সংসাৰ এখন আছে। তই সেই ঘৰখন......."

"ৰ'বিচোন বহুবল্কী। এই ধৰি লোৱাৰ কথা তই কিয় কৈছ? মোৰ সঁচাকৈ এখন সংসাৰতো আছেই? তাতে আকৌ ধৰি ল'বলৈ কিটো আছে?", ঘিণায়ে ক'লে।

"বাৰু আছে। এতিয়া ক'বলৈ দে। তোৰ পৰিবাৰ, ল'ৰা-ছোৱালীক ভাত-কাপোৰ, শিক্ষা চিকিৎসা নিদিয়াকৈ তই জানো পাৰিবি? বিয়া-বাৰু নিদিয়াকৈ পাৰিবি? আজিকালিৰ অসমীয়া সমাজত আকৌ ল'ৰা-ছোৱালীক ইংৰাজী স্কুলত পঢ়োৱা, ম'বাইল ফোন-ম'বাইক দিয়াৰ যুগ আহিছে। আনকি তোৰ ছোৱালীজনীৰ বিয়াত যৌতুকৰ বাবে লাখ টকা দাবী কৰিব শহুৰ-শাহু-স্বামীৰ পৰিয়ালে। কইনাজনীক নিৰ্যাতন কৰি হয় ডিভোৰ্চ দিয়া নতুবা সিপুৰীলৈ টিকট কাটি পঠিওৱাৰো দিন আহিছে। তেন্তে এইবোৰ কৰাৰ কাৰণে টকা-পইচা ক'ৰ পৰা আহিব?

তই জীৱিকা হিচাপে কিবা এটা কৰিব লাগিব। কিন্তু, কৰিলেও তই ইমানবোৰ টকা-পইচা ক'ত পাবি? তই পইচা পাবি তোৰ নিজস্ব বুদ্ধি-বৃত্তি, প্ৰতিভা-দক্ষতাৰ ভিত্তিতহে। তোক অৰ্থনীতিৰ ভাষাৰে কথাষাৰ বুজাব লাগিলে, মানুহৰ অভাৱ-অনাটনৰ অন্ত নাই। এই অভাৱ পূৰণ কৰাৰ বাবে তই কঠোৰ পৰিশ্ৰম কৰিব নালাগিবনে? তই তেজক পানী কৰি, নিশাক দিন কৰি, কপালৰ ঘাম মাটিত পেলাই কাম কৰি যোৱাৰ গত্যন্তৰ নাই।

কিন্তু এই অভাৱবোৰ জাউৰি দি আহে। এটা পূৰণ কৰাৰ পিছত আন দহটাই কিউ দিব। ইমানবোৰ অভাৱ পূৰণৰ বাবে তোৰ ধন ক'ত?, ইমানবোৰ ধন ঘটাৰ বাবে তোৰ সময়ে বা ক'ত? গতিকে, সময় সঁচাকৈ নাই।

ব্যক্তিগত অভাৱ অনাটনৰ বাহিৰেও তোৰ সামাজিক দায়বদ্ধতা, মেল-মিটিং, মৃতকক শ্মশানলৈ নিয়া, বিয়া-বাৰু, নিজৰ বেমাৰ-আজাৰ আছেই। সময় দিনটোত মাত্ৰ ২৪ ঘন্টাহে? এইবোৰ কাম কৰাৰ বাবদ যাব ১৪ ঘন্টা। থাকিল মাত্ৰ ১০ ঘন্টা। এইখিনি বিশ্ৰাম আৰু টোপনিৰ সময়। এইখিনি নহ'লে দেখোন তই পিছদিনা লেবেজানটো হৈ পৰিবি। তেন্তে সময় ক'ৰ পৰা হ'ব? সময় কিবা গছত লাগেনে যে জোকাৰটো মাৰিলেই তোৰ বাবে সৰি পৰিব?", মই ঘিণাইক বুজালোঁ।

"ঠিক কথা। মই 'সময় নাই'ৰ অৰ্থটো এতিয়াহে বুজিলোঁ। আৰু এটা কথা।

এই জাৰৰ দিনত দিনটো তেনেই চুটি হৈ যায় নহয় আকৌ? কিছুমান কাম দিনতহে কৰিব পাৰি? যেনে তোৰ ধৰি ল, চৰকাৰী অফিচত বিল আদায় কৰাই হওক বা পেঞ্চনৰ ফাইলটো ঠেলি ওপৰলৈ পঠোৱাই হওক। তাতে আকৌ জেপৰ ধন ভাঙি দেৱতাসকলক সন্তুষ্ট কৰিব নোৱাৰিলে সেই দেৱৰূপী বাবু-বিষয়া, পিয়নৰ "মোৰ এতিয়া সময় নাই" বুলি তোৰ দুঘণ্টা ল'লেই নহয়? তেন্তে যদি এনেকৈ সময়ৰ শ্ৰাদ্ধ কৰা হ'ল, বাকী কামবোৰ পৰি নাথাকিবনে? গতিকে সময় ক'ৰ পৰা হ'ব?" ভোদায়ে সংযোজন কৰিলে মোক সমৰ্থন কৰিবলৈ।

"শুন ঘিণাই-ভোদাই। সময় হ'ল অমূল্য ধন। ইয়াক এবাৰ হেৰুৱালে ঘূৰাই পাব নোৱাৰি। ধৰ আজি ৰাতিপুৱাৰ দহ বজাৰ কথা। আজি ২০০৫ চনৰ ৫ আগষ্ট হয়নে নহয়? সেই সময়খিনি এতিয়া পাৰ হৈ গ'ল। তাক আৰু কোনো কাহানিয়ে তই ঘূৰাই পোৱাৰ উপায় নাই। ইয়াক ধন-বিতেৰেও কিনিব নোৱাৰি। মাফিয়া-সন্ত্ৰাসবাদীৰ বন্দুকৰ ভাবুকিতো ই ঘূৰি নাহে। গতিকে মানুহে অবাবত, মানে বিনা কামত, এটা মুহূৰ্ত নষ্ট কৰাটোও এক অপৰাধ বুলিব পাৰি।

"দ্বিতীয় মহাসমৰত ব্ৰিটেইনৰ প্ৰধানমন্ত্ৰী চাৰ্চিলে হেনো অফিচতে লাঞ্চ-ডিনাৰ আৰু শয্যাৰ অভাৱ পূৰণ কৰিছিল। সেইজনৰ ২৪ ঘণ্টাই কাম। সেইবোৰেই হ'ল মানৱ সমাজৰ আদৰ্শনীয়, জ্ঞানী ব্যক্তি। আমাৰ ঘৰতে এনে উদাহৰণ কমকৈ হ'লেও আছে। তাহানিৰ অসমৰ মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীয়ে ভ্ৰমণ কৰিছিল ৰাতি ৰাতিহে। অৰ্থাৎ দিনটো চৰকাৰী কাম কৰি ৰাতি টোপনি মৰাৰ সময়ত ধুবুৰী, ডিব্ৰুগড়লৈ যায়। টোপনি মাৰে ভ্ৰমণৰ সময়ত গাড়ীত বহি। অফিচৰ ফাইল এৰি দিনত ভ্ৰমণ কৰিলে সেইদিনত যি কামবোৰ তেওঁ কৰিলে সেইবোৰ নকৰাকৈ বৈ গ'লহেঁতেন নে নাই?

"আইৰিছ সাঁথৰ এটাত গতিকে কোৱা আছেঃ 'সময় হ'ল ঈশ্বৰৰ অৱদান, সময় বচোৱাটো হ'ল মানুহৰ কাম।' বুলওৱেৰ লিটনেও ঠিকেই কৈছেঃ 'সময় মানে টকা।' তোৰ-মোৰ এঘণ্টা সময়ৰ মূল্য যদি এশ টকা হয়, বিখ্যাত গায়ক-গায়িকা বা বৈজ্ঞানিক এগৰাকীৰ এঘণ্টাৰ মূল্য হয়তো হ'ব দুহেজাৰ বা দহ হেজাৰ টকা। এই মূল্যটো নিৰ্ভৰ কৰিব নিজৰ সেৱাৰ বজাৰ মূল্য বা প্ৰতিভা-অৰ্হতাৰ ভিত্তিত। ইংৰাজী প্ৰবাদ এটাত আছে– বোলে 'সময় আৰু জোৱাৰে কাৰো বাবে অপেক্ষা নকৰে।' ধৰ, তই দহ বজাৰ মিটিং এখনলৈ গৈ এঘাৰ বজাত ওলালিগৈ। তেতিয়া সেই দহ বজাৰ সময়টো এঘাৰ বজালৈ বৈ নাথাকে। দহ বাজে ঠিক দহ বজাৰ সময়তে। তই পলম কৰিলি বুলিয়েই সময়টো জাপ মাৰি গৈ এঘাৰ বাজিল বুলি অভিযোগ কৰিব পাৰিবিনে? নোৱাৰ", মই ঘিণাই, ভোদাইক বুজালোঁ।

"হেৰৌ বহুৰক্ষী। ঘিণাই, তয়ো শুন। এই কিছুমান মানুহে তেনেহ'লে এই কথাটোকে নুবুজি পলমকৈ মিটিং বা অফিচলৈ যায় কিয়? সময় যিহেতু ঈশ্বৰৰ

অৱদান, তেন্তে এই সময়ৰ অপচয় ঘটোৱাটো ঈশ্বৰৰ বিৰুদ্ধে কৰা কাম, মানে ঈশ্বৰৰ প্ৰতি কৰা বিদ্বেষ বুলি ধৰি লৈ এই ঈশ্বৰ বোলা নেদেখা বস্তুটোৱে এইবোৰক শাস্তিনো নিদিয়ে কিয়?", ভোদায়ে প্ৰশ্ন তুলিলে।

"শাস্তি নিশ্চয় দিয়ে। কিন্তু শাস্তি খোৱাইহে অজ্ঞতাৰ বাবে উপলব্ধি কৰিব নোৱাৰে। ধৰি ল, তোক কোনো এটা অফিচত চাকৰিৰ নিযুক্তিৰ বাবে পতা ইন্টাৰভিউ'ত দহ বজাত সেই অফিচত হাজিৰ হ'বলৈ মাতিছে। তই যেনিবা পলমকৈ গৈ এঘাৰ বজাত ওলালিগৈ। ইতিমধ্যে দহ বজাত ইন্টাৰভিউও হৈ গ'ল আৰু তোৰ চাকৰিৰ চিলিমটোকে ছিগিল। তেন্তে ইয়াতকৈ তোক অধিক ডাঙৰ শাস্তি কি লাগে? এনে কথা বহুতো আছে," মই ক'লোঁ।

"আৰু শুন। এই বহুবৰ্ষীৰ হাতত এশ এবুৰি দৃষ্টান্ত আছে— এই সময়ক সন্মান কৰিব নজনাসকলে সময় ৰখাৰ আৰু নৰখাৰ। তইঁতে শুনি যা। মই তেতিয়া যোৰহাটত চাকৰি কৰোঁ। টীয়কৰ ভলভলীয়া মন্ত্ৰীজনে নিজৰ সমষ্টিত চৰকাৰী উন্নয়নৰ খতিয়ান ৰাইজৰ মাজত প্ৰচাৰ কৰিবলৈ এদিন দিনৰ এঘাৰ বজাত মিটিং এখন পাতিছে। সেইখন সভাত লোকে-লোকাৰণ্য। এজিপিৰ নতুন চৰকাৰ। মন্ত্ৰীজনো ৰাইজৰ অতিকৈ চেনেহৰ। সকলোৱে মিটিং শুনিবলৈ আহিছে।

"জিলাৰ মুৰব্বী হিচাপে অমুকাৰ মুৰতে মিটিঙত সভাপতিত্ব কৰাৰ দায়িত্বও পৰিছে। সেইবোৰ কৰি আচলতে ময়ো বৰ সন্তোষ পাওঁ। সেয়ে, মই মিটিংখন সুকলমে চলোৱাৰ দায়িত্বভাৰ লৈছোঁ আৰু সময়ানুবৰ্ত্তিতা ৰক্ষা কৰিবলৈ পুৰা ১০-৪৫ বজাতে হাজিৰ হৈছোঁগৈ।

"ইফালে দিছপুৰৰ পৰা মন্ত্ৰীয়ে ফোন কৰিছে বোলে তেখেতৰ অনিবাৰ্য(!) কাৰণত পোন্ধৰ মিনিটমান দেৰি হ'ব আৰু মই মানুহখিনিক যাতে বুজাই-বঢ়াই ৰাখোঁ। সেইমতে মই মাইকত ঘোষণা কৰিলোঁ যে মন্ত্ৰী আহি আছে। বাটত কিবা অলপ বিজুতি ঘটি কেইমিনিটমান পলম হ'ব। ৰাইজে মানিলে। পিছে যেতিয়া ১১-৩০ বজাতো মন্ত্ৰীৰ কোনো শুংসূত্ৰই নাই, তেতিয়া মই নিজে অতিষ্ঠ হৈ অফিচলৈ ঘূৰি আহিবলৈ অঁকৰা মৈত উঠিলোঁ। এনেতে নেতা দুজনমানে বৰকৈ কোৰাত ধমকিলোঁ। কিন্তু যেতিয়া ১২ বজাতো মন্ত্ৰীৰ কোনো খবৰ নাই, তেতিয়া মই ৰভাতলী ত্যাগ কৰি অফিচ পালোঁহি। পিছত খবৰ কৰি জানিলোঁ যে অগণন ৰাইজ আৰু সেই মিটিঙলৈ মন্ত্ৰীজন হেনো আবেলি ৪ বজাতহে গৈছিল (!)। এই পাঁচ ঘণ্টা সময় যে ইমানবোৰ বিৰয়া-কৰ্মচাৰীৰ নষ্ট হ'ল, তাৰ মূল্য কোনে ভৰিব? তাৰ কিবা উপলব্ধিয়েই হ'লনে? নহ'ল।

"এয়া মাথোন এটা উদাহৰণহে। অ' খিণাই-ভোদাই! এনে কথা কৈ শেষ নাই, আৰু আছে শুন। যোৰহাটৰ আঞ্চলিক গৱেষণা কেন্দ্ৰৰ এখন সভা উদ্বোধন কৰিবলৈ আহিল তেতিয়াৰ কেন্দ্ৰীয় সাংস্কৃতিক দপ্তৰৰ মন্ত্ৰী আৰু পিছলৈ ভাৰতৰ

ৰাষ্ট্ৰপতি কে. আৰ. নাৰায়ণন। জিলাৰ মুৰব্বী হিচাপে বহুবক্তীয়ে কেন্দ্ৰীয় মন্ত্ৰীগৰাকীক স্বাগতম জনোৱা আৰু সংগ দিয়াটো এটা প্ৰট'কল। সেই সভাত মুখ্য অতিথি আছিল মুখ্য মন্ত্ৰী প্ৰফুল্ল মহন্ত। মিটিঙৰ সময় আছিল দহ বজাত। মিটিঙত ময়ো এগৰাকী নিৰ্দ্দিষ্ট বক্তা।

অন্যান্য বিশিষ্ট ব্যক্তিৰ ভিতৰত আছিল প্ৰবীণ স্বাধীনতা সংগ্ৰামী ৰাজনীতিক দেবেশ্বৰ শৰ্মা। পিছে দহ বাজি গ'ল যদিও মুইখ মন্ত্ৰীৰ শুংসূত্ৰ নাই। মই কেন্দ্ৰীয় মন্ত্ৰীৰ স'তে কথা পাতি আছোঁ যদিও তেখেতৰ অস্বস্তিলৈ লক্ষ্য কৰি মই নিজেও অস্বস্তিত ভুগিছোঁ। মই তেতিয়াৰ সঞ্চালকক সময়মতে সভাখন আৰম্ভ কৰিবলৈ কৈছিলোঁ যদিও তেখেতে মুখ্যমন্ত্ৰীৰ বাবে অলপ সময় অপেক্ষা কৰাৰ কথা ক'লে।

অৱশেষত মুখ্য অতিথি প্ৰফুল্ল মহন্ত যেনিবা এঘাৰ বজাত আহিল। মিটিং আৰম্ভ হ'ল। কেন্দ্ৰীয় মন্ত্ৰীয়ে মিটিং উদ্বোধন কৰিলে। মুখ্যমন্ত্ৰীয়ে পলম হোৱাৰ ব্যাখ্যা দি ক'লে যে হেলিকপ্তাৰখন মাটিত নামোঁতে বতৰৰ কাৰণে পলম হ'ল। শ্ৰদ্ধেয় দেবেশ্বৰ শৰ্মাই পিছে তেখেতৰ বক্তৃতাত মুখ্যমন্ত্ৰীক একেবাৰে ধুলাই কৰি দিলে। তেখেতে ক'লে, 'যিগৰাকী মুখ্যমন্ত্ৰীয়ে সময়ৰ জ্ঞান আহৰণ কৰিব পৰা নাই তেওঁৰ মুখ্যমন্ত্ৰী হোৱাৰ যোগ্যতাই নাই। এনে এগৰাকী অযোগ্য ব্যক্তিয়ে ৰাইজৰ সেৱা কৰিব কেনেকৈ?'

এই গৰাকী শ্ৰদ্ধেয় দেবেশ্বৰ শৰ্মাৰ সময়ৰ জ্ঞান দেখিলে তইঁতে তবধ মানিবি। তেখেতে এদিন যোৰহাটৰ কলা-বোবাসকলৰ স্কুললৈ যোৱাৰ ইচ্ছা কৰি মোক তালৈ লগ ধৰিলে। বন্দোবস্ত অনুসৰি মই তেখেতক 'ঠিক দহ বজা'ত তেখেতৰ ঘৰৰ পৰা গাড়ীত তুলি ল'ম। সেইমতে, মই তেখেতৰ ঘৰ ঠিক ৯-৫৯ মিনিটত পোৱাকৈ গ'লোঁ। তেখেতে মোৰ বাবে বৈ আছিল বাবে লগে লগে ওলাই আহিল।

কিন্তু বাৰাণ্ডাতে মোক সকীয়ালে যে ময়ো এক মিনিট পলম কৰিহে আহিলোঁ। মই তেখেতৰ এই সময়ৰ লগত আঠা লাগি থকা অভ্যাসৰ কথা জানো বাবেই সময়ৰ ঠিক আগমুহূৰ্ততে মই তেওঁৰ ঘৰলৈ গৈ পাইছোঁ। তেখেতে পালন কৰা সময়ানুবৰ্তিতাৰ নিয়মটোৰ প্ৰতি অমুকো একান্ত অনুগত। কোনোবাই পলম কৰা বুলি মোৰ গাত চেকা সানিলে মোৰো গাত পোৰণিটো উঠি যায়।

সেয়ে মই বিনম্ৰভাৱে তেখেতক সকীয়ালোঁ, 'দাদু। আপোনাৰ ঘড়ীটো বোধকৰোঁ দুই মিনিট আগবাঢ়ি আছে। মই নিৰ্দিষ্ট সময়ৰ এক মিনিট আগতে আপোনাৰ ঘৰ পাইছোঁহি। মোৰ কথা শুনি মিচিকিয়া হাঁহি এটা মাৰি তেখেতে কমৰ ভিতৰলৈ উভতি গ'ল আৰু ওলাই আহি অকপটে স্বীকাৰ কৰিলে যে হয়, মোৰ পলম হোৱা নাই। তেওঁৰহে ভুল হৈছে। প্ৰথমতে কিন্তু মোৰ কথাটো তেখেতে হজম কৰিব পৰা নাছিল।

এইবোৰ ব্যতিক্ৰম। নিয়ম হ'ল আমাৰ নিৰ্ধাৰিত সময়ত কোনো কাম নকৰাটো। এয়া এক জাতীয় কৰ্কট ৰোগ। ইয়াৰ নিৰাময় নাই। ভাৰতীয় ৰাজনীতিকৰ ভিতৰত প্ৰয়াত প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰু আছিল এক বিৰল ব্যতিক্ৰম। এক মিনিট ইফাল-সিফাল হ'লে কাৰ ক'ত চাকৰি যায় ঠিক নাই। এবাৰ কলিকতাত পি.চি. চৰকাৰৰ যাদু চাবলৈ আহি দেখিলে যে পি.চি. চৰকাৰ সময়ৰ আধাঘন্টা পিছলৈকে আহি পোৱা নাই। প্ৰধানমন্ত্ৰী নেহৰুৰ সময়ানুবৰ্তিতা দেশ-বিদেশত খ্যাত। এনে অৱস্থাত এই যাদুবালাজনৰ ধৃষ্টতা দেখি নেহৰু খণ্ডত অগ্নিশৰ্মা হৈ উঠিল।

অৱশেষত পি. চি. চৰকাৰ যেনিবা হাঁহি হাঁহি মঞ্চলৈ আহিল। কিন্তু পলমৰ বাবে দুখ প্ৰকাশ কৰাৰ পৰিৱৰ্তে ক'লে, 'মোৰ দেৰি হোৱা বুলি মাননীয় প্ৰধানমন্ত্ৰী মহোদয়ে মোৰ ওপৰত ৰুষ্ট হৈ এটা ভুল কৰি আছে। মই তেখেতক তেখেতৰ ঘড়ীটো পৰীক্ষা কৰি চাবলৈ অনুৰোধ কৰিছোঁ।" নেহৰুৱে ঘড়ীটো চাই দেখিলে যে ঠিকেইতো। যাদুকৰৰ এক ছেকেণ্ডো পলম হোৱা নাই? 'তেন্তে সেইটোৱে তেওঁ মোক দেখুওৱা প্ৰথম যাদুৰ খেল নেকি?' নেহৰুৱে এটা অন্তৰ খোলা হাঁহি মাৰিলে।

"কিন্তু, বহুৰূপী। সেইবোৰ ব্যতিক্ৰম। নিয়ম হ'ল পলম হ'বই লাগিব। মানে সময়মতে কোনো মিটিং, কোনো অফিচ হ'ব নোৱাৰে বুলি ধৰি লৈ সকলোৱে পলমকৈ যাব লাগিব। এতেকে পলম কৰাটোৱে হ'ল ভাৰতীয় সংস্কৃতি। এয়া জনগণৰ সংস্কৃতি। এইটোৱেই এটা আনুষ্ঠানিক স্বীকৃতি, মানে ধৰি ল, এক প্ৰকাৰ বাধ্যবাধকতাৰ প্ৰয়োজন। এনে নিয়ম চৰকাৰে বান্ধি দিয়ক, লাগিলে আইন এখনেই পাছ কৰক, যে যিসকলে নিৰ্ধাৰিত সময়ত মিটিঙত হাজিৰ হৈ সৰ্বসাধাৰণক বা সংখ্যাগুৰুক ক্ষতিগ্ৰস্ত কৰিব, তাক শাস্তি দিয়া হ'ব", ঘিণায়ে কথাখিনি কৈ নিজেই হাঁহিলে।

"ল'ৰা-ধেমালিখন বাদ দে। অৱশ্যে তোৰ সমৰ্থনতো মই এটা কথা ক'ব পাৰোঁ। মই এখন কলেজৰ পৰিচালনা সমিতিৰ সভাপতি থাকোঁতে সাধু অধ্যক্ষজনে মিটিঙৰ চিঠি দিবলৈ আহি কৈছিল, "এই তিনি বজাটো পিছে আপোনাৰ বাবে নহয়। মিটিং চাৰি বজাত বুলি ধৰি লৈহে যাব। নহ'লে আপোনাৰ ক্ষতি হ'ব। কিয়নো, তিনি বজাত বুলিলে বাকীবোৰ চাৰি বজাত বুলিহে বুজে। সকলোৱে চাৰি বজাতহে আহিব।"

"হেয়া দেখিলি, মই কৈছোঁ নহয় তোক?", ঘিণায়ে জাপ মাৰি উঠিল।

"আৰু তইঁতেও বুজি ল। আমাৰ মানুহৰ সময়ৰ জ্ঞান মুঠেও নাই। ধৰ, মিটিঙত বক্তৃতা দিয়া কিছুমান বক্তাৰ কথা। তোক কৈছোঁ নহয়, মাইকটো সন্মুখত পালে কথা কোৱাত মেকুৰীয়ে মাছ খাবলৈ উন্মাদ হোৱা দি উন্মাদ হৈ পৰে। ইফালে যে সময়বোৰ গৈ আছে, মানুহ হামিয়াই-হিকটিয়াই 'ৰ'ৰ' হৈ সভাকক্ষ ত্যাগ কৰিবলৈ লৈছে তাৰ প্ৰতি কোনো ভ্ৰূক্ষেপ নাই। কেৱল ফোঁপোলা জ্ঞানৰ ফুলজাৰি ফুটাবলৈহে

উত্ৰাৱল। এবাৰ এখন মিটিঙত বাপেকে সভাপতিয়ে আসনৰ পৰা উঠি আহি এনে এজন জ্ঞানী বক্তাৰ পৰা মাইকটোকে কাঢ়ি নি তেওঁক বহিবলৈ ক'লে। মানুহেও হাত চাপৰিৰ জাউৰি তুলি সভাপতিৰ এনে কাণ্ডক সমৰ্থন কৰিলে", মই ক'লোঁ।

"আন এখন মিটিঙৰ কথাও তইতক কৈ থওঁ। সেইখন মিটিঙত সভাপতি আছিল এগৰাকী তথাকথিত বুদ্ধিজীৱী(!) আৰু অৰ্ধসাংবাদিক। তেওঁ নিজৰ ঢোল পিটি সকলো ক্ষেত্ৰতে থপিয়াই ক্ষমতা উপভোগ কৰি সুখ পায়। মিটিংখন আছিল এখন গ্ৰন্থ উন্মোচনৰ। সভাত বিশিষ্ট বক্তাসকলে কিতাপখন আৰু লেখকৰো প্ৰশংসা কৰিলে। সভাপতিগৰাকীয়ে আকৌ প্ৰত্যেকৰ ভাষণৰ তৎকালীন মূল্যায়ন কৰি প্ৰত্যেককে ধন্যবাদ দিয়া কাৰবাৰ এটাও কৰিলে। লগতে তেওঁৰ ব্যক্তিগত জীৱনৰো ঘটনাবোৰ টানি আনি তেলত পানী মিহলোৱা দি মিহলালে।

"পাছত আছিল সভাপতিৰ মন্তব্য। সভাপতিয়ে ইতিমধ্যে কেবাবাৰো ভাষণ দি অন্ততঃ এঘন্টা সময় ল'লেই। এইবাৰ "মন্তব্য"ৰ অৰ্থটো বহলাই "আচলতে ভাষণেই" বুলি কৈ পুনৰ আৰম্ভ কৰিলে। তেখেতৰ আগৰ অপকৰ্মতে শ্ৰোতাসকল অধৈৰ্য-বিতুষ্ট হৈ মিটিংকক্ষৰ পৰা ওলাই আহিবলৈ আৰম্ভ কৰিছিল। এইবাৰো আধাঘন্টা সময় ল'লে। পিছে মানুহ পাঁচ-ছজনৰ বাহিৰে কাৰো শুংসূত্ৰ নাইকিয়া হ'ল। তেখেতে অৱশেষত ক'লে, "মোৰ ভাষণ শুনি আপোনালোকে যে মূঠেও আমনি পোৱা নাই, তাৰ প্ৰমাণ হ'ল— এতিয়াও অন্ততঃ আপোনালোক কেইজন ধৈৰ্য ধৰি আছে।"

"সময়ক সন্মান কৰিব নজনাৰ উদাহৰণ ভাৰতীয় গণতন্ত্ৰত অলেখ। ৰেল, উৰাজাহাজ, জাহাজ, বাছ— কাচিৎহে সময়মতে যায় বা গন্তব্যস্থান পায়। কিন্তু এয়া ব্যতিক্ৰম। নিয়ম হ'ল- পলমকৈ গন্তব্যস্থান এৰা আৰু পোৱা। এঘন্টা-দুঘন্টা নহয়, দহ-বাৰ ঘন্টা পলমকৈ বিমান উৰাৰ নজিৰ আছে। এবাৰ অমুকে ব'ম্বেৰ পৰা দিল্লীলৈ আহোঁতে বিমানখন বাৰ ঘন্টা পলমকৈ উৰা মাৰিলে। যাত্ৰীসকলৰ ভিতৰত উদ্যোগী, ব্যৱসায়ী, বিজ্ঞানী, বিদেশ-যাত্ৰী— অনেক ধৰণৰ যাত্ৰী আছিল। কাৰ কিমান ক্ষতি হ'ল, কোনে হিচাপ ৰাখিছে?", মই কৈ গ'লোঁ।

"এয়াৰ ইণ্ডিয়াৰ মুম্বাইৰ পৰা নিউয়ৰ্কগামী বিমান এখন ১৯৯৯ চনত তিনিদিন পিছতহে গ'লগৈ। অৱশ্যে যাত্ৰীসকলক হোটেলত ৰাখি খৰচ বহন কৰোঁতে লাখ লাখ টকা গ'ল। কিন্তু সেই যাত্ৰীসকলৰ কাৰোবাৰ যে কোটি কোটি টকা লোকচান হ'ল বা হ'ব পাৰে, অথবা ছিৰিয়াচ ৰোগীকেইজনৰ যে কাৰোবাৰ কাৰোবাৰ সিপৰীয়া হোৱাৰ অৱস্থা হ'ল, সেইবোৰ হিচাপ কোনোবাই কৰিছে জানো?

"মালবাহী ৰে'ল বা ট্ৰাকৰ গতি বন্ধ কৰিলে সময়ৰ অপচয় ঘটে। মানে, বস্তু-বাহানিৰ দাম বাঢ়িব পাৰে। ঔষধ-পাতি সময়মতে নোপোৱা বাবে ৰোগীৰ মৃত্যু ঘটিব পাৰে। এতেকে সময়ানুবৰ্তিতাৰ অভাৱত ১০৩ কোটি ভাৰতীয়ৰ গণতন্ত্ৰৰ

ভেটিটোতে সৃষ্টি হয় এখন খেলিমেলি, কেলেংকাৰি।

"কিন্তু এনেকৈ সদায় চলিবলৈ দিব নোৱাৰি। স্কুল-কলেজত ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী সময়মতে নাযায়। অফিচলৈ কেৰাণী-বিষয়া-পিয়ন, মন্ত্ৰী সময়মতে নাযায়। চিকিৎসালয়লৈ ডাক্তৰ সময়মতে নাযায়। মিটিঙত মানুহ সময়মতে নাযায়। এইটো কিবা কথা হ'লনে? তইঁতে কি কৰা?", মই সুধিলোঁ।

"ই হ'বই নোৱাৰে। ব্যতিক্ৰমৰ কথা নকওঁ। কিবা অলপ ব্যতিক্ৰম হ'বই দেচোন? ধৰ, তোৰ ৰাস্তাত ট্ৰেফিক জেম বা গাড়ীৰ চকা পাংচাৰ হ'ল- তেতিয়া গাড়ী-মটৰ-বিমান গন্তব্য স্থান পাওঁতে পলম হ'ব পাৰে। মিটিং-টিটিংবোৰতো অলপ পলম হ'ব বাৰু। কিন্তু ই এটা ব্যতিক্ৰমহে, বুজিছ বহুবল্কী? আমি আজি ইয়াৰ কিবা এটা "পাৰ্মেনেন্ট ছলিউশ্বন" মানে স্থায়ী সমাধান সূত্ৰ এটা উলিয়াব লাগিবই", ঘিণায়ে ক'লে।

"শুন, আমি ঈশ্বৰলৈ বুদ্ধিজীৱী-পণ্ডিতসকলৰ দ্বাৰা স্বাক্ষৰিত এখন এছ্-অ-এছ দৰ্খাস্ত পঠিয়াওঁ এইবুলিঃ (১) যিহেতু এই সময় বোলা বস্তুটো মানুহৰ উপকাৰৰ বাবেহে, গতিকে অলপ বিবেচনা কৰি ২৪ ঘণ্টাটো অন্ততঃ ৩০ ঘণ্টামান কৰা হওক। তেতিয়া তই দেখিবি, তোৰ সময় 'এভেলভেল'। (২) বিকল্প হ'লঃ ঈশ্বৰে সাংগোপাংগসহ মিটিং এখন কৰি এই গ্ৰহ-নক্ষত্ৰবোৰক অলপ ধীৰে সুস্থিৰে গতি কৰি মানুহৰ সময় সংস্কৃতিৰ স'তে "এডজাষ্ট" কৰিবলৈ নিৰ্দেশ দিয়ক, যাতে মানুহে পলম কৰিলেও পলম নোহোৱাকৈ চলি যাব পাৰে।

"কেনে হ'ব? হাঃ হাঃ হাঃ, ঘিণাইৰ স্থায়ী সমাধান! কাৰণ, ঈশ্বৰেই হওক বা গ্ৰহ-নক্ষত্ৰই হওঁক, এইবোৰৰ গুৰুত্ব মানুহৰ সেৱাৰ বাবেহে?", ঘিণাইৰ যুক্তি।

"ধেৎ, তইঁতো বৰ হ্ৰস্ব বুদ্ধিৰ জীৱ অ'। মই কওঁ শুন। ইমান জটিল কৰিব লাগিছে কিয়? তাৰ সলনি, ঈশ্বৰৰ দৰ্খাস্তখনত এইবুলি আবেদন কৰা হওক যে মানুহ জীৱৰ পৃথিৱীৰ জীৱনকাল নিম্নতম অন্ততঃ দুশ বছৰ কৰা হওক। তেতিয়া সময়-মানে একেবাৰে এভেলভেল। মানে মহাসাগৰৰ পানীৰ দৰে।

ঈশ্বৰে যদি কেনেবাকৈ এই আবেদন মঞ্জুৰ কৰিবলৈ টান পায়, তেন্তে এইখন ভূ-ভাৰতৰ ঈশ্বৰ প্ৰভু জৰ্জ বুশ্বৰ শৰণাগত হৈ আমি এখন দৰ্খাস্তকে পেলাওঁ বোলে গ্ৰহ-নক্ষত্ৰবোৰকে ক্ষত-বিক্ষত কৰি দিনটো ৩০ ঘণ্টালৈ বৃদ্ধি কৰক। তেতিয়া সকলোবোৰ সমস্যাৰ একেবাৰে স্থায়ী সমাধান হৈ গ'ল! মই ঠিকেই কৈছোঁনে বহুবল্কী?", ভোদাইৰ সমিধান। •••

*অভিমত ৬ আগষ্ট ২০০৫*

# অথ সংখ্যালঘু কাণ্ড-সংবাদ

আই.এম.ডি.টি. আইন বাতিলৰ পিছত অসমত সাম্প্ৰদায়িক অশান্তিৰ সম্ভাৱনাত উদ্বেগ প্ৰকাশ কৰিছে চুপ্ৰিম কোৰ্টৰ খণ্ডপীঠ আদালতে (১১/৮/০৫)। "একোটা ধৰ্মীয় গোটক 'সংখ্যালঘু সম্প্ৰদায়'ৰূপে আখ্যা দিয়া কাৰ্যই বিভাজনমুখী প্ৰৱণতাক গঢ় দিয়ে, যাৰ দ্বাৰা ৰাষ্ট্ৰ ব্যৱস্থা দুৰ্বল হৈ পৰে— উচ্চতম ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ আৰ, চি, লাহতী, ন্যায়াধীশ ডি.এম, ধৰ্মাধিকাৰী আৰু ন্যায়াধীশ পি, কে, বালাসুব্ৰামনিয়মৰ নেতৃত্বত গঠিত তিনিজনীয়া খণ্ড বিচাৰপীঠে আজি এই মত পোষণ কৰে (১১/৮/০৫) [আমাৰ অসম, ১২ জুলাই, ০৫] খণ্ড বিচাৰপীঠৰ স্পষ্ট মত— ভাৰতত কোনো সংখ্যালঘু নাই। এখন জাতিভেদ প্ৰৱৰ্ত্তিত সমাজত কোনো লোকেই নিজকে সংখ্যাগুৰু বুলি দাবী কৰিব নোৱাৰে। হিন্দুৰ মাজতো সংখ্যালঘু আছে। বহুতেই এনে দাবী কৰি আহিছে। কেন্দ্ৰ আৰু ৰাজ্য চৰকাৰসমূহে সংখ্যালঘুৰ সুৰক্ষাৰ কাৰণে সংখ্যালঘু আয়োগ গঠন কৰা কাৰ্যকো উচ্চতম ন্যায়ালয়ৰ খণ্ড বিচাৰীপীঠে সমালোচনা কৰিছে। আনহাতে অসমত কেইবাখনো জিলাত বাংলাদেশী নাগৰিকৰ প্ৰব্ৰজনৰ ফলত হিন্দুসকল সংখ্যালঘুত পৰিণত হৈছে। তদুপৰি, আন ক'ৰবাত মহকুমা ভিত্তিত বা পঞ্চায়ত ভিত্তিতো হিন্দুসকল সংখ্যালঘু আৰু মুছলমানসকল সংখ্যাগুৰুত পৰিণত হৈছে। এতেকে সংখ্যালঘুৰ অস্ত্ৰপাত এক ৰাজনৈতিক ভণ্ডামিহে। উচ্চতম ন্যায়ালয়ৰ এই ৰায়ৰ পিছত এই ভণ্ডামিৰ ওৰ পেলাবলৈ P.I.L আবেদনৰ সম্ভাৱনীয়তাও পৰীক্ষা কৰাৰ দৰ্কাৰ।

১২ জুলাই তাৰিখে দেশৰ উচ্চতম ন্যায়ালয়ে এটা "ঐতিহাসিক" ৰায় দিলে। ৰায়টো আছিল আই এম (ডি টি) নামধাৰী অবৈধ, আচহুৱা আইনখন বাতিলৰ। পাঁচ বছৰ আগতে গোচৰটো তৰিছিল আমাৰ সৰ্বাই। মহামান্য উচ্চতম ন্যায়ালয়ে পাঁচ বছৰ ধৰি গৰ্ভধাৰণ কৰা গোচৰটোৰ মৃত সন্তানটি নতুন ৰূপত ভূমিষ্ঠ হ'ল ১২ জুলাইত।

লগে লগে সমগ্ৰ অসমত বিতৰ্কৰ ধুমুহা বলিল। কোনোৱে কান্দিলে, কোনোৱে হাঁহিলে। হঁহা শ্ৰেণীয়ে হাঁহিছে অজ্ঞতাৰ এন্ধাৰত ভ্ৰমৰত হৈ। কন্দা শ্ৰেণীয়ে আকৌ কান্দিছে মৃতকৰ দুখত নহয়। এই অবৈধ, কুৰূচ সন্তানটিৰ মৃত্যুত সন্ত্ৰস্ত হৈছে। কিয়নো, এই শ্ৰেণীয়ে ১৯৮৩ চনতে কংগ্ৰেছ চৰকাৰে জন্ম দিয়া সংবিধান-বিবৰ্জিত এই অবৈধ সন্তানটোক অসমলৈ নিৰ্বিঘ্নে বাংলাদেশী

অনুপ্ৰৱেশকাৰীক আমদানী কৰা আৰু সুৰক্ষা দিয়াৰ ঢাল-তৰোৱাল হিচাপে ব্যৱহাৰ কৰি আহিছিল।

'কিন্তু মহামান্য ছুপ্ৰিম ক'ৰ্টে দেশৰ সাৰ্বভৌমত্ব, অখণ্ডতা আৰু নাগৰিকসকলৰ সুৰক্ষা খৰ্ব কৰা এই অদ্ভুত দানৱটোক মৃত্যুদণ্ড দিয়াত এই শ্ৰেণীৰ সান্দহ খোৱা বালি তল পৰিল। এই আইনখন কবৰস্থ হোৱাত নিৰ্লজ্জ মৌলবাদী-কংগ্ৰেছী দেশদ্ৰোহীসকল ৰাইজৰ আগত সম্পূৰ্ণকৈ নগ্নঠা হ'ল। কিন্তু এইসকল ক্ষমতালোভী, ন্যস্ত-স্বাৰ্থান্বেষী লোকৰ দেশৰ উচ্চতম ন্যায়ালয়ৰ ৰায়ক সম্মান জনাই নিজকে শুধৰণি কৰাৰ শুভ জ্ঞানৰ উদয় হোৱা নাই। বৰং কিবা এক বিকল্প আইনৰ উদ্ভাৱনতহে সন্ধানৰত হৈছে।

আজৰ দেশ, আজৰ চৰকাৰ! বিশ্বত এনে এখন দেশ, এনে এখন সমাজ আৰু এনে একোখন দেশদ্ৰোহী চৰকাৰ থাকিব পাৰে বুলি কল্পনাও কৰা টান। এইখন দেশৰ চৰকাৰে দেশৰ নাগৰিকৰ সুৰক্ষা বিপন্ন কৰি বিদেশীক আমদানি কৰে আৰু সুৰক্ষা দিয়ে। দেশৰ সাৰ্বভৌমত্ব, অখণ্ডতাক ভূ-লুণ্ঠিত কৰে অকল ভোট-বেংকৰ স্বাৰ্থত। মাতৃভূমিক বিক্ৰী কৰিবলৈও এই ৰাষ্ট্ৰদোহীসকল কুণ্ঠিত নহয়।

এইবোৰকে গুণা-গঁথা কৰি এই বহুবক্তীৰ বিগত দিনকেইটাত পেটৰ ভোক, চকুৰ নিদ্ৰা আৰু মূৰৰ শান্তি হৰণ হৈছে। এনেতে আজিৰ মেললৈ আহিল মেমেৰা দা-ধৰা। সি সুধিলে, "হে'বৌ বহুবক্তী! এই 'সংখ্যালঘু' মানে কি অ'? সংখ্যাবোৰ কিবা পাতল-গধুৰ থাকেনে? সংখ্যাবোৰ এটা এটাকৈ দাঙি আনি তুলাচনীত জুখি চালেহে কোনটো লঘু বা পাতল, কোনটো গধুৰ তই ক'ব পাৰিবি? তেনেহ'লে, সংখ্যালঘু বুলি কি কথা থাকিব? পাৰে আইনেনো এই বিষয়ে কি কয়?"

"আচলতে ভাৰতীয় সংবিধানৰ প্ৰস্তাৱনাতে লিপিবদ্ধ আছে যে ভাৰতবৰ্ষ এখন সাৰ্বভৌম, সমাজবাদী আৰু ধৰ্মনিৰপেক্ষ গণতান্ত্ৰিক ৰাষ্ট্ৰ। ইয়াত জাতি-ধৰ্ম-নিৰ্বিশেষে সকলোৰে সমান অধিকাৰ। দেশৰ সকলো আইন হ'ল সংবিধানৰ অধীনস্থ। কোনো আইনে সংবিধানৰ কোনো ব্যৱস্থা উলংঘা কৰিলে সেই আইন বে-আইনী বুলি ঘোষিত হ'ব। কিন্তু সেইবোৰ কিতাপৰহে কথা। বাস্তৱতটো সম্পূৰ্ণ বেলেগ।"

"বহুবক্তী! মোৰ এটা কথাত বৰকৈ খুঁ-দুৱনি লাগি থাকে। এই তোৰ বিদেশী আৰু সংখ্যালঘু শব্দ দুটাৰ অৰ্থ একে নেকি অ',?"

" 'সংখ্যালঘু' শব্দটো মুছলমান ভাৰতীয় নাগৰিকসকসকলে সংবিধানৰ ভিত্তিত সমাম অধিকাৰ সাব্যস্ত কৰিবলৈ প্ৰয়োগ কৰে। কিন্তু অনুপ্ৰৱেশকাৰী বাংলাদেশীসকল বিদেশী। বিদেশীক কোনো অধিকাৰ সংবিধানে দিয়া নাই। এতেকে বাংলাদেশীসকলে পিঠিত সংখ্যালঘুৰ ছাব মাৰিব নোৱাৰে। ইয়াত

'সংখ্যালঘু' হ'ব লাগিলে এগৰাকী মুছলমান লোক প্ৰথমতে অসমবাসী ভাৰতীয় নাগৰিক হ'বই লাগিব।"

"তেন্তে অসমীয়া খিলঞ্জীয়া মুছলমানসকলে নিজৰ 'সংখ্যালঘু'ৰ স্বত্ব যাতে বাংলাদেশী বিদেশীয়ে ভোগ কৰিব নোৱাৰে, তাৰ বাবে যত্নপৰ নহয়নো কিয়? তেওঁলোকেই কৈ দিয়ক বোলে, 'আমিহে সংখ্যালঘু, বাংলাদেশীসকল বিদেশী।' আমাৰ এই স্বত্ব কাঢ়ি নিবলৈ তেওঁলোক কোন?"

"এই সংখ্যালঘু শব্দটোৰে মৌলবাদী সাম্প্ৰদায়িক শ্ৰেণী আৰু ভোট-বেংকৰ ৰাজনীতি কৰা দেশদ্ৰোহীসকলে বাংলাদেশী অনুপ্ৰৱেশকাৰীসকলকো সাঙুৰি দুইফালৰ পৰা মুনাফা লাভ কৰি আছে। অনুপ্ৰৱেশকাৰী বাংলাদেশীক সুৰক্ষা দি এশ শতাংশ ভোট লাভ কৰা আৰু 'সংখ্যালঘু' শব্দটোৰে খিলঞ্জীয়া অসমীয়া মুছলমান আৰু বাংলাদেশী মুছলমানক একেডাল পঘাৰে সাঙুৰি বাংলাদেশী চিনাক্তকৰণ আৰু বহিষ্কৰণ প্ৰক্ৰিয়াত হেঙাৰৰ সৃষ্টি কৰা", মই ক'লোঁ।

"বহুবল্পী! মই এটা কথা বুজি নাপাওঁ। সেয়ে যদি হয়, তেন্তে খিলঞ্জীয়া অসমীয়া মুছলমান সমাজে বাংলাদেশী বিদেশীসকলৰ পৰা নিজকে সাঙোৰমুক্ত কৰি এই আই এম (ডি টি) আইনখন বাতিলৰ ফলত তেওঁলোকৰ কোনো ভয়ৰ কাৰণ বা ক্ষতিৰ ভয় নাই বুলি স্পষ্টকৈ ঘোষণা কৰি দেশদ্ৰোহী ৰাজনীতিক আৰু সাম্প্ৰদায়িক মৌলবাদী গোষ্ঠীক নওঠা কৰি নেদেখুৱায়নো কিয়?", মেমেৰাই প্ৰশ্ন কৰিলে।

"অসমীয়া মুছলমান আৰু বাংলাদেশী মুছলমানৰ ভিতৰত আকাশ-পাতাল প্ৰভেদ। চেহেৰা, সাজ-পাৰ, আচৰণ, শিক্ষা, ভাষা সকলো ক্ষেত্ৰতে এই দুই শ্ৰেণী পূব-পশ্চিম। অসমীয়া মুছলমানসকল হ'ল খাঁটি অসমীয়া। নিভাঁজ অসমীয়া কথা কয়। তেওঁলোক উচ্চশিক্ষিত, আভিজাত্যই গৰকা, সংস্কৃতিবান। সমাজৰ উচ্চ স্থানত উপবিষ্ট। বাংলাদেশীসকল সাধাৰণতে শিক্ষা-দীক্ষাহীন, কঠোৰ পৰিশ্ৰমী লোক। শ্ৰমিক-মজদুৰৰ কাম কৰি পেট পালে। অসমীয়াৰ ঘৰে ঘৰে কাম কৰে। ভঙা ভঙা অসমীয়া কথা কয়।

"অসমীয়া মুছলমানে এজনীৰ বাহিৰে দ্বিতীয়জনী বিবাহ কৰা তই ক'ৰবাত দেখিছনে? হয়তো এজন বা দুজন ব্যতিক্ৰম ক'ৰবাত ওলাব। কিন্তু বাংলাদেশীৰ কথা বেলেগ। ইছলাম ধৰ্মত চাৰিজনী তিৰোতা ল'ব পাৰে। ইহঁতৰ বহুতে একাধিক পত্নী লয় আৰু পত্নীৰ জৰিয়তে শ্ৰমিক-মজদুৰৰ কাম কৰাই ঘৰৰ আয় বঢ়ায়। এই শ্ৰেণীৰ পিন্ধা লুঙি-শাৰী সেউজীয়া। পৰিষ্কাৰ-পৰিচ্ছন্নতা কথাটোও অপৰিচিত। গতিকে অসমীয়া মুছলমান আৰু বাংলাদেশীসকলৰ সম্বন্ধ তেল আৰু পানীৰ। পানীৰ ওপৰত যেনেকৈ তেল ভাহি থাকে, তেনেকৈ বাংলাদেশীসকলো

অসমীয়া মুছলমানৰ মাজত জলজল-পটপটকৈ ওলাই থাকে”, মই ক’লোঁ।

“মই তাকেইতো কৈ আছোঁ অ’ বহুবক্তী! তই কথাবোৰ নুবুজ কিয়? সেইবাবেই অসমীয়া মুছলমানসকলে কৈ দিয়া উচিত যে আই এম (ডি টি) আইনখন বাতিল হোৱাটো উচিত হৈছে। তেতিয়া বাংলাদেশীপ্ৰেমী সকলৰ জোকৰ মুখত চুণ পৰিব।” বাংলাদেশী মিঞাই তিনি-চাৰিজনী বিয়া কৰায়। মুখেৰে ‘তিনি তালাক’ নামৰ মন্ত্ৰটো তিনিবাৰ ক’লেই তালাক হৈ গ’ল। ইহঁতৰ ফেক্টৰীৰ জীৱ উৎপাদনৰ হাৰো উচ্চ। নহ’বনে? এজনে তিনি-চাৰিজনী বিয়া কৰাব। চৰকাৰে জনসংখ্যা নিয়ন্ত্ৰণৰ বাবে আঁচনি হাতত ল’লেই সেই আইন, সেই আঁচনি, সেই চৰকাৰ ইছলাম ধৰ্মবিৰোধী হৈ যায়। এতেকে জনসংখ্যাৰ বিস্ফোৰণৰ কাৰণো এই বাংলাদেশীসকলেই। কিন্তু অসমীয়া মুছলমানসকল মই দেখিছোঁ, সম্পূৰ্ণ বেলেগ। সেয়ে কথাবোৰ খোলাকৈ ক’ব লাগে”, মেমেৰাই বুজালে।

“বৰ্তমান অসমৰ খিলঞ্জীয়া মুছলমানসকলে চৰকাৰ আৰু মৌলবাদীসকলৰ ষড়যন্ত্ৰৰ কথা বুজি পাইছে আৰু আই এম (ডি টি) আইন বাতিলৰ উচ্চতম ন্যায়ালয়ৰ সিদ্ধান্তক আদৰণি জনাইছে। অসমীয়া খিলঞ্জীয়া মুছলমানসকলৰ এটা প্ৰভাৱশালী সংগঠন ‘সদৌ অসম মুছলিম যুৱ পৰিষদ’ৰ সভাপতি মহম্মদ আবু চেহিদ নেকিবুৰ ৰহমানে অলপতে এখন সাংবাদিক মেলত ঘোষণা কৰি আই এম (ডি টি) আইন বাতিলৰ সিদ্ধান্তক আদৰণি জনোৱাৰ লগতে কয় যে এই অবৈধ আইনখন বাংলাদেশী নাগৰিকক সুৰক্ষা দিয়াৰ বাবে আৰু ভোট-বেংকৰ স্বাৰ্থতহে প্ৰণয়ন কৰা হৈছিল। আৰক্ষীৰ আতিশয্যত কোনো এজন অসমীয়া মুছলমান তথা ভাৰতীয় নাগৰিকেই অসম এৰি পলোৱা নাই বুলিও তেওঁ কৈছে। সেয়ে, যিসকল লোকে আই এম (ডি টি) বাতিলত সন্ত্ৰস্ত হৈছে, তেওঁলোক যে বাংলাদেশী বা বাংলাদেশী অনুপ্ৰৱেশকাৰীসকলৰ দালাল, সেই কথা স্বতঃসিদ্ধ ভাৱে প্ৰমাণ হৈ গৈছে। বৃহত্তৰ অসমীয়া সমাজে সদৌ অসম মুছলিম যুৱমঞ্চৰ সভাপতিক অভিনন্দন জনাই বাংলাদেশী চিনাক্তকৰণত তেওঁলোকৰ সহায়ৰ হাত বিচৰাটো কৰ্তব্য,” মই প্ৰত্যুত্তৰত ক’লোঁ।

“মই আৰু এটা কথা বুজি নাপাওঁ অ’, বহুবক্তী। এই আই এম (ডি টি) আইনখন বাংলাদেশীক খেদাৰ আছিলনে নাই? যদি আছিল, তেন্তে বাংলাদেশী বিতাৰণৰ আইনখন বাতিল হোৱাত সেইসকলে ইমান হৈ-হাল্লা, চিঞৰ-বাখৰ কৰে কিয়? বাংলাদেশী খেদাৰ আইনখন যিহেতু বাতিল হ’ল, গতিকে বাংলাদেশী খেদাৰ মুদা মৰিল। সেয়ে তেওঁলোকে আনন্দহে কৰিব লাগিছিল? যিহেতু এই আইন বাতিলত তেওঁলোকে আপত্তিহে কৰিলে, তাৰ মানে সিহঁতে নিজে নিজে খেদা খোৱাত উত্ৰাৱল নেকি? এইটো বাৰু গছত গৰু উঠা কথা নহয়নে?”, মেমেৰাই

আবেগিক ভাবে ক'লে।

"হে'ৰৌ মেমেৰা। উৰহীৰ ওৰ তাতেই। এইখন আইন যে আচলতে বাংলাদেশীক খেদাৰ আইন নাছিল, সুৰক্ষা দিয়াৰ অৰ্থাৎ খেদাত বাধা দিয়াৰহে আইন আছিল, সেইটো ওলাই পৰিল আৰু নিৰ্লজ্জ ৰাজনীতিক সকলো নাঙঠ হৈ ধৰা দিলে যে ইমান দিনে আইনখনক ঢাল তৰোৱাল হিচাপে লৈ বাংলাদেশী আমদানী কৰা আৰু ৰক্ষণাবেক্ষণ দিয়াৰ দৰে দেশদ্ৰোহী কাম তেওঁলোকে কৰি আছিল। এই ২২টা বছৰত চৰকাৰে ৪০ লাখ বাংলাদেশীৰ মাজৰ মাথোন ১৩০০ জন বাংলাদেশীক বহিষ্কাৰৰ বাবে চিনাক্ত কৰিলে। কিন্তু সিহঁত বহিষ্কাৰ হ'ল ক'লৈ? বৰ বেছি নগাঁৱৰ ধিঙৰ পৰা হয়তো কলগাছিয়া বা বিলাসীপাৰালৈ বা মৰিগাওঁলৈ গ'ল। কিয়নো বাংলাদেশে কোনো এগৰাকীকে নিজৰ নাগৰিক বুলি গ্ৰহণ নকৰে। তেওঁলোক পৰিত্যক্ত। মৌলবাদী সংগঠনবোৰে আৰু অসম চৰকাৰেহে এইবোৰক ৰক্ষণাবেক্ষণ দি আহিছে", মই ক'লোঁ।

"আৰু এটা কায়দা তই গম পাইছনে নাই? এই জীৱবোৰক অসমৰ সীমাত মেলি দিয়াৰ আগতে স্বাৰ্থজড়িত মহলে অসমীয়া ভাষাটোও শিকাই পঠিয়ায়, ইয়াৰ অৰ্থ হ'ল এইযে সেইজনৰতো কথাই নাই, তাৰ চৈধ্য পুৰুষো অসমত জন্মিছে," মেমেৰাই ক'লে।

"এৰা! মানে সেইবোৰ অসমীয়া হৈ গ'ল। ল'ৰা-ছোৱালীক হয়তো অসমীয়া মাধ্যমতেই পঢ়ালে। কিন্তু অকল ভাষাটোৱেই জানো বিদেশীৰ ছাৱটো ধুই-মচি পেলাব পাৰিব? অসমীয়া ভাষাটো ক'লেই ভাৰতীয় নাগৰিক হ'ব নোৱাৰে। এতিয়া মূৰ্খ অসমীয়া জাতিয়ে সেইসকলক 'ন-অসমীয়া' পাতিছে দেখোন? দ্বিতীয়তে, এই কায়দাৰে বঙালী হিন্দুখিনি আৰু অসমীয়াখিনিকো বিভাজিত কৰিছে," মই ক'লোঁ।

"আৰু এটা কথাত মোৰ খুঁ-দুৱনি লাগি আছে। এই যে প্ৰফুল্ল-ভৃগুহঁতে ক্ষমতাৰ টোপ গিলিবলৈহে আই এম (ডি টি) আইনখন ৰূপায়ণ কৰাত সন্মতি দিছিল সেইকথা স্পষ্টহৈ ওলাল। ফলত অসম চুক্তিখনত চহী কৰি ১৯৭১ চনৰ ২৫ মাৰ্চটোক "কাট-অফ" তাৰিখ বুলি ধৰি লৈ তাৰ আগদিনা অহাখিনিক ভাৰতীয় নাগৰিক বনালে আৰু পাছদিনাৰখিনি অবৈধ বাংলাদেশী হৈ থাকিল। এনে অদ্ভুত কথাও হ'ব পাৰেনে? ইয়াৰ কিবা আইনগত আৰু সাংবিধানিক ভেটি আছেনে?", মেমেৰাই সুধিলে।

"চুক্তি দুটা বা তিনিটা পক্ষৰ মাজত হয়। এই চুক্তিয়ে যদি কোনো আইন বা সংবিধান উলংঘা কৰে, তেন্তে সেই চুক্তি অবৈধ বুলি ঘোষিত হ'ব। চুক্তিখন সেই সময়ত আইন-বহিৰ্ভূত আছিল। পাছত ইয়াত আইনৰ ৰং সনা হৈছে। আনকি,

ভাৰতীয় নাগৰিকত্বৰ আইনো সংশোধন কৰি এইবোৰ আমদানীকৃত বাংলাদেশীক নাগৰিকত্ব দৰে ৰক্ষণাবেক্ষণ দিয়া হৈছে। কিন্তু এই সংশোধনক উচ্চতম ন্যায়ালয়ত এতিয়াও প্ৰত্যাহ্বান জনোৱা হোৱা নাই। অসমীয়া জাতিটো যে শুই থকা, সোৰোপা, ইয়েই তাৰ জ্বলন্ত প্ৰমাণ," মই ক'লোঁ।

"বহুবল্কী, ক'চোন, এনে স্থলত কি কৰা উচিত বুলি তই ভাব?"

"এই বাংলাদেশী সকলৰ নামবোৰ ভোটাৰ তালিকাৰ পৰা নিশ্চিহ্ন কৰাই একমাত্ৰ উপায়। যেতিয়াই ইহঁত ভোটৰ যাদুকৰী ক্ষমতাৰ পৰা বঞ্চিত হ'ব, তেতিয়াই ইহঁত হৈ পৰিব 'মাঘমহীয়া মূলা', যাক কোনোৱে নাখায়। বা তই ক'ব পাৰ, তৰুণ গগৈহঁতৰ বাবে সিহঁত হ'ব এইড্ছ আক্ৰান্ত গাভৰু। স্পৰ্শতো বিয়পিব এইড্ছৰ বীজাণু। এতেকে সিহঁত হ'ব এলাগী। সিহঁতৰ স্থান হ'ব ডাষ্টবীনত।

"কিন্তু ইহঁতৰ ভোটৰ অধিকাৰ খৰ্ব কৰাটো মুঠেও সহজ কাম নহ'ব। ইয়াৰ বাবে আইন-আদালতত এখন সুদীৰ্ঘ যুঁজ দিয়াৰ বাবে অসমবাসী ৰাইজ তৎপৰ হ'ব লাগিব", মোৰ উত্তৰ।

"এই যে আই এম (ডি টি)ৰ কিবা বোলে বিকল্প আইন বিচাৰি বাংলাদেশীসকল, ইহঁতৰ ৰক্ষক অসম চৰকাৰ আৰু মৌলবাদী দালালসকল উন্মাদ হৈ পৰিছে, ইহঁতক বিকল্প আইন কিহৰ বাবে লাগে।"

"ইহঁতক লাগে নতুন বটলত ভৰোৱা পুৰণি মদখিনি। মাছ বুলি নাখায়, জি জি বুলি খাব। বাংলাদেশী নাগৰিকক ৰক্ষণাবেক্ষণ দি যাতে ভোট-বেঙ্কটো অক্ষত ৰাখি তৰুণ গগৈহঁতে শাসনৰ ক্ষমতা স্থায়ী কৰিব পাৰে আৰু মৌলবাদীসকলে অসমখনক বৃহত্তৰ ইছলামিক ৰাষ্ট্ৰৰ পেটত অজগৰে গিলা দি গিলিব পাৰে, তাৰেই কুচকাৱাজ।"

"দিছপুৰ নিবাসী, মন একেবাৰে মুহি নিয়া, মনমোহন সিঙে বোলে কিবা এটা 'গ্ৰুপ অব্ মিনিষ্টাৰছৰ কমিটী' গঠন কৰি এই বিষয়ে বিচাৰ-বিবেচনা কৰিবলৈ দিছে। ইয়াৰ অৰ্থও তেন্তে নতুন বটলত পুৰণি মদেই নেকি?"

"সেইটোৱে। কিন্তু বিষয়টো এতিয়া ইমান সহজ হৈ থকা নাই।"

"কিন্তু এই দেশদ্ৰোহীসোপাক কি বিকল্প লাগে? ১৯৪৬ চনৰ বিদেশী বহিষ্কাৰ আইনখন দেখোন ভাৰতবৰ্ষৰ আন সকলো ৰাজ্যতে প্ৰযোজ্য হৈ আছে? অসমৰ তথাকথিত আমদানীকৃত সংখ্যা লঘুৰ ক্ষেত্ৰত এইখন আইন প্ৰযোজ্য নোহোৱাৰ কি যুক্তি থাকিব পাৰে? অসমৰ এইবিধ জীৱ কিবা ঐশ্বৰিক জীৱ নেকি?"

"সেইটোৱে হ'ল কথা। ভাৰতীয় গণতন্ত্ৰত সকলো সমান। সকলো আইন সকলো ৰাজ্যতে সমানে প্ৰযোজ্য। অন্যান্য ৰাজ্যৰ সংখ্যালঘু শ্ৰেণীয়ে যদি এই

আইনখনত কোনো অবৈধতা দেখা নাই, অসমৰখিনিয়ে ক'ত কি দেখিলে তাকেই কওক। কিন্তু সেইটোও ক'ব নোৱাৰে। তেওঁলোকৰ অজুহাত হ'ল যে বিদেশীৰ নামত অসম পুলিচে খিলঞ্জীয়া অসমীয়াক হাৰাশাস্তি কৰে। গতিকে সেইখন এলাগী কৰিব লাগে।

"কিন্তু কথা হ'ল, অসমৰ পুলিচসকলৰ গাত এনেকৈ অপৰাধীৰ ছাব মাৰিবলৈ এই বিদেশীসকল কোন? খিলঞ্জীয়া অসমীয়া মুছলমানসকল সন্ত্ৰস্ত হোৱাৰ কাৰণ নাই বুলি দেখোন কোৱা হৈছেই।

"আনহাতে মহাৰাষ্ট্ৰ, কৰ্ণাটক, অন্ধ্ৰপ্ৰদেশৰ সংখ্যালঘু শ্ৰেণীও বুৰ্বক নহয় যে ১৯৪৬ চনৰ বিদেশী আইনৰ দ্বাৰা হাৰাশাস্তি খালেও তাক সহি যাব বা প্ৰতিবাদ নকৰিব। মুঠৰ ওপৰত এই আইনখন যে বাংলাদেশীক ৰক্ষণাবেক্ষণৰ বাবেহে জন্ম দিয়া হৈছিল সেই কথা এই তথাকথিত সংখ্যালঘু (বিদেশী) সকলে নিজেই প্ৰমাণ কৰিলে। তদুপৰি হাৰাশাস্তিনো ক'ত নহয়? জীৱনটোৱে হাৰাশাস্তি। মূৰৰ বিষ উঠিলে এওঁলোকে মূৰটো কাটিবনে," মই যুক্তি দৰ্শালোঁ।

"হয়তো। বাংলাদেশীয়ে নিজকে ভাৰতীয় নাগৰিক বুলি প্ৰমাণ কৰাৰ চিৰাচৰিত আইনৰ নীতিক কবৰ দি ভাৰতীয় নাগৰিকেহে বাংলাদেশী বুলি প্ৰমাণ কৰাৰ দায়িত্ব দিয়া কথা কোনো সভ্য দেশত কল্পনা কৰিব পাৰিনে? নাগৰিকেই যদি বিদেশী চিনাক্ত কৰিব লাগে, তেন্তে ৰাইজৰ খৰচত পোহপাল গৈ থকা পুলিচ বিষয়াসকল বা চৰকাৰৰ কি প্ৰয়োজন? এনে গছত গৰু উঠা কথা এই অসমখনতহে হ'ব পাৰে", কথাখিনি কৈ মেমেৰা কিছু উত্তেজিত হ'ল আৰু পুনৰ বকলা মেলিলে—

"মই সেইবাবে এটা কথা ভাবিছোঁ অ', বহুবল্কী। এই তৰুণ গগৈ, মনমোহন সিংহঁতে এনে এক অভিনৱ ফন্দি আৱিষ্কাৰ কৰাৰ বাবে গিণীজ বুক অৱ্ ৱৰ্ল্ড ৰেকৰ্ডত স্থান পাব লাগে। লাগিলে তই-ময়ে দৰ্খাস্ত কৰি একোটা বঁটা দিয়াৰ ব্যৱস্থা কৰোঁ। তাতোকৈ ভাল কথাঃ এওঁলোকে নোবেল বঁটা পোৱাৰ যোগ্য। কেইজনমান মৌলবাদী অথবা কংগ্ৰেছৰ দালালৰ মগজুত এই মন্ত্ৰটো সুমাই দি দৰ্খাস্ত কৰিবলৈ উচটনি দিলে কেনে হয়?"

"আৰু আচৰিত কথা আছে, মেমেৰা। এই যে অসম-বাংলাদেশ সীমান্তত চীনৰ প্ৰাচীৰৰ দৰে এখন অলংঘ্য দেৱাল দিলে হয়তো বাংলাদেশী অনুপ্ৰৱেশ বন্ধ হ'ব। কিন্তু সেইটো কৰি কেন্দ্ৰীয় চৰকাৰে নিজৰ সান্দহ খোৱা বালি তল পেলাব কিয়? তদুপৰি কেন্দ্ৰীয় চৰকাৰৰ সেইটো কৰাৰো সাধ্য নাই। ধনৰ অভাৱৰ অজুহাততো আছেই। কিন্তু মূল বাধা হ'ল— বাংলাদেশৰ চৰকাৰে হেনো তাত আপত্তি কৰিছে (!)। মোৰ নিজৰ মাটিত মই সীমাৰ বেৰ দিম। তাত দ্বিতীয় বা

তৃতীয় পক্ষৰ আপত্তিৰ স্থল ক'ত? আপত্তি কৰিলে বুলি এনে নকৰাৰ যুক্তি ক'ত? আচলতে এই ৰাজনীতিক শ্রেণীয়ে সমস্যাটো জীৱন্ত কৰি ৰাখি ক্ষমতাত অধিষ্ঠিত হৈ থকাৰ এয়া ফন্দি, বুজিছ?"

"বহুবক্সী! হেৰি নহয়, আছুৰে বোলে কৈছে যে বিদেশী বিদেশীয়েই-- সিহঁত লাগিলে হিন্দুৱেই হওক বা মুছলমানেই হওক। কথাটো কিবা কিবা যেন লাগিছে। তই কি কৱ?"

"কাৰিকৰী দিশ অর্থাৎ আইনৰ দিশেৰে চালে বা উপৰুৱা দৃষ্টিত সেইটো হ'ব পাৰে। কিন্তু আইন-কানুনবোৰ মানৱীয়তাৰ ভেটিত প্রতিষ্ঠিত। বাংলাদেশত হিন্দুৰ সংখ্যা ৯.৫ শতাংশৰ পৰা নামি গৈ এতিয়া ১.৫ শতাংশ হৈছেগৈ। মানে এপাচি শাকত এটা জালুক। তাত হিন্দুৰ ওপৰত হত্যা, ধর্ষণ, অপহৰণ, ধর্মান্তৰৰ দৰে অপৰাধ-উৎপীড়ন ৰীতিগত ভাবে চলে। সেয়ে, সুৰক্ষাৰ অভাৱত, জীৱনৰ তাড়ণাত ভাগি অহা দুর্গত সকল আৰু মুছলমান জনসংখ্যাৰ বোজা পাতলাবলৈ নিজৰ দেশৰ পৰা আনৰ দেশত মেলি দি আগ্রাসনৰ কূট-কৌশল ৰূপায়ণ কৰা একে কথা হ'ব নোৱাৰে।

তদুপৰি হিন্দুস্থান-পাকিস্তানৰ জন্ম হৈছিল ধর্মৰ ভিত্তিতেই। মুছলমানসকলক এখন সুকীয়া ৰাষ্ট্র লাগে। নহ'লে তেওঁলোক সদা-সর্বদা হিন্দুৰ দ্বাৰা উৎপীড়িত, শোষিত হৈ থাকিব। এয়েই আছিল জিন্না আৰু কোম্পানীৰ দেশ বিভাজনৰ যুক্তি। মুছলিম লীগৰ তোষামোদকাৰী কংগ্রেছ দলেও তাতেই সন্মতি দিলে। ফলত মুছলমান সকল নিজৰ দেশলৈ গ'ল। কিন্তু বহুতে ইয়াতেই থাকিল। সেই থকাবোৰৰ বহুতে এতিয়াও ভাৰতক নিজৰ দেশ বুলি ভবাৰ শুভ জ্ঞান লাভ কৰা নাই। পাকিস্তানৰ ক্রিকেট দলে ভাৰতৰ দলক হৰুৱালেও এইসকলে ফটকা ফুটাই আনন্দ কৰে।

"ভাৰতবর্ষ ধর্ম নিৰপেক্ষ ৰাষ্ট্র। ইয়াত হিন্দু-মুছলমানৰ সমান অধিকাৰ। কিন্তু এতিয়া হিন্দুই হিন্দু ধর্ম সংৰক্ষণ কৰাটো যেন এক অপৰাধ, এক জঘন্য পাপহে। আনহাতে, হাঁচিটো, কাঁহটো মাৰিলেও এওঁলোকেই সংখ্যালঘুৰ ট্রাম্পকার্ডখন খেলে। এইবোৰ কথাৰ অন্ত নাই।" মই আবেগিক হৈ ক'লোঁ।

"ঐ বহুবক্সী, মই এটা সুন্দৰ সমাধান সূত্র উলিয়াইছোঁ। ইয়াৰ মুছলমানখিনি যদি ইয়াত থাকি অসুবিধা পাইছে তেন্তে নিজৰ ৰাষ্ট্রলৈ যাওক। আৰু তাত থকা হিন্দুখিনিক ইয়ালৈ অনা হওক। ব্যৱস্থাটো কেনে হ'ব? তেতিয়া বাংলাদেশীও নাথাকিব।"

"অসম্ভৱ, অসমত বাংলাদেশী সদায় থাকিব। আইনৰ বাতিলে ইয়াৰ সোঁত বন্ধ কৰিব নোৱাৰে। এই সোঁত বন্ধ কৰাৰ একমাত্র উপায় হ'ল অসমীয়াসকলে

বাংলাদেশীসকলক এৰি দিয়া নিজৰ ভাত কাঢ়ি অনা। সকলো কাম নিজে কৰাৰ মানসিকতা আৰু কৰ্মসংস্কৃতি গঢ়াৰ বাবে এক বৃহৎ, সুদীৰ্ঘ আন্দোলনৰ জন্ম দিয়াটো আজি প্ৰয়োজন হৈছে। অসম সুৰক্ষাৰ এয়াই একমাত্ৰ উপায়।”

“কিন্তু এইটো কৰিবলৈ কোন আগবাঢ়ি আহিব? সমাজৰ সন্মানখোৱা তথাকথিত বুদ্ধিজীৱীসকল ওলাই আহিবনে? যদি নাহে, মেকুৰীৰ ডিঙিত টিলিঙা বান্ধিবলৈ উপযুক্ত মানুহৰ বিচাৰ-খোচাৰ নকৰোঁ কিয়?”

এই কাম সমগ্ৰ অসমীয়া জাতিয়ে কৰিব লাগিব। জাতীয় চেতনাৰ উপলব্ধি থকা প্ৰতিজন অসমীয়া জাগ্ৰত হ'ব লাগিব। স্কুলৰ শিক্ষক, চৰকাৰৰ বিষয়া কৰ্মচাৰী, বেঙ্কৰ বিষয়া, সাংবাদিক- সকলোৱে একোটা সক্ৰিয় ভূমিকা ল'লেহে জাতীয় জাগৰণ সম্ভৱ হ'ব। প্ৰত্যেকে নিজৰ দায়িত্ব পালন কৰিব লাগিব জাতীয় চেতনাৰে। লেখকে লিখিব, শিক্ষকে ছাত্ৰ-ছাত্ৰীক স্বাৱলাম্বিতাৰ জ্ঞান দিব, সমাজসেৱকে মেলে-মিটিঙে ইয়াৰ প্ৰচাৰ চলাব, বেঙ্ক বা উদ্যোগ বিষয়াই ইয়াত নিজস্ব অৰিহণা যোগাব। শ্ৰমক সন্মান জনোৱাৰ শিক্ষা ল'ব পাৰিলেহে, অসমীয়া জাতি এদিন বাংলাদেশীৰ কবলৰ পৰা মুক্ত হ'ব।” ●●●

*অভিমত ১৩ আগষ্ট ২০০৫*

# অথ ডাক্তৰ-অৰ্ধডাক্তৰ-কোৱাৰ্টাৰ ডাক্তৰ সংবাদ

আজি হঠাৎ মোৰ নোদোকা দেহাটোৰ পৰা বলশক্তিবোৰ এনেকৈ হৰণ হৈ গ'ল যেন ৰাৱণে সীতাকহে হৰণ কৰি ৰামৰ বুকুখন শুদা কৰি থৈ গ'ল। কথাষাৰ শ্ৰীমতীক কাণ চুৱাওঁ বুলিও সাহ কৰিব পৰা নাই, এইবাবেই যে এওঁ শুনাৰ লগে লগে ডাক্তৰৰ ওচৰলৈ যোৱাৰ বাবে হুলস্থুল এখন লগাই লাইফ একেবাৰে মিজাৰেবল কৰি পেলাব।

এনেয়ে বেমাৰত ডাক্তৰৰ ওচৰলৈ যোৱাৰ ময়ো পক্ষপাতী। কিন্তু নিজৰ বেমাৰ আৰু ডাক্তৰৰ জাত-পাত নজনাকৈ চাকিত চগা পৰা দি ডাক্তৰৰ চেম্বাৰত উৰি পৰিলে দেখোন পুৰি মাৰিব লাগিব? তাতে আজিকালিৰ ডাক্তৰ প্ৰভুসকল যিহে ব্যস্ত। তেৰাসবৰ ৰোগীলৈ চকু তুলি চোৱাৰ সময় নাই। পেটটো বা বুকুখন টিপি চোৱা দূৰৰে কথা। আনকি প্ৰেছক্ৰিপশ্বনখনৰ আখৰকেইটা পঢ়িব পৰাকৈ লিখাৰো সময় নাই। তদুপৰি ফীজৰ কথাও আছে। এজন ডাক্তৰৰ কথা কওঁ। এবাৰ মই বেমাৰ দেখুৱাবলৈ গ'লোঁ তেওঁৰ ওচৰলৈ। দুৱাৰখন খুলি চেম্বাৰলৈ বুলি গৈ ৰোগীৰ চকীখনত বহিবলৈ লোৱাৰ আগতে হুটাকৈ ক'লে, "চাওঁ কাগজপত্ৰ কি আনিছে সোনকালে দিয়ক। বাহিৰত ৩০/৩৫ জন ৰোগী বৈ আছে। হাতত সময় নাই।"

মই থিয়ৈ থিয়ৈ মোৰ কাগজপত্ৰৰ ফাইলটো সভয়ে, সসম্মানে তেওঁলৈ আগবঢ়ালোঁ। তেওঁ একপ্ৰকাৰ চিলাই থপিওৱা দি ফাইলটো মোৰ পৰা থপিয়াই নি ১০ ছেকেণ্ডৰ ভিতৰত ফাইলৰ কাগজখন চাই ক'লে, "অ' বুজিছোঁ। আপোনাৰ ক্ৰনিক গেছট্ৰিকৰ প্ৰব্লেম(!) চিন্তা কৰিবলগীয়া নাই। দুমাহমান চিকিৎসা কৰিব লাগিব।" এই বুলি কৈয়েই তেওঁ মোৰ বেমাৰৰ দৰব লেখাত লাগি গ'ল।

মই ইফালে চকীখনত বহিবলৈ পোৱা নাই! তাৰ পাছত আলট্ৰাছাউণ্ড, বেৰিয়াম, এক্স-ৰে, তেজ পৰীক্ষাকে ধৰি কিবা এসোপামান পৰীক্ষা কৰাৰ কথা লিখিলে। লক্ষ্য কৰিলোঁ, সেইবোৰ যেন পঢ়িব পৰা বিধৰ আখৰ নহয়; চীনা-জাপানী ভাষাত লিখা কিছুমান গছৰ পাতৰ ছবিহে।

কথা-কাণ্ড দেখি খঙৰ অগ্নিয়ে মোক এনেকৈ দাহ কৰি পেলালে যে এটা মুহূৰ্তৰ বাবে মই এচটা শিলত পৰিণত হ'লোঁ। সম্বিৎ ঘূৰাই পাই মই ক'লোঁ, "ডাক্তৰ, মোৰ বেমাৰটো ভাল হৈ গ'ল। তোমাৰ দৰব খোৱাৰ আৰু মোৰ প্ৰয়োজন নহ'ব।"

কথাখিনি কৈ প্ৰেছক্ৰিপশ্বনখন মই এশটামান টুকুৰা কৰি তেওঁৰ মুখলৈ মাৰি পঠিয়ালোঁ আৰু সুধিলোঁ, "এতিয়া তোমাৰ ফীজ কিমান কোৱা।" তেওঁ মোৰ চকুলৈ নোচোৱাকৈ ক'লে, "এশ টকা দিলেই হ'ব।" মই এশটকীয়া নোটখন হাততলৈ তেওঁক সুধিলোঁ, "তুমি যে এইবোৰ ঔষধৰ নাম, এইবোৰ পৰীক্ষাৰ কথা লিখিলা, তাৰ বাবে তোমাৰ অংশ কিমান পাবা সেইটোও দিবলৈ কোৱা।"

"আপুনি এইবোৰ কি বাজে কথা কৈছে। আপুনি এতিয়াই ইয়াৰ পৰা বাহিৰ হৈ যাওঁক।"

"বাহিৰ নোলাই তোমাৰ ইয়াত থকাৰ সকাম আছে বুলি কিয় ভাবিছা? তোমাক এইবোৰ কথা ক'বলগীয়া হোৱাত মই দুঃখিত। কিন্তু মোক যি ব্যৱহাৰ কৰিলা, তাৰ বাবে তুমি 'দুখ প্ৰকাশ কৰাৰ সৎ সাহস তোমাৰ নিশ্চয় নাই।' কথাখিনি কৈ নোটখন টেবুলত থৈ আকৌ ক'লোঁ, "তুমি ডাক্তৰ নহয়, দানৱ। এইখিনি টকাৰ ঋণ তুমি মোক পাছৰ জন্মত শুজিবা। বাই।" সেই ঘটনাটোৰ কথা মনত পৰিলেই মই ডাক্তৰৰ ভয়ত বেমাৰটোকে টিপি টাপি কোনোমতে ৰাখি থওঁ। কিন্তু আজি... কি হ'ল?

এনে দোধোৰ মোধোৰত অস্থিৰ হৈ থাকোঁতে ঘিণাই হেপাই-ফেপাই আহিল। ভাবিলোঁ, কি বা দুৰ্ঘটনা-ঘটনা ঘটিল তাৰ? আজি মোৰ মেলত বহাৰ মুঠেও শক্তি নাইকিয়া হৈছে। কিন্তু সি যিহেতু এনেকৈ উত্ৰাৱল হৈ আহিছে, তাৰ কথাখিনিতো শুনিবই লাগিব?

"বুজিছ বহুবল্কী! এটা বৰ মজাৰ কথা, বুজিছনে নাই? মানে তই কল্পনাও কৰিব নোৱাৰিবি। একেবাৰে জেইল অ', জেইল। মানে ধৰি ল'- জেইললৈ গ'ল। নহ'লেও যাবই।"

"কি ক'বলৈ খুজিছ, পোনাই ক', ঘিণাই?" মই ক'লোঁ।

"ধেৎ! পোনাই-বেঁকাই ক'বলৈ কিডাল আছে আকৌ? সেই যে তৰুণ গগৈ......তৰুণ গগৈৰ জেইলৰ কথা কৈছোঁ অ'?"

"জেইল তৰুণ গগৈৰ নহয়। অসম চৰকাৰৰ জেইলখানা সেইবোৰ।" মই ক'লোঁ।

"হেয়া! তয়ো বৰ অঁকৰা অ'! মই চৰকাৰী জেইলখানাৰ কথাকে কৈ আছোঁ। এই যে আমাৰ মুখ্য মন্ত্ৰী তৰুণ গগৈ। তেওঁ হেনো জেইলত সোমাব।"

"তই এতিয়াও মূৰ্খ হৈয়েই থাকিলি। মুখ্যমন্ত্ৰীক জেইল দিয়া ঈশ্বৰ পুৰুষ কোনখন স্বৰ্গত তই দেখিলিনো? অপৰাধেই বা কি মুখ্যমন্ত্ৰীৰ?"

"নহয় অ'। শুনা কথা কওঁ, ৰ'বি। কিবা বোলে ইণ্ডিয়ান মেডিকেল কাউঞ্চিল আইনখন ভংগ কৰিছে। তেওঁ হেনো সেই আইনখন উলংঘা কৰি

তিনিশমান 'হাফ ডাক্তৰ' বাহিৰ কৰি উলিয়াব খুজিছে। সকলোৱে কোৱা মেলা কৰিছে বোলে তৰুণ গগৈয়ে সস্তীয়া ৰাজনীতিৰে নিজৰ স্বাৰ্থ পূৰাবলৈ মানুহৰ, মানে মানুহৰূপী কণ্ম জীৱ-জন্তুবোৰৰ জীৱনৰ লগত হেতালি খেলিছে। আমি এইবোৰ কথানো কি বুজোঁ? তয়েই অলপমান বুজাই ক'চোন? আজিকালি দিন কাল কিবা হৈ গ'ল অ' বোপাই! আৰু কিবা এই ডাক্তৰৰো জাত-পাত আছে বোলে, হয়নে?"

"ডাক্তৰৰ জাত-পাত নহ'ব কিয় আকৌ? আমাৰ মানুহবোৰৰ বামুণ, শূদিৰ, হিন্দু, মুছলমান, অনুসূচিত জাতি-জনজাতি, অসমীয়া, বঙালী, নেপালী যেনেকৈ আছে, তেনেকৈ ডাক্তৰৰো 'ফুল ডাক্তৰ', 'হাফ ডাক্তৰ', 'কোৱাৰ্টাৰ ডাক্তৰ', ভুৱা ডাক্তৰ, 'বিলাতফেৰৎ ডাক্তৰ', বিশেষজ্ঞ ডাক্তৰ', 'হোমিঅ'পেথিক ডাক্তৰ', 'আয়ুৰ্বেদিক ডাক্তৰ ইত্যাদি বিশেষণ নামৰ আগত থাকে বা আছে। সকলোৰে গুণ-গৰিমা-মহিমা, খ্যাতি-কুখ্যাতি কৰ্ম-দুষ্কৰ্মও বৈ বৈ যোৱাকৈ আছে। উপকাৰী-অপকাৰী, প্ৰিয়-অপ্ৰিয় ডাক্তৰো আছে। ৰোগীক মৰম কৰি কথা সোধা, ধমক দি কথা সোধা ডাক্তৰো আছে। এবাৰৰ ঠাইত কায়দা কৰি তিনিবাৰ ফীজ লোৱা ডাক্তৰ যেনেকৈ আছে, তেনেকৈ প্ৰাতঃস্মৰণীয় ডাক্তৰ প্ৰয়াত ভুবনেশ্বৰ বৰুৱাৰ দৰে ফীজ নোলোৱা ডাক্তৰো আছে। আনকি ফীজ লোৱাৰ কথা বাদেই, নিজৰ পকেটৰ পইচাৰে দৰব কিনিবলৈ দিয়া ডাক্তৰো আছে। মুঠৰ ওপৰত এইখন ৰঙীণ পৃথিৱীত, বহুৰঙী সমাজত, ৰং-বিৰঙৰ প্ৰাণীৰ সৃষ্টি আছে। গতিকে ৰং বিৰঙৰ ডাক্তৰো আছে।"

"হ'ব, বহুবৰ্ণী হ'ব। ইমানবোৰ জাত মনত ৰাখিবলৈ ওপৰৰজনে মোৰ মূৰত মছলা নিদিলে অ'। ইমানবোৰ কথা একেবাৰতে ক'লে, কথাবোৰ কিবা ওলট-পালট হৈ যায়। মাথোন এটা কথা ক'লেই হ'ব। এই যে আজিকালি তই কোৱাৰ দৰে কিবা 'হাফ-ডাক্তৰ'ৰ কথা কাগজে-পত্ৰই বৰকৈ ওলাইছে, সেই জাতটোৰ কথা ক'লেই হ'ব।"

"এৰা সেই জাতটোৰ মাতৃ হ'ব মুখ্যমন্ত্ৰী তৰুণ গগৈ। এতিয়াও সেই জাতৰ সন্তানটি জন্ম পোৱা নাই। গৰ্ভধাৰণহে কৰিছে। অহা ছেপ্তেম্বৰ মাহত গৰ্ভধাৰণ কৰা-নকৰাটো 'কনফাৰ্ম' হ'ব। ইয়াৰ তিনি বছৰ পাছত চিকিৎসা শিক্ষাৰ নামত কিবা শিকি যিসকল প্ৰাণী আবিৰ্ভাৱ হ'ব, তেওঁলোকেই হ'ব অৰ্ধ-ডাক্তৰ। তেওঁলোকেই হ'ব অসমৰ গ্ৰামীণ অঞ্চলৰ একোজন ঈশ্বৰ প্ৰভু। ঈশ্বৰেহে জীৱন দান দিব পাৰে। এই ডাক্তৰ বা অৰ্ধ-ডাক্তৰসকলে গাঁৱৰ দুখীয়া, অজ্ঞ, নিৰক্ষৰ ৰাইজক, মাৰাত্মক ৰোগৰ পৰা ৰক্ষা কৰি নতুন জীৱন দান দিব। কথাটো বৰ এটা বেয়া নহয়", মই ক'লো।

"কিন্তু হ্যাফ ডাক্তৰ কিয় কয়? ইয়াৰ কিবা অৰ্থ আছে নেকি?"

"আছে, আছে, অৰ্থ নহ'ব কিয়? ধৰ তোৰ গাঁৱৰ মানুহখিনি অৰ্ধ মানুহহে? গতিকে, তেওঁলোক পূৰ্ণ ডাক্তৰ পোৱাৰ যোগ্য নহয়, অৰ্ধ ডাক্তৰ পোৱাৰহে যোগ্য?

"ওপৰত ডাক্তৰৰ বিভিন্ন জাতৰ কথা কৈছোঁ। 'ফুল' মানে পূৰাপূৰি ডাক্তৰ হ'ব লাগিলে অন্ততঃ এম.বি.বি. এছ ডিগ্ৰীধাৰী হ'ব লাগিব। কিছুমানে এম.বি.বি.এছ. পাছ কৰি এম.ডি.এম.এছ. আদি ডিগ্ৰী লয়। ইয়াৰ বাবে আৰু তিনি বছৰ পঢ়িব লাগে। এই আঠ বছৰ পঢ়িলে যেনিবা 'ফুল ডাক্তৰ'ৰ, (ধৰ 'বামুণ'ৰ) জাতত উঠিব। তেন্তে তই ভাবি চাচোন, আঠৰ ঠাইত তিনি বছৰত যদি একোখন ডিপ্ল'মা চাৰ্টিফিকেট দি, মানে আৰ. এম.পি. বা ৰুৰেল মেডিকেল প্ৰেকটিশ্বনাৰ চাৰ্টিফিকিট দি গাঁৱত বেমাৰীৰ জীৱন সুৰক্ষাৰ অৰ্থাৎ গোপনীয়কৈ ক'ব লাগিলে, মৃত্যু ঘটোৱাৰ, লাইচেঞ্চখন দিয়ে, তেন্তে আঠৰ আধা চাৰি পূৰ্ণ নকৰা ডাক্তৰক অৰ্ধ ডাক্তৰো দেখোন বুলিব নোৱাৰি?", মই ক'লোঁ।

"তেন্তে আগতে যে এটা এল.এম.পি.ডাক্তৰৰ জাত আছিল, সেইটো কোন জাতত পৰিব?"

"সেইটোৰ কথা অলপ বেলেগ। সেই সময়ত পূৰ্ণ ডাক্তৰৰ সংখ্যা একেবাৰে কম আছিল। এইসকল ডাক্তৰে ঢাকাত এই ডিপ্ল'মা লৈ বিশেষকৈ আমাৰ গ্ৰামাঞ্চলত সেৱা আগবঢ়াইছিল। তেওঁলোক বেছ অভিজ্ঞ চিকিৎসক। তেওঁলোকে শিক্ষাপাঠ আৰু অভিজ্ঞতাৰ বলত গাঁও অঞ্চলত বৰ মূল্যবান সেৱা আগবঢ়াইছিল।

তদুপৰি তেতিয়া দিনকাল বেলেগ আছিল। আজিৰ যুগত নৈতিকতা বুলি কোনো কথা নাইকিয়া হৈছে। চিকিৎসকে চিকিৎসা-নৈতিকতাৰ কথা পাহৰি ৰোগীক কেনেকৈ শোষণ-হাৰাশাস্তি কৰিব পাৰি, তাতেই মনোনিৱেশ কৰাত লাগিছে। ডাক্তৰৰ লক্ষ্য হ'ল, কেনেকৈ অযথা এসোপামান দৰব দি আৰু তেজ পৰীক্ষা, এক্স-ৰে, আলট্ৰাচাউণ্ড, বেৰিয়াম আদিৰ বাকী নৰখাকৈ প্ৰেছক্ৰিপশ্বন লিখি নিজৰ হাতলৈ অহা ৰোগীৰ চিকিৎসা দীঘলীয়া কৰি এটাৰ ঠাইত দুটা বিল্ডিং, দুখনৰ ঠাইত তিনিখন গাড়ীৰ ধন গোটাব পাৰি।"

"এহ্! এইবোৰ কথা মই মুৰুখে ভবাই নাছিলোঁ। কি যে অন্যায়-অধৰ্মৰ কাল আহিল! হৰি বিষ্ণু! আৰু কচোন। কোৱাৰ্টাৰ ডাক্তৰ, ভুৱা ডাক্তৰৰ কথা", এটা মুখৰচক হাঁহি মাৰি ঘিণায়ে ক'লে।

"কিছুমান আয়ুৰ্বেদিক পাছ কৰা বা নকৰা ডাক্তৰো আছে। এওঁলোকৰ সচৰাচৰ কৰ্মক্ষেত্ৰ হ'ল গাঁও। আয়ুৰ্বেদিক চিকিৎসা-বিজ্ঞানক অবিশ্বাস কৰাৰ কোনো কাৰণ নাই। কিন্তু সমস্যা হ'ল, এই চিকিৎসাবিজ্ঞানীবোৰক লৈ। গাঁৱৰ নিঃসহায়,

হোজা মানুহৰ মাজত এওঁলোকৰ কিছুমান 'পূৰ্ণ ডাক্তৰ' হিচাপে অৱতাৰ হয়। মানে, এওঁলোকে পূৰ্ণ এলোপেথিক ডাক্তৰৰ দৰে ঘৰে ঘৰে গৈ ৰোগীক চিকিৎসা কৰে, নিজৰ ফাৰ্মাচীৰ দৰৱ বেচে। আনকি এওঁলোকৰ কোনো কোনোৱে চিজাৰীয়ান অপাৰেশ্বন কৰি সন্তান প্ৰসৱো কৰায়।

"আচৰিত কথাটো হ'ল, কোনো কোনোৱে হেনো ডাড়ি খুৰোৱা ব্লেডেৰে অপাৰেশ্বন কৰিও ৰোগীৰ মৃত্যু ঘটোৱাৰ নজিৰ আছে। কি কৰিবি? গাঁৱৰ ৰাইজ হোজা, দুখীয়া। মামলা-মোকদৰ্মা কৰাৰ জ্ঞান-ধন নাই। মাৰপিট কৰাৰ মন নাই। চৰকাৰৰ কাণসাৰ নাই। তই এই শ্ৰেণীক কি জাতৰ বুলিনো ক'বি?

"অৱশ্যে চহৰ অঞ্চলত ভালেমান নাম কৰা আয়ুৰ্বেদিক ডাক্তৰ আছে। কিন্তু এওঁলোকে গাঁৱৰ সতীৰ্থসৱৰ দৰে মোনা ভৰাই ফীজ আদায় কৰি ৰোগীক প্ৰাণে মৰাৰ অৱকাশ বা নজিৰ নাই। অপাৰেশ্বন কৰা বা অত্যধিক ফীজ লোৱাৰ সুযোগো নাই। আৰু তই ভুৱা ডাক্তৰৰ কথা সুধিছিলি নহয়? এই ভুৱা ডাক্তৰ অকল অসমতেই নহয়, দেশৰো সৰ্বত্ৰ সিঁচৰতি হৈ আছে। আনকি বিদেশতো এই জাতৰ অভাৱ নাই। ভুৱা ডাক্তৰবোৰ ডাক্তৰৰ কোনো জাততে নপৰে। এই শ্ৰেণীৰ ধূৰ্ত, পাপী লোকে টকাৰ বিনিময়ত ডাক্তৰৰ জাল চাৰ্টিফিকেট সংগ্ৰহ কৰি ডাক্তৰ ৰূপে অৱতাৰ হয় আৰু ৰোগীৰ জীৱন বিপন্ন কৰাৰ উপৰি পৰিয়ালক হৰি-লুট কৰে। ধৰা পৰিলে অৱশ্যে কাৰাগাৰৰ বগা ভাত খায়।", মই ঘিনাইক কথাবোৰ বুজাই ক'লোঁ।

"এই যে তৰুণ গগৈয়ে, মানে আমাৰ জনপ্ৰিয় মুইখ মন্ত্ৰীয়ে অৰ্ধ-ডাক্তৰ শ্ৰেণী উলিয়াব খুজিছে, তাৰ তাৎপৰ্য কি? গাঁৱৰ বাবে অৰ্ধ-ডাক্তৰ, টাউনবোৰৰ বাবে পূৰ্ণ ডাক্তৰ! এইবোৰ কি কথা অ'? ঈশ্বৰে সেইবোৰক মানে গাঁৱৰবোৰক কিবা 'অৰ্ধ নৰমনিচ'ৰূপে, অৰ্থাৎ দুখন ভৰিৰ এখন, দুখন হাতৰ এখন, দুটা চকুৰ এটা দি সৃষ্টি কৰিছিল নে? অৰ্ধৰ অৰ্থ দেহৰ সকলো যন্ত্ৰপাতিৰ আধা হ'ব নালাগিব জানো? তেন্তে তৰুণ গগৈৰ এইবোৰ আজৱ কাণ্ডৰ অৰ্থ কি?" ঘিণায়ে উত্তেজিত হৈ সুধিলে।

"অৰ্থ বহুতো। প্ৰথম কথা, গাওঁ অঞ্চললৈ ডাক্তৰ নাযায়। কিয়নো..."

"ৰ'বিচোন, বহুবৰুৱী। এই নাযায় বুলি যে ক'লি, চৰকাৰী ডাক্তৰ চৰকাৰে বদলি কৰিলে নাযায় বুলি কিবা কথা থাকিব পাৰে নেকি? চৰকাৰে যাবলৈ বাধ্য কৰাব নোৱাৰে কিয়?"

"সেইবোৰ বহু কথা। তই শুনি যা। গাঁৱত প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰ কিছুমান আছে। সেইবোৰ হয় চকীদাৰ নহ'লে কোনোবা কম্পাউণ্ডাৰে চলায়। তাত দৰৱ-পাতিৰ ব্যৱস্থা নাথাকে। বেণ্ডেজ, তুলা অথবা বেজী— একোৱে নাথাকে। ছয়খন

বিছনাযুক্ত চিকিৎসাকেন্দ্ৰত এখনো বিছনা নাথাকে। ক'ৰবাত কাম বন্ধ কৰিবলৈ দৰ্জা এখনো নাথাকে। থকাৰ ভিতৰত মাথোন থাকে ছাগলী-গৰু, নিগনি-মেকুৰীৰ দৰে জীৱ কিছুমান। চিকিৎসাৰ বাবে প্ৰয়োজনীয় সা-সৰঞ্জামৰ কোনো ব্যৱস্থাই নাই। এনে অৱস্থাত ডাক্তৰ তালৈ গৈ মাৰ খালেহে হ'ব? গতিকে গাঁওলৈ ডাক্তৰ নাযায়।

"কেতিয়াবা দুই এপদ দেৱৰ দুৰ্লভস্বৰূপ দৰবৰ যোগান অৱশ্যে ধৰা হয়। কম্পাউণ্ডাৰ বা নাৰ্ছে তাৰে দুই-এপদ বেমাৰীক 'প্ৰেছক্ৰাইবো' কৰে। এইখিনিৰ এটা অংশ দৰবৰ কোম্পানীয়ে নমুনা মানে 'ছেম্পুল' হিচাপে বিনা পইচাই দিয়ে। আন এটা অংশ ম্যাদ পাৰ হৈ যোৱা পুৰণি দৰব। জীৱন-মৰণৰ সংগ্ৰাম কৰা ৰোগী যেতিয়া এইবোৰ চিকিৎসা কেন্দ্ৰলৈ আহে, তেতিয়া কম্পাউণ্ডাৰ-নাৰ্ছে ইয়াকে দি ৰোগীৰ সেৱা ক'ৰে।

"ক'ৰবাত ক'ৰবাত যে পূৰ্ণ ডাক্তৰ নাই, এনেও নহয়। কিন্তু, ঢাল নাই, তৰোৱাল নাই, নিধিৰাম চৰ্দাৰ হৈ থকা এনে ডাক্তৰ ৰাইজৰ ৰোষৰ বলি হোৱাৰ নজিৰ আছে। বহুতো সৎ ডাক্তৰে ৰাইজৰ মাৰপিট খাই জীৱনৰ সংশয়ত ভুগি ছুটী লৈ স্বাস্থ্যকেন্দ্ৰ ত্যাগ কৰিবলগীয়া দুৰ্ভাগ্যও হৈছে। গাঁৱলৈ পূৰ্ণ ডাক্তৰ নোযোৱাৰ এয়া হ'ল প্ৰধান কাৰণ। দ্বিতীয় কাৰণো আছে। আজিকালি সৰ্বসাধাৰণ ডাক্তৰৰ মানসিকতা হ'ল— ধন ঘটা, চহৰীয়া আৰামৰ জীৱন কটাই পৰিয়ালৰ কল্যাণ সাধন কৰা। মানে ধৰ তোৰ ল'ৰা-ছোৱালীক ভাল ইংৰাজী স্কুলত পঢ়ুওৱা, পকা ৰাস্তাৰে এলট', ছেন্ট্ৰ', ওৱেগন-আৰ, বেলিন' আদি গাড়ী দৌৰোৱা, চেম্বাৰ এটা খুলি টকাৰ ফেক্টৰী চলোৱা ইত্যাদি। গতিকে পৰাপক্ষত গাঁৱৰ বোকাপানীৰ মাজত থকা হোজা, নিৰক্ষৰ লোকৰ চিকিৎসা কৰিবলৈ কোন যাব? তাত মোনাভৰাই ধন ঘটাৰ সুযোগ নাই। কিন্তু মাৰপিট খোৱাৰ সুবিধা যথেষ্ট।

"কোন যাব মানে? চাকৰি কৰিলে যাবই লাগিব। মানে চৰকাৰে বাধ্য কৰিব লাগিব", ঘিণায়ে ক'লে

"তই ঠিকেই কৈছ। মই ভাবোঁ, মেডিকেল কলেজত ছীট দিয়াৰ সময়তে গাঁৱত অন্ততঃ পাঁচ বছৰৰ বাবে সেৱা আগবঢ়াব লাগিব অথবা এম.বি.বি.এছ. ডিগ্ৰীৰ পূৰ্বচৰ্ত ৰূপে গাঁৱত অন্ততঃ দুবছৰ কাম কৰিব লাগিব বুলি নিয়ম বান্ধি দিয়া উচিত। সেইদৰে এম.ডি. বা এম. এছ.ৰ দৰে স্নাতকোত্তৰ চিকিৎসা শিক্ষাৰ ছীট দিওঁতেও এনে বাধ্যবাধকতা থকা উচিত। গাঁও অঞ্চলত সেৱা আগবঢ়োৱা ডাক্তৰসকলৰ বাবে এনে ডিগ্ৰীৰ পূৰ্ব চৰ্ত ৰূপে সংৰক্ষিত ছীটৰ কোটা একোটাও থকা উচিত। তেতিয়া সকলো ভাবী এম.ডি ডাক্তৰে গাঁৱত সেৱা আগবঢ়োৱাৰ বাবে বাধ্য থাকিব। আনকি 'গ্ৰাম্য ভাট্টা' বা আন তেনে ধৰণৰ কিবা আৰ্থিক উদগনি, স্বাস্থ্যকেন্দ্ৰসমূহৰ উন্নত চিকিৎসা-সেৱা ব্যৱস্থা, চিকিৎসকৰ থকা মেলাৰ বাবে উন্নত আবাসগৃহকে ধৰি

অন্যান্য সা-সুবিধাবো ব্যৱস্থা চৰকাৰে কৰা উচিত। আমাৰ ৰাজ্যত এতিয়াও আশী শতাংশ লোক গাঁৱত থাকে। এই সকলৰ স্বাস্থ্য বিপৰ্যস্ত। এনেকৈ অসমৰ কি প্ৰগতি হ'ব?"

"এই যে মুইখ মন্ত্ৰীৰ 'হাফ-ডাক্তৰ'ৰ আঁচনি! সেইটো যদি সঁচাকৈ কাৰ্যকৰী হয়, তেন্তে ইয়াৰ পৰা ৰাইজ উপকৃত হ'বনে বিপৰ্যস্ত হ'ব?"

"গাঁও-চহৰৰ ভিত্তিত জনগণক উচ্চ-নীচ দুভাগত ভাগ কৰাটো অমানৱীয় আৰু অগণতান্ত্ৰিক। তদুপৰি অল্পবিদ্যা ভয়ংকৰ বুলিও এটা কথা আছে। চিকিৎসাবিজ্ঞান এক বিশাল জ্ঞান-ক্ষেত্ৰ। পাঁচ বছৰ ধৰি এনাট'মি, পেথ'লজি আৰু ক্লিনিকেল তথা ক্ষেত্ৰ-প্ৰশিক্ষণ সম্পৰ্কে অধ্যয়ন কৰিলেহে প্ৰয়োজনীয় কিছু ডাক্তৰী জ্ঞান আহৰণ কৰিব পাৰি। তাকো কোনোমতেহে।

"ইয়াৰ উপৰি মানুহৰ শৰীৰ-মন সম্পৰ্কে সম্পূৰ্ণ জ্ঞান আহৰণ কৰিব লাগিলে এম. ডি, এম. এছ আদিৰ বাবে আৰু তিনি বছৰৰ অধ্যয়ন আছেই। এতেকে মাত্ৰ তিনি বছৰ পঢ়ি কোনোবা এজনক ডাক্তৰৰ অনুজ্ঞাপত্ৰ দিয়াৰ অৰ্থ হ'ল— সৰ্বসাধাৰণ ৰাইজৰ জীৱন এক প্ৰকাৰ বিপন্ন কৰা।"

"মই আগতে আয়ুৰ্বেদিক ডাক্তৰৰ কথা কৈছোঁৱেই। ইয়াৰে কিছুমানে মেট্ৰিক পাছ কৰিব নোৱাৰিও আয়ুৰ্বেদিক ডাক্তৰ হৈছে। এওঁলোকৰ কিছুমানে হাৰ্ট-কিডনীৰ দৰৱ দিয়াৰ উপৰি ৰোগীৰ অপাৰেশ্বনো কৰে। কি যে ভয়ংকৰ কথা! তাতে কটা ঘাত নিমখ সনাৰ দৰে মুখ্য মন্ত্ৰীৰ আঁচনিত তিনি বছৰীয়া পাঠ্যক্ৰমত ভৰ্তিৰ নূন্যতম শৈক্ষিক অৰ্হতাও চাৰকাৰে নিৰ্ধাৰণ কৰি দিয়া নাই। অৰ্থাৎ মেট্ৰিক পাছ নকৰাকৈও হয়তো এনে ডাক্তৰ হোৱাৰ সুযোগ থাকিব। এবাৰ চিকিৎসকৰ প্ৰমাণপত্ৰ আৰু অনুজ্ঞাপত্ৰ লাভ কৰাৰ পাছত এই শ্ৰেণীয়ে গুৰুতৰ ৰোগীক যে অপাৰেশ্বন কৰি জীৱন বিপন্ন নকৰিব, তাৰো কোনো নিশ্চয়তা নাই। কিয়নো, তেতিয়াও গাঁৱত ডাক্তৰৰ অভাৱ আৰু নিৰক্ষৰতাৰ প্ৰভাৱ থাকিব। যি চৰকাৰৰ বদলিৰ নিৰ্দেশ কাৰ্যকৰী কৰাৰ সামৰ্থ্য নাই, সেই চৰকাৰে কি ব্যৱস্থাৰে এই শ্ৰেণীক এনে অকাৰ্য-দুষ্কাৰ্য কৰাৰ পৰা বিৰত ৰাখিব পাৰিব? সেয়ে, চিকিৎসাবিজ্ঞানী সম্থাই মুখ্য মন্ত্ৰীৰ এই আঁচনিত গভীৰ উদ্বেগ প্ৰকাশ কৰাই নহয়, বিৰোধিতাও কৰিছে। মেডিকেল কাউঞ্চিলেও আপত্তি কৰা বুলি শুনিছোঁ।"

"তেন্তে মুইখ মন্ত্ৰী মহোদয়ে কি কৰ্তৃত্বত এনে এটা সাংঘাতিক ব্যৱস্থা হাতত লৈছেনো? আইনে কি কয় অ', বহুবল্কী?"

"মেডিকেল কাউঞ্চিল অব্ ইণ্ডিয়া এক্ট' নামৰ এখন আইন আছে। এই আইন অনুসৰি চিকিৎসা শিক্ষাৰ পাঠ্য, সময় নিৰ্ধাৰণ আৰু অনুমোদন কৰাৰ একমাত্ৰ কৰ্তৃত্ব আছে ভাৰতীয়ৰ চিকিৎসা পৰিষদৰ। আইন অনুসৰি পাঁচ বছৰীয়া কোৰ্ছ এক

বাধ্যবাধকতা। কাউঞ্চিলে এনে-অৰ্ধ-ডাক্তৰৰ কোৰ্ছ কেতিয়াও অনুমোদন নকৰে আৰু তেতিয়া তৰুণ গগৈ চাহাবৰ এই নাগৰিকৰ জীৱন বিপন্ন কৰা লাইচেঞ্চখন বেআইনী হ'ব। ইয়াৰ বাবে মুখ্য মন্ত্ৰীকে ধৰি বহুতো জগৰীয়া হ'ব। তই যে তৰুণ গগৈ জেললৈ যাব বুলি উধাতু খাই চিঞৰিছিলি, সেই উৰহীৰ ওৰ এয়াই।"

"তেন্তে মুইখ মন্ত্ৰীয়ে এনে সাংঘাতিক কাম কৰিছে কিয়? ইয়াক আদালতৰ মজিয়ালৈ নিয়াটো উচিত নহ'বনে? এই শুই থকা অসমীয়া জাতৰ শিয়ালবোৰে হাঁহ ধৰিব জানো পাৰিব?", ঘিণায়ে দাবী কৰিলে।

"ইয়াৰ মতলব— ৰাজনৈতিক চমক। ইলেকশ্বন আহিবলৈ এবছৰো নাই। কোনোফালে সফলতা আৰ্জিব নোৱৰা গগৈয়ে ঢাক-ঢোল যিমান পাৰে পিটিলে। এতিয়া ভুলে-ভালে কিবা এটা কৰি ৰাইজক আভুৱা ভাঁৰিবলৈ অঁকৰা মৈত উঠিছে। চিকিৎসকৰ এটা সংস্থাই হেনো ভাৰতীয় চিকিৎসা পৰিষদৰ ওচৰত ইয়াৰ বিৰুদ্ধে অভিযোগ উত্থাপন কৰিছে। আদালতৰ মজিয়াতো ভুমুকিয়াব বুলি কৈছে। হয়তো এটা ইনজাংশ্বন বা নিষেধাজ্ঞা আদালতৰ পৰা এদিন উলিয়াব। নতুবা, তথাকথিত বুদ্ধিজীৱী, সচেতন নাগৰিকসকলে হাইকৰ্ট-ছুপ্ৰিমকৰ্টত পি. আই. এল ৰীট আবেদন দাখিল কৰি তৰুণ গগৈৰ বেআইনী সন্তানটি ভূমিষ্ঠ হ'বলৈ নিদি গৰ্ভপাত কৰাব", মই ক'লোঁ।

"বাৰু, গাঁৱৰ এই বিপৰ্যয়ৰ কথা বুজিলোঁ। কিন্তু তোৰ মোৰ দৰে চহৰবাসীসকলৰোতো দুৰৱস্থা হৈছে? মেডিকেল কলেজত দৰৱ নাই। ডাক্তৰে দুই বজাৰ পিছত কলেজ-হাস্পতালত নাথাকি নাৰ্চিংহোম, চেম্বাৰত ৰমৰমীয়া প্ৰেকটিচ চলাইছে। আনহাতে, চৰকাৰে মেডিকেল কলেজত কোটি কোটি টকাৰ অপচয় ঘটাইছে। কেনেকৈ জান? দৰৱ যোগানৰ নামত দহগুণ অধিক দাম ভৰি হয় ভেঁজাল/ভুৱা দৰৱ কিনিছে নতুবা কাগজে-পত্ৰে দৰৱ যোগান ধৰি ৰোগীক মৃত্যুগামী কৰিছে। তেন্তে, চৰকাৰে এনেকৈয়ে নাগৰিকৰ স্বাস্থ্য সুৰক্ষা কৰিছে নেকি অ' বহুবল্কী?", ঘিণায়ে সুধিলে।

"এতিয়া '২০০০ চনত সকলোৰে বাবে স্বাস্থ্য'ৰ চৰকাৰী ঢোলটো ফুটি থাকিল। তোৰ মোৰ কি স্বাস্থ্য হৈছে, শ্ৰমিক-মজদুৰৰ কি সুন্দৰ নোদোকা স্বাস্থ্য হৈছে, দেখিছই নহয়?"

"হেৰৌ বহুবল্কী। আৰু এটা কথা কওঁ। এই যে মেডিকেল কলেজৰ বিয়াগোম ডাক্তৰ সকলে দিনৰ দুইবজাতে চাকৰি এৰি আহি ৩/৪ বজাত চেম্বাৰত প্ৰেক্‌টিচ কৰি লাখ লাখ টকা ঘটিব ধৰিছে, সেইটো চৰকাৰে বন্ধ নকৰে কিয়? আনকি ডিউটিৰ সময়তে চৰকাৰী চিকিৎসালয় এৰি নাৰ্চিং হোমত যে ধন ঘটাৰ খেও মাৰে, তাৰো কোনো ব্যৱস্থা নাই নেকি?, ঘিণাইৰ প্ৰশ্ন।

"ব্যৱস্থা কিয় নহ'ব? কিন্তু চৰকাৰে চকুমুদি থাকিলে কোনে কি কৰিব পাৰে?"

"কিন্তু কিয় চকু মুদি থাকে?"

"সকলো কিয়ৰ উত্তৰ নাথাকে।"

"এই যে নাৰ্ছিং হোমবোৰ প্ৰদূষণৰ উৎপত্তিস্থল হৈছে, ৰোগীৰ শোষণ আৰু মৃত্যু ফাণ্ডত পৰিণত হৈছে, এইবোৰক নিয়ন্ত্ৰণ কৰাৰ কোনো আইন-কানুন নাই নেকি?"

"নহ'ব কিয়? আছে। সকলো আছে। কিন্তু নাৰ্ছিং হোমত মন্ত্ৰী-বিষয়াৰ স্বাৰ্থ আছে। বে-আইনী কাম কৰি, অনুজ্ঞা পত্ৰ নোহোৱাকৈ প্ৰভাৱশালী গৰাকী সকলে বেপৰোৱাভাৱে চলাই আছে। কিয়নো মন্ত্ৰী-বিষয়া সকল এই নাৰ্ছিং হোমৰ পকেটত। গতিকে নিয়ম-কানুনক কবৰ দিয়া হৈছে।"

"তেন্তে মই যি বুজিলোঁ, ২০০৫ চনত সকলোৰে সুস্বাস্থ্য হোৱাটো এক বাধ্যবাধকতা। চৰকাৰৰ এই নীতিক সন্মান-সমৰ্থন জনাবলৈ মই এটা বৰ সহজ উপায় উলিয়াইছোঁ। স্বাস্থ্যবান-স্বাস্থ্যবতী জীৱসকল বাচি থাকিবই। যিসকল স্বাস্থ্যহীন মানে বেমাৰী, সেইসকলক ওপৰলৈ পঠাই দিলেই লেঠা মৰি গ'ল মাত্ৰ একো টোপাল অমৃতসম বিষ, বছ। ইমানেই। এই বিষ যোগানৰ ঠিকাটো পোৱাৰ বাবে তই মই মুইখ মন্ত্ৰীৰ ওচৰত নিবিদা একোখন দিওঁ। কিবা কৰি যদি ঠিকাটো পাওঁ, তোক কৈছোঁ নহয়, একেবাৰে লালে লাল হৈ গ'লোঁ। চৰকাৰৰো সন্মান বাচিল, বোলে এই মুলুকত জীৱ মানেই নিৰোগী। তই মইও বিষত ভেঁজাল দি বা কমকৈ যোগান দি বেছি বিষ যোগানৰ বিল দিলোঁ। বচ! সাপো মৰিল, লাঠিও নিছিগিল। সকলো সমাধান হাঃ হাঃ হাঃ। •••

*অভিমত ২০ আগষ্ট ২০০৫*

# অথ খিচিৰি সংবাদ

আজি কিছুদিন ধৰি গাটো বৰ ভাল যোৱা নাই। বয়সটোওয়ে যে একেবাৰে ব্ৰহ্মপুত্ৰৰ বাঢ়নী পানী বঢ়া দি বাঢ়ি গৈছে। ক'ৰবাত এটা বান্ধ দি পানী ওফৰোৱাদি আনৰ গালে বৰ্ধমান বয়সটো ওফৰাই দিয়াৰো সাধ্য নাই। আন কথা বাদেই, কথা-বতৰা পাতিবলৈকেও দেহত শক্তি আৰু ইচ্ছা নাই। অলপ আৰাম পাওঁ নেকি বুলি আগফালৰ বাৰাণ্ডাতে বহিলোঁ— সন্মুখৰ অৰ্ধ-বিধ্বস্ত পাহাৰটোৰ সৌন্দৰ্য উপভোগ কৰোঁ বুলি।

এনেতে দেখিলোঁ ভোদাই মেললৈ বুলি আহিলেই। ভাবিলোঁ, সি আহিলেই যেতিয়া আজি ছিৰিয়াছ-টিৰিয়াছ কথা ৰবকৈ নাপাতি কিবা এটা পাতল কথাকে পাতি তাক সোনকালে বিদায় দিম। মই তাক বহিবলৈ দি ক'লো, "কি ঐ ভোদাই? তইনো ইমান দিন ক'ত মৰিছিলি? একো খবৰ নাই যে?"

"মৰা নাই ৰহ। আজি তোৰ কাৰণে মই এটা বৰ সুন্দৰ খবৰ আনিছোঁ। মানে সঁচাকৈ সুন্দৰ। ইমান সুন্দৰ যে শুনিলে তোৰ মন জুৰ, হিয়া শাঁত পৰি যাব। ওঁঠত হাঁহি বিৰিঙিব মানে তই হাঁহি হাঁহি মাৰি থাকিবি", ভোদায়ে ক'লে।

"মই যদি হাঁহি হাঁহি মৰোঁ, তেন্তে পৰিয়ালে দেখোন কান্দি কান্দি মৰিব? তেতিয়া তয়েই পাপৰ ভাগী হ'ব লাগিব, বুজিছ নে নাই?", মই ক'লোঁ।

"ৰবি অ' বহুবল্কী। তই যেতিয়াই তেতিয়াই ধেমালিখন কৰি থাক। মই তোক এতিয়া যি ক'ম, সেয়া ধেমেলীয়া যদিও আচলতে বৈদ্য ছিৰিয়াছ কথা বুলি জানিবি। সেইবোৰ অৱশ্যে তইহে ভালকৈ বুজিবি। বুজিছ, এই কিবা বোলে স্কুলত আজিকালি 'দুপৰীয়াৰ আহাৰ' বুলি কথা এটা চলিছে। 'আহাৰ' মানে খিচিৰি আহাৰ।

পিছে, কথাটোনো কি? স্কুলত ল'ৰা-ছোৱালী পঢ়িবলৈ আৰু শিক্ষক-শিক্ষয়িত্ৰী পঢ়াবলৈ যায়। মাক-বাপেকে নিজৰ সন্তানক স্কুললৈ যাওঁতে শক্তি অনুযায়ী খুৱাই-বুৱাই পঠিয়ায়। স্কুলত পঢ়া-শুনা শেষ কৰি ঘৰলৈ আহে আৰু ঘৰত মাকে নিজ হাতেৰে ৰন্ধা আহাৰ সন্তানক খুৱাই তৃপ্তি লভে। তেন্তে স্কুলৰ খিচিৰিৰ কাৰবাৰটোনো কিয়? তই এই মুৰুখক অলপ বুজাই ক। কিয়নো মোৰ মনত এই অদ্ভুত কথা-কাণ্ডবোৰে তোলপাৰ লগাইছে। কাৰোবাৰ পকেট গৰম কৰাৰ কাৰবাৰ নহয়তো?", ভোদাইৰ প্ৰশ্ন।

"শুন ভোদাই চৰকাৰৰ সৰ্বশিক্ষা অভিযান" বুলি এটা আঁচনি আছে। ভাৰতবৰ্ষৰ শতকৰা ৪০ ভাগ লোক দৰিদ্ৰতাৰ সীমাৰেখাৰ তলত। বহুতে দিনটোত এসাঁজো যোগাৰ কৰিব নোৱাৰে। এতেকে মাকে সন্তানক স্কুললৈ ভাত খুৱাই পঠাব কেনেকৈ? ইফালে চৰকাৰে দেশৰ ৫২ শতাংশ অৰ্ধশিক্ষিত লোকক শিক্ষিত কৰি তুলিবলৈ উঠি-পৰি লাগিছে। নিৰক্ষৰতাই যদি দূৰ কৰিব পৰা নগ'ল, তেন্তে দেশৰ প্ৰগতি-উন্নতি হ'ব কেনেকৈ? কিন্তু, পেটৰ সাঁজেই যদি নাথাকে, তেন্তে শিক্ষাৰ সোৱাদ ল'বলৈ স্কুললৈ কণ কণ ল'ৰা-ছোৱালীবোৰ যাব কেনেকৈ? সেয়ে, সকলোৱে যাতে স্কুললৈ গৈ অন্ততঃ পেটৰ ভোকটো আংশিকভাৱে হ'লেও নিবাৰণ কৰিব পাৰে, তাৰ বাবে কল্যাণকামী চৰকাৰে দুপৰীয়াৰ আহাৰ, মানে খিচিৰিৰ, আয়োজন কৰিছে স্কুলত। তেতিয়া নোযোৱা সকলো স্কুললৈ যাব। এতিয়া বুজিছনে?"

"বুজিলোঁ, পেটৰ ভোকত দিন কটোৱা ডাল-দৰিদ্ৰৰ পৰিয়ালৰ কণ কণ শিশুসকলক খিচিৰিৰ টোপ দি চৰকাৰে শিক্ষালৈ আকৰ্ষণ কৰিছে। পিছে, দেহাটো থাকিলেহে পেটত ভোক থাকিব? মেলেৰিয়া, টাইফয়েড, কলেৰা, বসন্ত, যক্ষ্মা-গেষ্ট্ৰিকত ভুগি সিপুৰীৰ টিকট কাটিবলৈ বৈ থকা সকলক ভোকৰ ভাতে স্কুললৈ টানি নিব পাৰিবনে? তদুপৰি, অকল খিচিৰি খালেই হ'বনে? খিচিৰি খাবলৈ যাবলৈ হ'লে দেহততো এসাজ কাপোৰো লাগিব? তেন্তে দুপৰীয়াৰ খিচিৰি আঁচনি সফল হ'ব লাগিলে, বেমাৰৰ বিনামূলীয়া চিকিৎসা তথা ঔষধপাতিৰ যোগান আৰু স্কুল ইউনিফৰ্মো দিয়াৰ ব্যৱস্থা চৰকাৰে নকৰে কিয়?" ভোদাইৰ প্ৰশ্নটো শুনি ময়ো থতমত খালোঁ। কথাটোতো ঠিকেই কৈছে।

"সেইবোৰ কথা ঠিকেই। পাছে তই সেইবোৰ কথা সোণৰ অসম গঢ়াৰ প্ৰতিশ্ৰুতিৰে ৰাজপাট খোৱা প্ৰফুল্ল মহন্তক সুধিবি। এতিয়া, বাংলাদেশী ব্লকভোটৰ সুৰক্ষাকৰ্তা তৰুণ গগৈৰ চৰকাৰ। 'সৰ্বশিক্ষা' (বা সৰ্বভিক্ষা) নামৰ কেন্দ্ৰীয় আঁচনিখন অসমতো প্ৰযোজ্য কৰি চৰকাৰে নিজৰ দায়িত্ব পালন কৰিছে। কাপোৰ-দৰবৰ ইয়াত স্থান নাই। ইয়াত অকল দুপৰীয়া কণমইনাহঁতক খিচিৰিৰে আপ্যায়ন কৰাৰ কথা।"

"তেন্তে খিচিৰি আঁচনি সম্পৰ্কে তই অলপ আভাস দেচোন? হয় দে, বহুবক্ষী। মোৰ আকৌ খিচিৰি বোলা বস্তুটো বৰ প্ৰিয়। বিশেষকৈ জাৰৰ দিনত নতুবা বৰষুণৰ দিনত খিচিৰি খাই কি যে মজা লাগে, ভাই! মই আমাৰ শ্ৰীমতীক সদায় খেচখেচাই থাকোঁ-- বোলোঁ আজি মই খিচিৰি খাম। পিছে, খাম বুলিলে পাবিনে? খুৱাম বুলি ক'লেহে হ'ব?

বাৰু সেইবোৰ কথা বাদ। খিচিৰি নাখালেও কথা নাই। খিচিৰিৰ গন্ধ শুনিলেও গোন্ধটো মোৰ নাকত লাগি যায় আৰু তোৰ কিবা বোলে এবাৰ যে

কথা আছে? 'ঘ্ৰাণেন অৰ্ধ ভোজনম' বুলি? এতেকে খিচিৰিৰ গল্প কৰিলেও মোৰ আধা পেট ভৰি যাব। তই কৈ যা। এইটোনো কি আঁচনি, কেনেকৈ, কোনে চলাইছে ইত্যাদি।"

"তোক কৈছোঁৱেই। এইটো এটা সৰ্বশিক্ষা অভিযান নামৰ কেন্দ্ৰীয় চৰকাৰৰ আঁচনি। ৰাজ্য চৰকাৰৰ সংশ্লিষ্ট শাখাই কাৰ্যকৰী কৰে। আঁচনিৰ অন্যতম লক্ষ্য হ'ল "খিচিৰি ভক্ষণেন জ্ঞানম অৰ্জনম"। মানে খিচিৰি ভক্ষণৰ যোগেদি জ্ঞান উপাৰ্জন কৰা। আঁচনি অনুসৰি ঠিক দুপৰীয়া, মানে চাৰে বাৰ বজাত কণমইনাহঁতক খিচিৰিৰে ভোজ খুৱাব লাগিব। নহ'লে ভোকত ফুলকুমলীয়া ছাত্ৰ-ছাত্ৰীসকলে একেবাৰে কলমলাই থাকিব। ইয়াৰ বাবে চৰকাৰে খাদ্য সামগ্ৰীৰ যোগান ধৰিব। মানে তোৰ চাউল, দাইল, হালধি, পিঁয়াজ, জলকীয়া, মিঠাতেল, তেজপাত, আলু ইত্যাদি।"

"কিবা পাচলি-তাচলি অলপ নাথাকিলে এই সৰু ল'ৰা-ছোৱালীবোৰে প্ৰ'টিন, ভিটামিন, আইৰণ, জিংক আদিৰ অভাৱত নুভুগিবনে? দেহত এইবোৰ শক্তিৰ ঘাটি-ত্ৰুটি হ'লে বেমাৰ নিৰ্ঘাত। আৰু যদি এনেকৈ এইবোৰ ল'ৰা-ছোৱালী খাদ্যপ্ৰাণৰ অভাৱত পঞ্চতং গতঃ হয়, তেন্তে কিবা বোলে "মিড-ডে-মীল আঁচনি ফেইল মানে ফ্লপ নামাৰিবনে? এইবোৰ সাংঘাতিক দৰ্কাৰী কথা। নে মই কিবা মিছা কথা কৈছোঁ অ' বহুবন্ধী? দৰকাৰ হ'লে এইবোৰ কথা কাগজত ফাদিল কৰি দিব লাগিব। ফাদিল মানে- এইযে খিচিৰিত খাদ্য প্ৰাণৰ অভাৱত বহুতো শিশুৰ স্বাস্থ্যৰ অৱনতি ঘটিব, এইবোৰ কথা।"

"পাচলিৰ কথাটো পিছত ক'ম। কিন্তু পাচলিতকৈও ডাঙৰ আহুকাল এই কাৰবাৰত দেখা দিছে। এতিয়া এই আঁচনি বলবৎ কৰাৰ পৰা স্কুলবোৰ শিক্ষালয়ৰ ঠাইত ভোজনালয়ত পৰিণত হৈছে। শিক্ষক-শিক্ষয়িত্ৰী ৰান্ধনি আৰু ৰান্ধনীত পৰিণত হৈছে। শ্ৰেণীৰ কোঠা পাকঘৰত পৰিণত হৈছে। স্কুললৈ গৈয়ে মাষ্টৰ-মাষ্টৰণীৰ চিন্তা- আজিৰ দুপৰীয়াৰ সাঁজটোনো কেনেকৈ সুকলমে লেঠা মাৰিব পাৰি। নহ'লে মাষ্টৰ-মাষ্টৰণীৰ বিপক্ষে ৰিপ'ৰ্ট যাব– বোলে তেওঁলোকে দুপৰীয়া ভোজৰ পৰা কণমইনাহঁতক বঞ্চিত কৰি খাদ্য-সামগ্ৰীবোৰৰ সোপাকে আত্মসাৎ কৰিছে।

আৰু তোৰ কিবা কৰি ইন্সপেক্টৰৰ কাণত পৰিলে মাষ্টৰ-মাষ্টৰণীৰ চাকৰিৰ চিলিমটোকে ছিগিব। হেন জানি জ্ঞানী জ্ঞানদাতা-দাত্ৰীসকলে পঢ়োৱা কাম এৰি একনিষ্ঠভাৱে ৰন্ধা-বঢ়াতে মনোনিৱেশ কৰিছে। বোলোঁ ৰন্ধা-বঢ়াই হ'ল মন, ৰন্ধা-বঢ়াই প্ৰাণ, ৰন্ধা-বঢ়া বিনে নাই পৰিত্ৰাণ। বুজিছনে, তই? পঢ়োৱাৰ কথা ভাবিব নেপায়। দেহাই যদি নাথাকিল পঢ়াৰ সকাম কি?"

"বুজিলোঁ। পিছে, মাষ্টৰৰ কথা নাজানো। কিন্তু বাইদেৱে ৰন্ধা খিচিৰিৰ বৰ সোৱাদ লাগিব চাগৈ। মই বুজিছু, এই খিচিৰিত পাঁচফোৰণ-শুকান জলকীয়া দি চন্তাৰ মাৰে নহয়, কি যে মলমলীয়া গোন্ধ এটা নাকত লাগেহি। কাৰোবাৰ ঘৰৰ পৰা এই গোন্ধ ওলালেই মই শ্ৰীমতীক কওঁ, 'বোলোঁ হেৰা! দেখিছা নে নাই, কি মোলায়েম খিচিৰিৰ গোন্ধ কোনোবাই উলিয়াইছে? মোৰ জিভাৰ পানীবোৰ সৰসৰকৈ ওলাবলৈ ধৰিছে।' পিছে কি হ'ব? তেওঁ আকৌ খিচিৰিৰ নামেই নুশুনে। সেই কুণ্টেই কৈছোঁ, এদিন তয়ে-ময়ে যাওঁ ব'ল অ'– এই স্কুলৰ মাষ্টৰণীৰ খিচিৰি খাবলৈ। দৰ্কাৰ হ'লে আমি ক'ম, আমি সাংবাদিক। আমি খিচিৰি আঁচনি সম্পৰ্কে এটা প্ৰতিবেদন লিখিবলৈ আহিছোঁ। নতুবা ক'ম, আমাক চৰকাৰে আঁচনি ৰূপায়ণ সম্পৰ্কে পৰ্যবেক্ষণ কৰিবলৈ পঠাইছে। তেতিয়া মাষ্টৰ-মাষ্টৰণীয়ে খিচিৰি নুখুৱাই পাৰিবনে? খিচিৰি বাদেই, পাৰিলে অলপ চাউল-দাইলো হয়তো...।"

"ধেমালিবোৰ বাদ দে। মাষ্টৰৰ খিচিৰি ইমান সহজ নহয়। মানে বহুত আহুকাল আছে। প্ৰথম কথা, খিচিৰি ৰান্ধিবলৈ কেৰাহি, চচ্‌পেন; চাউল-দাইল ধুবলৈ চৰিয়া, তৌ; পানী কঢ়িয়াবলৈ বাল্টি— নাই যে নাই একোৱে নাই।

"ইন্সপেক্টৰে চাকৰি খাব বুলি ভয়ত এঠাইৰ এজন মাষ্টৰে হেনো নিজৰ ঘৰৰ কেৰাহি, চচপেন, চৰিয়াকে আনিলে। পাছে আবেলি ঘৰ পাওঁতে ঘৰত বিৰাট গৃহকন্দল। হেৰৌ! মাষ্টৰৰ কেৰাহি আছিল এটা, চচপেন আছিল দুটা, হেতা দুখন। যেতিয়া সেইখিনি সোপাকে মাষ্টৰে স্কুললৈ স্থানান্তৰ কৰিলে, ঘৰত চৰু-কাটি হ'ল। মানে চৰুৱেই নাই যিহেতু, ৰান্ধিব ক'ত? গতিকে দুপৰীয়া গৃহিণী আৰু দুটা ডাঙৰ ল'ৰা-ছোৱালীৰ কিবা বোলে শৈক্ষিক ফাষ্টিং হ'ল।

"সেইদিনা বাৰু তেনেকৈ গ'ল। কিন্তু সমস্যাটোতো পাছদিনাও থাকিল। মাষ্টৰে পাছদিনা নিজৰ ঘৰত সেই কাম কৰিবলৈ সাহস নকৰি গাঁৱৰ দুঘৰমান গাৰ্জেনকে অনুনয়-বিনয় কৰি ক'লে বোলে ভাত-ৰন্ধাৰ বাচন-বৰ্তনখিনি দুদিনমানৰ বাবে যোগাৰ কৰি দিয়ক। চৰকাৰে এইখিনি দুই এদিনতে যোগান ধৰিবই আৰু তেতিয়া তেওঁ সেইখিনি নিজে গৈ ঘূৰাই দি আহিব। কিন্তু সেইজন গাৰ্জেন আছিল একা-চেকা। তেওঁ মাষ্টৰক পিঠি ছুই কিলাবলৈকেহে এৰিলে। ক'লে, হেৰা মাষ্টৰ। তুমি সেইদিনা মোৰ কণমান ল'ৰাটোক বেতেৰে কোবাই পিঠি দবৰা-দবৰি কৰা নাছিলানে? আজি তুমি কি সাহস কৰি মোৰ ঘৰলৈ খিচিৰি ৰন্ধাৰ বাচন-বৰ্তন বিচাৰি আহিছা? ভালে ভালে আঁতৰি যোৱা। নহ'লে কথা কিন্তু বিষম হ'ব।"

"মাষ্টৰ অপ্ৰস্তুত হৈ সেই ঠাই খৰখেদাকৈ এৰিলে। কথাষাৰ চাৰিওফালে প্ৰচাৰ হৈ গ'ল। পাছে সকলো মানুহ বেয়া নহয়। কাষৰে মৌজাদাৰে মাষ্টৰক মাতি নি ৰন্ধা-বঢ়াৰ বাবে প্ৰয়োজনীয় বাচন-বৰ্তনখিনি দিলে যেনিবা।"

কিন্তু মাষ্টৰৰ সমস্যাৰ অন্ত নাই। কথা হ'ল— এই ৰন্ধা-বঢ়া কাৰবাৰবোৰ মাইকী মানুহৰহে। মতা মানুহ কেইটাইনো পাকঘৰৰ চাৰিটা চুক দেখিছে? মাষ্টৰে আচলতে ৰান্ধিব নাজানে। আগদিনা খিচিৰি ৰান্ধিবলৈ দুগুণ চাউল, এগুণ দাইল আৰু আধাগুণ পানী দিলে। নিমখ দিলে তিনিগুণ, হালধি তিনিভাগৰ এভাগ। মানে চাউল-দাইল মিলি যদি তিনি কিলো পৰিমাণ হয় তেন্তে হালধি হ'ল তোৰ এক কিলো। এতিয়া তই কচোন সেইবোৰনো কি খিচিৰি হ'ল? নে নিমখ-হালধিৰ ভোজ হ'ল?", মই ক'লোঁ।

"কিন্তু সেই হালধি-নিমখৰ ভোজ কোনোবাই খালে নে নাই, অ' বহুবক্তী- — এই আধা সিজা নিমখ-চাউল-দাইলবোৰ?"

"পেটৰ ভোকত অখাদ্যও মানুহে খায়। দুই এজন কণমইনাই খালে। পাছদিনা তেওঁলোকৰ সকলোৰে পেট চলিল, বমি হ'ল। আৰু স্কুললৈ আহিবলৈ এৰিলে পূৰা এসপ্তাহ।

"আজি আকৌ যাতে তেনে অঘটন নঘটে তাৰ বাবে মাষ্টৰ মহাশয়ে গৃহিণীকে খাতিৰ ধৰিলে, বোলে তেওঁ অলপ সময়ৰ বাবে স্কুললৈ গৈ তেওঁক দিহাখিনি দিয়ক। কিয়নো চাকৰিৰ কথা আছে। তেওঁ ৰান্ধিবলৈ গ'লে নিজৰ ঘৰৰ মুঠিও তাতেই ওলাব। কিনো বেয়া কথা? পাছে ঘৈণীয়েকে মাষ্টৰক বাঘিনীৰ দৰে এনেকৈ চকু ৰঙা কৰি দপদপনি এটা দিলে যে মাষ্টৰৰ পাম্প একেবাৰে বাহিৰ হৈ গ'ল অ', ভোদাই", মই ক'লোঁ।

"হেৰি নহয়। স্কুলত মাষ্টৰণীওতো থাকে? তেন্তে মাষ্টৰে মাষ্টৰণী বাইদেউৰ গাত লেঠাটো পেলাই নিদিয়ে কিয়?" ভোদায়ে সুধিলে।

"সকলোতে মাষ্টৰণী নাথাকে। তদুপৰি সকলো প্ৰাথমিক বিদ্যালয়ত দুগৰাকী শিক্ষক নাথাকে। মানে এজনীয়া শিক্ষকৰ স্কুলো থাকে। এখনত মাষ্টৰ-মাষ্টৰণী উভয়ে আছে। দুয়োৰে বেছ মিলা-প্ৰীতিও আছে। খিচিৰিৰ দায়িত্বটো দুয়ো সমানে কান্ধ পাতি লৈছে।

"পাছে কি হ'ব? লেঠা জানো কম? ভাত ৰান্ধিবলৈ চৰকাৰে চৌকা দিয়া নাই। জুই জ্বলাবলৈ চৰকাৰে গেছৰ চিলিণ্ডাৰো দিয়া নাই। আজিকালি তাতে ওচৰে-পাঁজৰে খৰি পাবলৈও নাই। এতিয়া খৰি নহ'লে খিচিৰি সিজিব কেনেকৈ?

গতিকে দুয়ো শিক্ষক-শিক্ষয়িত্ৰী গ'ল ওচৰৰে হাবিলৈ খৰি লুৰিবলৈ। তাতে দুয়োৰে সুখ-দুখৰ কথাও ওলাল। মাষ্টৰ-মাষ্টৰণীৰ কিবা ৰোমাঞ্চ ৰোমাঞ্চ-ভাবৰ উদ্ৰেক হ'ল। ইফালে ১১ বাজি গ'ল যদিও মাষ্টৰ-মাষ্টৰণী খৰি লৈ ঘূৰি নহাত ল'ৰা-ছোৱালীবোৰে ভোকত কলমলকৈ ফুৰিছে। কোনোৱে উম্ভাওালিও কৰিছে। কাষৰ ঘৰৰ আম-মধুৰিআমৰ গছৰ পৰাও সেইবোৰ চুৰ কৰিছে। তাকে লৈ সিহঁতে

মাৰপিটো কৰিছে।

এইবোৰ কথাকাণ্ড দেখি গাঁৱৰ মানুহ আহি ভৰি পৰিল। তাৰ পাছত বিচাৰ লাগিল মাষ্টৰ-মাষ্টৰণী ক'ত? মানে তেওঁলোক দুয়ো যে একেলগে বহুসময় নাই সেই কথা ফাদিল হৈ গ'ল। লাগিল এখন হুলস্থুল। মাষ্টৰৰ ঘৈণীয়েক আৰু মাষ্টৰৰ আৰম্ভ হ'ল দুৰ্বাদিল কাজিয়া। মাষ্টৰজন বৰ খঙাল। তেওঁ ঘৈণীয়েকক বাৰুকৈ পিটন দি পাছদিনাই খেদি পঠিয়ালে মাকৰ ঘৰলৈ। খিচিৰিৰ ৰহস্য বুজিলি এতিয়া?"

"হেৰি নহয়, বহুবৰ্ষী? এই হিচাপপত্ৰ বুলি কিবা জানো কথা নাই? মানে ধৰ, তোৰ কিমান ল'ৰা-ছোৱালীৰ বাবে দিনে খিচিৰি ৰন্ধা হ'ল, কিমান চাউল-দাইল-আলু-পিঁয়াজ-হালধি-নিমখ খৰচ হ'ল, কিমান বাকী থাকিল, আৰু কেতিয়া কিমান লাগিব ইত্যাদি ইত্যাদি?"

"হিচাপৰ কথা কি আছে? এইবোৰ কথা হিচাপ কৰা টান। প্ৰয়োজনতকৈ বেছি ৰন্ধাটোৱে নিৰাপদ। নহ'লে যে বিপদ! বেছিকৈ ৰান্ধিলেও অথলে নাযায়। ভুকীয়া জীৱ-জন্তুবোৰো ঈশ্বৰৰেই সৃষ্টি। স্কুলৰ কাষতে উদং খোৱা গৰু, ছাগলী, কুকুৰ, কাউৰী আছেই। কিবা বাকী থাকিলে সেইবোৰে খালেও চৰকাৰৰ আৰু মাষ্টৰৰ পুণ্য হ'ব। সেয়ে, হিচাপটো মাষ্টৰে নিজে জানিলেই হ'ল। খিচিৰি কিবা তুলাচনীৰে জুখি খুৱায় নে? কোনখন পাতত কিমান খিচিৰি পৰিল সেই হিচাব কোনে ৰাখিব?"

"হেৰি নহয়, বহুবৰ্ষী? এই আঁচনিখন মতে "ঠিক কিন্তু খাদ্য-সামগ্ৰী চৰকাৰে যোগান দিয়ে নে মাষ্টৰে টকা-পইচা দি কিনি আনে? একেলগে এসপ্তাহৰ আনে নে এমাহৰ আনে, নে দিনৰ বিধ দিনে যোগান ধৰে? বাৰু, যিয়েই নহওক, কোনোবাইতো এইবোৰ বস্তু বজাৰৰ পৰা কিনি আনে? তেন্তে, কিনাৰ বাবে কোটেশ্বনৰ কথা নাই নেকি? তদুপৰি, অখাদ্য চাউল-দাইলোতো আনিব পাৰে? সেয়ে হ'লে দেখোন স্কুল গৈ যমৰ দুৱাৰত পৰিণত হ'ব?"

"তই বহুবোৰ প্ৰশ্ন একেবাৰে সুধিছ। মই যিমানখিনি জানো কৈ যাওঁ। তই শুনি যাবি। মাজতে পেক পেক কৰি 'ডিষ্টাৰ্ব' কৰি নাথাকিবি। শুন। কোনো কোনো ক্ষেত্ৰত স্কুলৰ মেনেজমেন্ট কমিটি নে মাষ্টৰক ব্লক পৰ্যায়ৰ শিক্ষা বিষয়াই নগদ পইচা দিয়ে হেনো। এই আঁচনিৰ তত্ত্বাবধানত ন্যস্ত আছে এইজন শিক্ষা বিষয়া। য'ত এই ব্যৱস্থা আছে, তাত মাষ্টৰে নিজে সামগ্ৰীখিনি কিনি জমা কৰি ৰাখে। কেতিয়াবা এই শিক্ষা বিষয়া বা আন কোনোবাই বস্তুখিনি নিজে কিনি স্কুলত যোগান দিয়ে।

ক'ৰবাত অভিযোগ শুনা যায় যে ভাৰতীয় খাদ্য নিগমৰ পোকে খোৱা বা

পেলনীয়া চাউল-দাইল খিচিৰিৰ বাবে ব্যৱহাৰ কৰা হয়। অথবা বস্তুৰ ডেলিভাৰি কাগজে-পত্ৰইহে ঠিক থাকে। লওঁতে-দিওঁতে হেৰ-ফেৰ কিছু হয়। হ'বই দেচোন? চৰকাৰী কাৰবাৰ, নহয় জানো?

"কিন্তু মূল সমস্যা হয় চাউল-দাইল মজুতকৰণৰ ক্ষেত্ৰত। স্কুলততো আৰু গুদাম নাই? পঢ়া কোঠালীৰ এটা কোণতে সেইখিনি তলা মাৰি ৰখা হয়। হ'লে কি হ'ব? দুৱাৰখন হে তলাবন্ধ। কিন্তু বেছিভাগ স্কুলৰে বাঁহৰ ভগা বেৰ। একেবাৰে হাতী সোমাব পাৰে। খিৰিকী বন্ধ কৰাৰো উপায় নাই। তাৰ মানে এই যে আনঅফিচিয়েল দুৱাৰ-খিৰিকীবোৰ একেবাৰে খোলা।

"তাতে গাঁৱত মহী চোৰৰ উপদ্ৰৱ আছেই। সি সকলোৰে বাৰী শুঙি ফুৰে বুলি কীৰ্তি এটা আছে। এইবোৰ চৰকাৰী মাল। এনেয়ে পৰি থাকে। সিওতো বাচি থকাৰ অধিকাৰ আছে? নে নাই? গতিকে, সিও মাজ ৰাতি নিঃশব্দে স্কুলৰ ভঁৰাল ঘৰত ভুমুকি মাৰি এটা অংশ ছান কাঢ়ে।

"সি নাহিলেও, সেই নিগনিৰ জাকটো আছে। সিহঁত কিবা লঘোণে মৰিবনে? সিহঁতেও অলপ সোৱাদ লয়।

"তাতে বহুতো স্কুলৰ মুধচ ফুটা। মানে আকাশৰ তৰা লেখিব পাৰি। আজিকালি বৰষুণ-বানপানীৰ বতৰ। কেতিয়াবা এই ষ্টকবোৰ তিতে। এঠাইত হেনো গৰুৱেও অলপ ভাগ পাইছে। আৰু এইবোৰৰ যদি এটাও নঘটে, তেন্তে নোহোৱাক হোৱা নকৰাটো হ'ব মাষ্টৰৰ বুৰ্বকামি। এতেকে খিচিৰিৰ বাবে আচলতে কিমানখিনি চাউল-দাইল বা টকা খৰচ হয়, ৰন্ধা খিচিৰিৰ কিমানখিনি ছাত্ৰ-ছাত্ৰীৰ পেটলৈ যায়, তাৰ হিচাপ লোৱাৰ দায়িত্বত ব্লক পৰ্যায়ৰ শিক্ষা বিষয়া (বি ই ই) আৰু সমন্বয়ৰক্ষী উপ-পৰিদৰ্শক একোগৰাকী আছে। এওঁলোকৰ যহতে এইদৰে দুখীয়া ল'ৰা-ছোৱালীসকলে পেটৰ জুই নিৰ্বাপণ কৰি সুখে-শান্তিয়ে শিক্ষা জ্ঞান লাভ কৰিছে।"

"এই যে খিচিৰি খোৱা পৰ্বটো কেনেকৈ সম্পাদন কৰা হয়নো? মানে কাঁহি-বাতি ধৰণৰ কিবা আছে নে চৰুৰ পৰাই একেলগে ছাত্ৰ-ছাত্ৰী, মাষ্টৰ-মাষ্টৰণী আৰু গৰু-ছাগলী সকলোৱে খায়?"

"ল'ৰা-ছোৱালীসকলে হেনো শিক্ষাগুৰুৰ নিৰ্দেশ মতে হাতে হাতে নিজৰ খোৱা থাল-বাটি কিতাপৰ বেগত লৈ আহে। ক'ৰবাত কলপাত, কলপটুৱাও ব্যৱহাৰ কৰা হয়। এইবোৰ আকৌ মাষ্টৰেই যোগাৰ কৰিবলগীয়া হয়। গতিকে এনে গুৰু দায়িত্ব পালন কৰা মাষ্টৰৰ পঢ়া-শুনাৰ কথা চিন্তা কৰাৰ সময় ক'ত? এতেকে সৰ্বশিক্ষাৰ একমাত্ৰ কাম হ'ল সৰ্বভক্ষণ। মানে খিচিৰি ভক্ষণ।"

"বহুবল্কী! এইবোৰ কি গছত গৰু উঠা কথা অ'? খিচিৰি যদি খুৱাবই লাগে, তেন্তে এজন ৰান্ধনি নিযুক্তি দিয়া নাই কিয়? কেৰাহি-চচপেন, চৰিয়া, বাচন-

বৰ্তনৰ যোগান নাই কিয়? এইযে তোৰ দায়িত্বন্যস্ত বিষয়াসকলৰ মগজুত কাণ্ডজ্ঞান বোলা কোনো বস্তু ঈশ্বৰে দিয়া নাই নেকি?" ভোদাইৰ প্ৰশ্ন।

"কাণ্ড জ্ঞানৰ ইয়াত প্ৰয়োজন নাই। এওঁলোকৰ কাণ্ড জ্ঞানতকৈও ওপৰৰ বুদ্ধিবিধ আছে। এওঁলোকে কিবা দুখীয়া ছাত্ৰ-ছাত্ৰীক খিচিৰি খুৱাই নোদোকা কৰিবলৈ এই আঁচনি হাতত লৈছেনে? খিচিৰিৰ নামত টকা ঘটাহে মতলব? শুন। সৰ্বশিক্ষা অভিযানৰ নিৰ্দেশিকা অনুসৰি স্কুলৰ পৰিচালনা কমিটিয়ে এজন ৰান্ধনি নিযুক্তি দিয়াটো কৰ্তব্য। ইয়াৰ বাবে ৰান্ধনিক প্ৰতিজন ছাত্ৰৰ হৈ ত্ৰিছ পইচা হিচাপত পাৰিশ্ৰমিক দিয়াৰ ব্যৱস্থাও আছে। কিন্তু প্ৰয়োজনীয় ধন চৰকাৰে মুকলি কৰি নিদিলে মাষ্টৰে পকেটৰ পৰা কেনেকৈ দিব? য'ত মাথোন এজন শিক্ষক আছে, সেইবোৰ স্কুলত পঢ়া-শুনাৰ চৰ্চা ৰসাতলে গৈছে। মাষ্টৰে এতিয়া পঢ়াবনে ৰান্ধনিগিৰি কৰিব? দুজন থাকিলেও একে কথা। এজনে ডুবিব আৰু আনজনে ৰং চাবনে? মৰিলে একেলগে মৰিব", মই ক'লোঁ।

"এই যে স্কুলৰ কোঠালিত ৰন্ধা-বঢ়া কাৰবাৰ চলিছে, চৰকাৰে আঁচনিত এটা অস্থায়ী ৰান্ধনি ঘৰকে বন্ধাৰ ব্যৱস্থা নকৰে কিয়নো?", ভোদাইৰ প্ৰশ্ন।

"সৰ্বশিক্ষা অভিযানৰ নিৰ্দেশিকা অনুসৰি এই ৰান্ধনি কোঠালী সজাৰ বাবে দহহাজাৰ টকাৰ অনুমোদন আছে। বাচন-বৰ্তন কিনাৰ কাৰণে ক'ৰবাত হেনো দুহেজাৰকৈ টকাও দিছে। কিন্তু আন বহুতত তেনে ব্যৱস্থা নাই। ৰান্ধনিঘৰ বন্ধাৰ টকা মুকলি কৰি নিদিলে ক'ৰ পৰা কোনে ৰান্ধনিঘৰ বান্ধি উলিয়াব? গতিকে কাৰবাৰটো মুকলি আকাশ বা স্কুলৰ কোঠাতে হয়", মই ক'লোঁ।

"এই যে তোৰ ৰন্ধা-বঢ়া আৰু খোৱাপানীৰ কিবা ব্যৱস্থা আছেনে?"

"ব্যৱস্থা আছে। তই কোৱা ব্যৱস্থাটোৱে আছে। কিয় নহ'বনো? ভাত খাই পানী এটুপা ডিঙিলৈ পঠোৱাটো প্ৰকৃতিৰ নিৰ্দেশ। অসমীয়াৰো ৰীতি। এতেকে খোৱা পানীৰ অভাৱত কণ মইনাইঁতে গেলা পানী খাই পেটত এবাহ মান বেমাৰৰ বীজাণুলৈ পঞ্চত্বং গত হ'লে এই জীৱনবোৰ কলিতে নিৰ্মূল হ'ব।"

"গতিকে মাষ্টৰে হয় তলৰ নিজৰা নতুবা বন্ধ পুখুৰীৰ পানী নতুবা দমকল মাৰি কান্ধত পানী কঢ়িয়াই আনে।"

"ছিঃ ছিঃ ছিঃ! তাৰ মানে মাষ্টৰে ভাত ৰান্ধে, চৌকা খান্দে, পানী কঢ়িয়ায়। কলপাত-কলপটুৱা কাটি খিচিৰি খোৱাৰ বৰ্তন যোগায়। নহ'লে, গিলাচ, কাঁহি-বাতি ছাত্ৰ-ছাত্ৰীয়ে কঢ়িয়ায়। মাষ্টৰে চাউল-দাইল কিনে। খিচিৰি ৰান্ধে। তাৰ মানে পঢ়োৱাৰ বাহিৰে আন সকলো কামকে কৰে। এতিয়া বুজিলোঁ, ইয়াৰ নাম উচিতভাৱেই ৰখা হৈছে সৰ্বশিক্ষা অভিযান! মানে মাষ্টৰে জীৱনত নোপোৱা সকলো শিক্ষা একো বাকী নথকাকৈ পোৱাৰ ব্যৱস্থা আছে। বেচেৰা মাষ্টৰৰ অৱস্থা চাগে

'ফাট মেলা বসুমতী পাতালে পলাওঁ' হয়গৈ।"

"মাষ্টৰৰ গালত ছাই, কাপোৰত হালধিৰ দাগ; চকুত পানী। এনে খিচিৰি মাষ্টৰৰ চাব লৈ এদিন মাষ্টৰ নিজৰ ঘৰলৈ উভতি যাওঁতে হেনো তেওঁৰ সৰু ছোৱালীজনীয়ে দেউতাকক চিনি নাপাই ক'লে, ঐ লেতেৰা দেছোৱালী বুঢ়া। ক'লৈ আহিছ? যা যা। নহ'লে কুকুৰ জপাই দিম।" পাছে মাকেহে চিনি পাই ছোৱালীজনীক চিনাকি কৰি দিলে, বোলোঁ হেৰৌ জোনাকী। এয়া তোৰ দেউতাৰ, আকৌ। কিয় তেনেকৈ কৈছ?"

"হেৰি নহয় বহুবন্ধী! এই মাষ্টৰৰ কথা কৈছোঁ। এনেকৈ স্কুলত জীয়াতু ভুগি চাগৈ টেম্পাৰ এশ ডিগ্ৰী পায়গৈ। ঘৈণীয়েকৰ পিঠিতে তেন্তে কেতিয়াবা এটা দুটা ও কিল... ছিঃ।"

"সেইবোৰটো আছেই। কিন্তু মাষ্টৰৰ পদত অলঙ্কৃত হৈও ৰান্ধনি হোৱাতকৈ কি অধিক যান্ত্ৰণা থাকিব পাৰে?", মই ক'লোঁ।

"হাঃ হাঃ হাঃ। আৰু এটা শেষ কথা তোৰ পৰা জানি লওঁ। এই যে খোৱা-বোৱা কাৰবাৰতো কেনেকৈ সমাপন কৰা হয়? মানে, কমৰ ভিতৰত হয় নে বাহিৰত হয়? যদি বাহিৰত হয় তেন্তে বৰষুণ-চৰষুণ হ'লে কলপাত বা কলপটুৱাৰ খিচিৰিখিনি দেখোন বৰষুণেই খাই পেলাব?"

"মুকলি ঠাইত শাৰী পাতি সকলোকে বহুওৱা হয়। মাষ্টৰ-মাষ্টৰণীয়ে বা মাষ্টৰণী নথকা স্কুলত মাষ্টৰে ৰান্ধি-বাঢ়ি নিজে বিলায়। ভোজন-মেলাৰ সদস্য অনেক। প্ৰথম দুশাৰীমানত ছাত্ৰ-ছাত্ৰীসকল। পাছৰ শাৰীত বাংলাদেশী-ভিক্ষাৰীৰ পো-সকল। তাৰ পাছত গোধন-পশুধনৰ সদস্যসকল। ইয়াৰ ভিতৰলৈ কুকুৰ, মেকুৰী, কাউৰী, গৰু-ছাগলী— সকলোৰে অবাধ প্ৰৱেশৰ অধিকাৰ আছে। অৰ্থাৎ যত জীৱ তত শিৱ। এতেকে বাঘে-ছাগে একে ঘাটত পানী খোৱাৰ দৰে, একেখন সমাজতে সকলোৱে মিলাপ্ৰীতিৰে ভোজন সম্পাদন কৰি চৰকাৰৰ গুণ-গৰিমা কীৰ্ত্তন কৰে। হিন্দু দৰ্শনত গোধনৰ স্থান উচ্চত। এতেকে কেতিয়াবা গৰু-গায়ে কেৰাহি চচপেনৰ পৰা ডাইৰেক্টলি নিজৰ অংশটো লয় আৰু প্ৰসাদ স্বৰূপে বাকীখিনি ছাত্ৰ-ছাত্ৰীলৈ এৰে।"

"মাষ্টৰ-মাষ্টৰণীয়ে খায় নে নাখায় অ' বহুবন্ধী?"

"তই বৰ বুৰ্বক অ'! মাষ্টৰে নাখাই চাই থাকিব নেকি? তেওঁলোকৰো একোটা পেট নাই জানো?"

"তেন্তে মাষ্টৰৰ নামটো বেলেগ হ'ব লাগে অ' বহুবন্ধী? মানে খিচিৰি মেনেজমেন্টৰ বাবে মাষ্টৰে দস্তুৰমত গৱেষণা, পি এইচ ডি কৰিব লগা হৈছে। গতিকে তেওঁক এতিয়াৰ পৰা 'খিচিৰি মেনেজাৰ' নাম দিলে কেনে হয়? তই যদি

অনুমোদন কৰ তেন্তে আমিয়েই চৰকাৰৰ ঘৰলৈ লিখোঁ, বোলো ‘চৰকাৰৰ পৰা কাঢ়া’ নির্দেশ দিয়া হওক যে খিচিৰিৰ চার্জ এৰি ছাত্ৰ-ছাত্রীক পঢ়ালে চাকৰিৰ পৰা গ্রান্ত কোৱে ডিছমিছ। কেনে হ’ব? হাঃ হাঃ হাঃ।”

“একো বেয়া হ’বলগীয়া নাই। চৰকাৰে ডিছমিছ নকৰিলে নিজে নিজে ডিছমিছ হ’ব,” মই ক’লোঁ।

“এটা কথা অ’ বহুবক্ষী! মোৰ আজি এইবোৰ শুনি বৰ লাভ হ’ল। মানে এতিয়া মোৰ খিচিৰিৰ লোভটো পার্মেনেন্টলি গ’ল।” •••

*অভিমত ৩ চেপ্তেম্বৰ ২০০৫*

# অথ বাৰ্ধক্য সংবাদ

যৌৱন কালত বুঢ়া মানুহৰ সমস্যা সম্পৰ্কে বহু কথাই শুনিছিলোঁ। কিন্তু সেইবোৰে মূৰত বিশেষ কোনো ক্ৰিয়া কৰিব পৰা নাছিল। ইকাণেৰে সোমায় আৰু সিকাণেৰে ওলাই গুচি যায়।

কিন্তু আজি নিজেও বাৰ্ধক্যৰ আচল চেহেৰাটো দেখিবলৈ পাইছোঁ। ল'ৰালি আৰু যৌৱনৰ মধুৰ স্মৃতিবোৰৰ পিঠিত উঠি ভ্ৰমি ফুৰোঁতে কেতিয়াবা অনুশোচনা হয়, সেই সোণালী দিনবোৰ যে ক'ত হেৰাই গ'ল!

কিন্তু জীৱনৰ চিৰন্তন প্ৰৱাহে সকলোৰে দৰে আমাকো উটুৱাই আনি বাৰ্ধক্যত থাপিলে। যি পৰম সত্যক প্ৰতিৰোধ কৰাৰ নৰমনিচৰ সাধ্য নাই, তাৰ বাবে অনুশোচনা কৰি কি লাভ? তথাপিও, মনটোৱে যে কেতিয়াবা অবাধ্য এই পৰম সত্যকো স্বীকাৰ কৰি ল'ব নোখোজে?

আচলতে দেহৰ অসুখতকৈও মনৰ অশান্তি অধিক কষ্টকৰ। এনেবোৰ চিন্তাত মনটো সেমেকি পৰা বাবে আজি সোণাইক মাতি পঠিয়ালোঁ। সি খুহুতীয়া কথা কৈ মনৰ বোজা পাতল কৰিব জানে। তাৰ লগত এটাই দিগদাৰি। সি হোৱাই-নোহোৱাই প্ৰশ্ন কৰি কেতিয়াবা বিৰক্ত কৰি তোলে। যি হওক মতাৰ লগেলগে সোণাই আহিল।

"কি অ' বহুবন্ধী। আজি কিবা ডাঙৰ ঘটনা-চটনা আছে যেন পাইছোঁ? ক'চোন, কি খবৰ? মই আকৌ তোৰ তালৈ কালিয়ে অহাৰ কথা আছিল পাছে, শ্ৰীমতীয়ে ..........."

"ঘটনা-চটনা একো নাই। মনটো ভাল লগা নাই বাবে তোক মাতি পঠালোঁ, তোৰ লগত অলপ মুখ চুপতি মাৰোঁ বুলি", মই ক'লোঁ।

"হেৰৌ! সেইটো কি ডাঙৰ কথা? দেহ ভালেহে মন ভাল? বুঢ়া দেহটো কঢ়িয়াই ফুৰিছ যিহেতু মন বেয়া হ'বই। বেয়াটোক ভাল ভাবে গ্ৰহণ কৰাটোহে জ্ঞানীলোকৰ কাম। শাস্ত্ৰতো তাকেই কৈছে। তই নিজেই ইমান জনা-বুজা মানুহ। আমিনো তোক কি জ্ঞান দিম?

"পিছে, এটা কথা অ' বহুবন্ধী। এই ঈশ্বৰ বোলা জিনিচটো যে...অৱশ্যে আছে নে নাই নাজানো। কিয়নো সেইজনকতো কোনো নৰমনিচে আজিলৈকে দেখা নাই?

বাৰু সেইটো যিয়েই নহওক, সেইজনে এটা মস্ত ডাঙৰ ভুল কৰিলে অ'! এই যে বুঢ়াকালটো, যাৰ অন্য নাম যন্ত্ৰণা বুলি তই ক'ব পাৰ। কি প্ৰয়োজন আছিল জীৱটোক এনেকৈ কষ্ট দিয়াৰ? তাতকৈ এটা সুন্দৰ ফৰ্মুলা আছিল। সেইটো হ'ল, ঈশ্বৰ প্ৰভুৱে প্ৰতিজনে মানুহকে নিজৰ একোটা বয়স বান্ধি দিয়ক। সেই বয়সটো সম্পূৰ্ণ হোৱাৰ লগে লগে, মানে কোটা শেষ হোৱাৰ পাছ মুহূৰ্ততে, যাদুশক্তিৰে অদৃশ্য কৰাৰ দৰে ঈশ্বৰ প্ৰভুৱে নিজস্ব মহিমাৰে ম্যাদ যোৱাবোৰক অন্তৰ্ধান কৰি নিলেই হ'ল। যিজনে সৃষ্টি কৰিব পাৰে, তেওঁ এই কামটো কিয় কৰিব নোৱাৰিব? মিচামিচিকৈ, ই জীৱবোৰক এনেকৈ শাস্তি ভুগাই মৰাৰ কি যুক্তি ঈশ্বৰৰ হাতত থাকিব পাৰে অ', বহুবল্কী?

"ঈশ্বৰজনে আৰু এটা ভুল কৰিলে বুজিছ বহুবল্কী। মানে এলাপেচা ভুল নহয়, তই ক'ব পাৰ, মাৰাত্মক ভুল কৰিলে। মই কওঁ ৰ'বি। এই ইমান ঘনাই মানুহ জাতিটোৰ জন্ম-মৃত্যুবোৰ হিচাপ কৰি মৰিবলৈ ঈশ্বৰক কিহেনো পাইছিল? তাতকৈ অতি সুন্দৰ কথা আছিল, সকলোকে অন্ততঃ ৪০০/৫০০ বছৰ আয়ুস দিয়া। পাঁচশ বছৰৰ মূৰত এবাৰ ঈশ্বৰৰ খাতাত হিচাপটো 'আপডেট' কৰা সিমানটো দিগদাৰি নহয়। ঈশ্বৰেও এই সুদীৰ্ঘ সময় হিচাপ-পত্ৰ লেখাৰ কষ্ট নকৰি অসমীয়াসবৰ দৰে আৰামতে নাকত তেল দি শুই থাকক। মানুহে একোটা দীঘলীয়া জীৱন উপভোগ কৰক। কি ক্ষতি আছিল, কচোন বাৰু? মানে এবাৰ ঈশ্বৰ বোলাজনক তোৰ মোৰ আলোচনাত 'ইন্টাৰভিউ' এটা ল'ব নোৱাৰিনে? এই ৰহস্যটোক তেওঁ ভেদ কৰি যাওক, মানব জাতিৰ কল্যাণৰ হকে।"

সোণাইৰ কল্পনাৰ ৰং সনা ছবিখনে মোক সঁচাকৈ আমোদ যোগালে। ভাবিলোঁ, বুঢ়া নোহোৱাকৈ, মানে বাৰ্ধক্যৰ যন্ত্ৰণা ভোগ নকৰাকৈ যদি নিৰ্ধাৰিত সময়ত এই সংসাৰৰ পৰা কিবা মায়াশক্তিৰ যোগেদি নিজে নিজে অন্তৰ্ধান হৈ যাব পাৰিলোঁহেঁতেন, তেন্তে এই জীৱনটো হয়তো অধিক উপভোগ্য হৈ পৰিলহেঁতেন। তথাপি সোণাইক ব্ৰেক টানিবলৈ ক'লোঁ,

"বুজিছ, সোণাই। ঈশ্বৰ প্ৰভুৰ ভুল ধৰিব নাপায়। তেনে কৰি তই মহাপাপত পৰিব খুজিছ নেকি? ঈশ্বৰৰ সৃষ্টিত কোনো ভুল নাই। সকলোখিনি তেৰাই তৰ্জুত জুখি-মেলিহে কৰিছে। দুখ-কষ্ট নাথাকিলে সুখ আৰু শান্তিৰ মূল্য বুজা টান। জীৱনটো যদি তোৰ তিনিশ বছৰ দীঘলীয়া হয়, তেন্তে কেতিয়াবা অনন্ত দুখৰ বোজাত জীৱন দুৰ্বিবহ হৈ পৰিব। যৌৱনৰ অন্ত পৰি বাৰ্ধক্য নাহিলে, যৌৱনৰ চিৰ-মোহনীয়তা মানুহৰ বাবে অনুপলব্ধ হৈ ৰ'লহেঁতেন।

"তোৰ মোৰ কথাই ভাবচোন? ল'ৰালি কালৰ সেই স্বপ্নালী দিনবোৰ গৈ যৌৱন আহিল। যৌৱনৰ অন্য নাম অফুৰন্ত শক্তি আৰু মৰম-চেনেহৰ বহঘৰা।

জীৱনে আহৰণ কৰা মিঠা তিতাৰ অভিজ্ঞতাপুষ্ট হৈ আমি ল'ৰালিলৈ উভতি চাওঁ আৰু স্বপ্নালী মাধুৰ্য্যৰ স্মৃতি অনুভৱ কৰোঁ। তদুপৰি, আমাৰ জীৱনৰ ভুল-ত্ৰুটিবোৰৰ অভিজ্ঞতাৰে ভৱিষ্যতৰ সুনাগৰিক ৰূপে পৰৱৰ্তী প্ৰজন্মক গঢ় দিয়াৰ দায়িত্ব লওঁ। সেইদৰে বুঢ়া বয়সটো আধ্যাত্মিকতাৰে চালে জীৱনৰ সোণালী কাল বুলিব পাৰি। কিয়নো....."

"কি ক'লি, তই বহুবল্কী? বুঢ়া কাল যদি জীৱনৰ সোণালী কাল হয়, তেন্তে এই বয়সত ভোগা অবৰ্ণনীয় যন্ত্ৰণাবোৰক তই কি বিশেষণ দিবি? এইবোৰ হীৰা, মুকুতা নেকি? বুঢ়া কালৰ বেদনা-চকুলোৰ কথা তই কি বুজিবি? তইঁতে দুখ-কষ্ট নকৰাকৈ আৰামত খাই আছ। এইখন অসম মুলুকতে কিমান হাজাৰ-বিজাৰ বৃদ্ধ-বৃদ্ধা অভাৱ-অনাটন আৰু নাৰকীয় যন্ত্ৰণাত ভুগি চকুলোৰে বাট নেদেখা হৈছে", মই জানো।

"তোক কওঁ শুন। আজিকালিৰ ল'ৰা-বোৱাৰীয়ে, হে'বৌ, নিজৰ জন্মদাতা পিতৃ আৰু জন্মদাত্ৰী মাতৃকো ছুই কিলাৱলৈহে বাকী থকা যুগ আহিছে অ', বহুবল্কী। তই আছ ক'তনো? এয়া ঘোৰ কলি, মহাপাপ, মহাপাপ, বুজিছ? অন্যৰ কথা নালাগে। মোৰ নিজৰ ঘৰৰ কথাই কওঁ। কেইবছৰমান আগৰ কথা। মোৰ সৰু ল'ৰা নয়নক জান নহয়, তই? সি এদিন মাকক কি ক'লে জান? ক'লে, "অ' মা! তুমি সেই বুঢ়াডালক কৈ দিবা। মোক এটা ম'বাইল নিদিলে মই স্কুললৈ নাযাওঁ।"

"এতিয়া মোৰ প্ৰশ্ন হ'ল, মানুহ কেতিয়া বুঢ়া হয়, কচোন? যি ব্যক্তিয়ে ফুৰা-চকা কৰিব নোৱাৰে, বেছিভাগ সময়তে শয্যাগত হয়, ক'ৰবালৈ গ'লে লাখুটিৰ ওপৰত ভৰ দি খোজকাঢ়ে, কথা ক'লে কাঁহৰ জাউৰিত থৰকাছুটি হেৰুৱায়, যি মানুহৰ দুয়ো পাৰি দাঁতে চিৰকাললৈ বিদায় লৈছে, যাৰ চুলি সৰি লাওখোলাটো পূৰ্ণদৃষ্ট হৈছে বা চুলি পকি মৰাপাটৰ দৰে বগা হৈছে, যাৰ শৰীৰত কাম কৰাৰ কোনো শক্তি নাই, যাৰ মনত স্মৃতিশক্তিৰ কোনো নাম গোন্ধ নাই, যাৰ দুৱাৰত যমৰাজে প্ৰতিটো মুহূৰ্ততে টুকুৰিয়ায়, সেই শ্ৰেণীৰ মানুহক বুঢ়া বুলিব লাগে। তেন্তে মোৰ দৰে নোদোকা চেহেৰাৰ কৰ্মঠ মানুহ এজনক বুঢ়া বুলি নিজৰ সন্তানে উপলুঙা কৰিলে তই কেনেকৈ সহ্য কৰিবি, কচোন? যদি বৃদ্ধকাল বুলি এটা কথা নাথাকিলেহেঁতেন, তেন্তে মোৰ সেই আহম্মক ল'ৰাটোৱে মোক বুঢ়া বুলি হাঁহিব পাৰিলেহেঁতেননে? গতিকে এইবোৰ ঈশ্বৰৰে ভুল। তাতকৈ ডেকা কালতে মৰাৰ সূত্ৰটো সৃষ্টিৰ কম্পিউটাৰত খুৱাই নথ'লে কিয়?"

"সোণাই অ'। তই আক্ষেপ নকৰিবি। তই বুঢ়া হোৱা নাই। কিন্তু এদিন হ'বি। এয়া নিৰ্ঘাত সত্য। তোৰ সেই ল'ৰাটোও এদিন বুঢ়া হ'ব। ল'ৰাৰ ল'ৰাও বুঢ়া হ'ব। মানে এই পৃথিৱীত যিয়ে জন্ম গ্ৰহণ কৰিছে সিয়েই এদিন বুঢ়া হৈছে আৰু বুঢ়া

হৈ বা নহৈ মৰিছেও।”

“তেন্তে বুঢ়া যদি হ'বই লাগে, বাৰ্ধক্যৰ ভাগত নাম মাত্ৰ এটা সময় নিৰ্ধাৰিত কৰি থ'লে হ'লহেঁতেন। কিন্তু মানৰ দুখ-দুৰ্গতি দেখিলে চকুপানী ওলায় অ', বহুবৰ্ণী। এইবোৰ দেখিলে এনে জীৱন নালাগে বুলি তই ক'বলৈ বাধ্য হ'বি, বুজিছ? তোক কথাবোৰ মই এনেয়ে কোৱা নাই। দুটামান উদাহৰণ দিলে তই বুজি পাবি।

এনে এটা উদাহৰণ হ'ল— ধীৰেণ মাষ্টৰৰ জীৱনটো। হে'ৰৌ! সেইজন মাষ্টৰে তিনিটাকৈ ল'ৰাক ডাঙৰ মানুহ কৰিবলৈ কি যে নকৰিলে। মাষ্টৰৰ দৰমহানো কেইটকা? দিনক ৰাতি কৰি, তেজক পানী কৰি বুঢ়াই ঘৰে ঘৰে গৈ টিউশ্বন কৰি সিহঁতক ভাল স্কুল-কলেজত পঢ়ালে। এজনক ডাক্তৰ আৰু এজনক ইঞ্জিনীয়াৰ বনালে। তৃতীয়জনক বনালে প্ৰফেচৰ। বুঢ়া কালত অন্ততঃ এটা ল'ৰা লগত থাকি পিতৃ-মাতৃৰ তত্বাবধান ল'ব বুলিয়েই তাক ডাক্তৰ-ইঞ্জিনীয়াৰ নবনাই শিক্ষক বনালে। সি এতিয়া গুৱাহাটীৰ এখন কলেজত প্ৰফেছৰ। আজিকালি প্ৰফেছৰবোৰে বোলে ত্ৰিশ হেজাৰমান টকা পায়, অ'? তেন্তে সি নিজৰ বুঢ়া দেউতাকটোক চাব নোৱাৰেনে?

“বোৱাৰীয়েকজনীও প্ৰফেছৰ। দুয়ো সোপাসোপে ধন ঘটিছে। কিন্তু মাক-দেউতাকহালক চাব নোৱাৰে কিয় অ'? বোৱাৰীয়েকে হেনো পুতেকক কৈছে, “মই এই বুঢ়া মানুহবোৰৰ দায়িত্ব ল'ব নোৱাৰোঁ। বৰং তুমি দেউতা-মাক বৃদ্ধসকলৰ আৱাসত থৈ দিয়া। মাহে যি পইচা দিব লাগে দিবা। দেউতাই নিজেও পেঞ্চন পায়। মইতো চাৰি দেৱালত আবদ্ধ হৈ থকা গৃহিণী নহয়। মই এটা চাকৰি কৰোঁ। ছাত্ৰ-ছাত্ৰী সকলৰ প্ৰতি মোৰো এটা নৈতিক দায়িত্ব আছে। মই নিয়মীয়াকৈ পঢ়া-শুনা নকৰিলে কলেজত পঢ়ুৱাম কেনেকৈ? মই পঢ়া-শুনা কৰাৰ বাবে সময় নাই। তেখেতসকলক আলপৈচান ধৰাৰ মোৰ সময় ক'ত? তদুপৰি নিজৰ ল'ৰা-ছোৱালীহালকে চাবৰ সময় নাই। তাতে দেউতাৰ কাহ-কফবোৰৰ কথা আছে। য'তে-ত'তে থু-খেকাৰ পেলায়। গা-পা এসপ্তাহত এবাৰ ধোৱে। গাৰ-কাপোৰৰ অসহ্য গোন্ধ মই সহ্য কৰিব নোৱাৰোঁ। তাতে ল'ৰা-ছোৱালীৰ বাবেও একেখন ঘৰতে বেমাৰী ৰখাটো ঠিক নহয়।”

“এই নিষ্ঠুৰ কথাবোৰ শাহুৱেক মাষ্টৰণীয়ে শুনি আঘাত পালে আৰু তিনিদিন পাছত হাৰ্টফেইল কৰি মৰি থাকিল। মাষ্টৰে বোৱাৰীয়েকৰ বিষ বাণ সহ্য কৰিব নোৱাৰি বৃদ্ধৰ আশ্ৰয় আৱাসত থাকিল। পেঞ্চনৰ পইচাকেইটাৰে কোনোমতে দেহত জীৱটো ৰাখি আছে। এনেকৈ আৰু কিমান দিন?

“যদি মানুহ বুঢ়া হ'বই লাগে, তেন্তে শেষৰ দুবছৰমান বুঢ়া হ'লেইতো হ'ল? তই ভাবি চাচোন, এই ভাৰতবৰ্ষত কিমান কোটি বৃদ্ধ-বৃদ্ধাই এনেকৈ নাৰকীয় যন্ত্ৰণাত

কাল কটাইছে? এনেকে বাচি থকাতকৈ দেখোন মৃত্যুৰেই শ্ৰেয়ঃ?

"সেই দেখিয়েই কৈছোঁ। মানুহ মৰিবই। মৰক। কিন্তু শৈশৱ, কৈশোৰৰ পাছত যৌৱনে একেবাৰে ডাইৰেক্ট মৃত্যুৰ জংচনলৈ টিকট কটাৰ দিহাটো ঈশ্বৰে দি থ'লে এইবোৰ অপায়-অমংগল নহ'লহেঁতেন। ঈশ্বৰৰ ভুলটো হ'ল তাতেই। বাৰ্ধক্যৰ এই দুৰ্বিষহ বোজাটো পিঠিত তুলি মানৱ জীৱনটো এক নৰকত পৰিণত কৰাৰ কি দৰ্কাৰ আছিল?", সোণায়ে যুক্তি-তথ্যৰে কোৱা কথাখিনি শুনি মই অভিভূত হ'লোঁ।

"সোণাই! এইবোৰ পাতল কথা বাদ দে। তোৰ দৰে ময়ো বহুতো বাৰ্ধক্যৰ ট্ৰেজেদিৰ কথা জানো। কথাটো ওলাল যাতে ময়ো এটা বাৰ্ধক্যৰ কৰুণ কাহিনী তোক শুনাওঁ।

চহৰৰ ওচৰৰে এখন গাঁৱৰ কথা। এজন ভেটী নোখোৱা ইঞ্জিনিয়াৰৰ কথা। দুজনকৈ ল'ৰাক উচ্চশিক্ষা দি মানুহ কৰিলে। ইয়াৰ বাবে পৈতৃক সম্পত্তি গাঁৱৰ ঘৰ-মাটিও ভালেখিনি বন্ধকত থ'লে বা বিক্ৰী কৰিলে। আনকি থকা ঘৰটোও বন্ধকত থ'লে, এই ভাবি যে ল'ৰা দুজন মানুহ কৰিব পাৰিলে সেয়ে হ'ব আটাইতকৈ অমূল্য সম্পদ। ঘৰ-মাটি আজি নাই কাইলৈ হ'ব।

দুয়ো পুতেকে ডাঙৰ চাকৰিত নিযুক্ত হ'ল। কিন্তু দুয়োজনে চহৰত ঘৰ-মাটি কৰি তাতেই থাকিবলৈ ল'লে। বৃদ্ধকালত বুঢ়া-বুঢ়ীক চোৱা-চিতা কৰিবলৈ কোনো নাই। মনৰ আঘাতত আৰু অভাৱ-অনাটনত জুৰুলা হৈ বুঢ়াই এদিন আত্মহত্যা কৰি ল'ৰাৰ ওপৰত প্ৰতিশোধ ল'লে।

কিন্তু হ'লে কি হ'ব? সিহঁত আছিল অজ্ঞান পশু। দেউতাকৰ মৃত্যুৰ পাছত মাকক সৰুজন পুতেকে লগত ৰাখিলে। বুঢ়ীয়ে পেঞ্চনৰ টকা মাহে দুহেজাৰমান পায়। ছমাহমান হ'ল নে নাই নাজানো। বুঢ়ীৰ জীৱন দুৰ্বিষহ কৰি তুলিলে পুতেক-বোৱাৰীয়েকে। বেমাৰ হ'লে ডাক্তৰ-ঔষধৰ ব্যৱস্থা নাই। চাহ-ভাত সময়মতে নিদিয়ে। ইতিমধ্যে পুতেকে মাকৰ জমা পইচাখিনি গাড়ী এখন কিনাৰ বাবে লাগে বুলি লৈ গ'ল। আনকি থকা ঘৰটোও বন্ধকীৰ পৰা মোকলোৱাৰ কোনো ব্যৱস্থা নকৰাত সেই ঘৰ আনৰ হাতলৈ গ'ল।

অকল সেয়ে নহয়। বোৱাৰীয়েকে মাকক মাছ, গাখীৰ চুব কৰি খোৱা বুলি ৰটিলে। বিহুৰে-পূজাই এসাজ কাপোৰ দিয়াৰ কথা বাদেই, বোৱাৰীয়েকে সময়মতে ভাত নিদিয়ে, সময়মতে দিলে আধাপেটী খাবলৈ দি গা এৰা দিয়ে। কেতিয়াবা হয়তো বাহী ভাতো খাবলৈ দিয়ে। জ্বৰত ভুগি থকা বুঢ়ী জনীৰ বাবে সেইয়া খাদ্য হ'লনে বিষ হ'ল? দুখৰ কথাটো হ'ল এইযে ইয়াৰ পিছতো ডাঙৰ পুতেক-বোৱাৰীয়েক নিৰ্ব্বিকাৰ হৈ ৰ'ল। বুঢ়ীৰ বিবাহিতা জীয়েকজনী দিল্লীত থাকে। মাকক এনেকৈ যন্ত্ৰণা দিয়া বুলি জানি দুয়ো মাকক দিল্লীৰ নিজৰ ঘৰলৈ লৈ গ'ল।

জোঁৱায়েকেও আদৰ-শ্ৰদ্ধা কৰি ক'লে, "মা! আমি থাকোঁতে আপুনি কিহৰ চিন্তা কৰিছে? আপুনি আমাৰ লগত থাকিলে ঘৰখন গহীন হৈ থাকিব। ৰিংকু-পিংকুৰ লগত খেলি থাকিলে সিহঁতে বৰ ভাল পাব।"

কিন্তু বুঢ়ীয়ে পুতেক-বোৱাৰীয়েকৰ অপমান সহ্য কৰিব নোৱাৰিলে আৰু জী-জোঁৱাইৰ বোজা হৈ জীৱন ধৰাতকৈ মৃত্যুৱেই শ্ৰেয়ঃ বুলি এদিন নিৰুদ্দেশ হ'ল। এয়া এক প্ৰচণ্ড ট্ৰেজেদি। কি কৰিবি?", মই ক'লোঁ।

"আন এটা উদাহৰণ দিওঁ। বুঢ়ীজনী বেমাৰী। ডাঙৰ পুতেক মদাহী। বুঢ়ী সৰু পুতেকৰ লগত আছিল। বুঢ়ীৰ বেমাৰ হ'লে পুতেকক ডাক্তৰৰ কথা কয়। কিন্তু ডাক্তৰ বাদেই, ভোকত পেটে কলমল কৰিলেও বোৱাৰীয়েকে শাহুৱেকক ভাত নিদিয়ে। এদিন পুতেকৰ ওচৰত কান্দি কান্দি বুঢ়ীয়ে গোচৰ দিলে। কিন্তু বোৱাৰীয়েকে সোণৰ আঙঠিটো চুৰি কৰোঁতে ধৰা পৰিহে শাহুৱেকে মিছা কথা কোৱা বুলি ক'লে। তেতিয়া পুতেকে যি পাপ কৰিলে, তই তাক ভাবিব নোৱাৰ। সি পাপীয়ে ক'লে, 'যখিনী বুঢ়ী ক'ৰবাৰ। মোৰ ঘৰখন ধ্বংস কৰিবলৈ আহিছ। তই মোক চিনি পোৱা নাই?" বুলি চৰ-ভুকু মাৰিবলৈ ল'লে। বুঢ়ী মূৰ্চা গ'ল। ইয়াৰ এমাহমান পাছত শোকদগ্ধ হৈ বুঢ়ী মৰি থাকিল", মই মোৰ অভিজ্ঞতাৰ কথা বৰ্ণালোঁ।

"তেন্তে এনে বৃদ্ধকাল কিয় দিব লাগে? চৰকাৰে এনে এখন আইন নকৰে কিয় যে বুঢ়া হ'লে মানুহে নিজে নিজে বেজী লৈ নিজৰ জীৱন শেষ কৰিব পাৰে?", সোণাইৰ প্ৰশ্ন।

"এনে ব্যৱস্থাৰ হকে আমেৰিকাতো আইনৰ তুমুল সংগ্ৰাম চলোৱা হৈছিল। পিছে ছুপ্ৰীম কৰ্টত মাথোন এটা কেছতহে ইয়াৰ সপক্ষে ৰায় হ'ল। তাকো, বহু দীঘলীয়া জোৰদাৰ আইনৰ সংগ্ৰাম চলোৱাৰ পাছতহে। দুখৰ কথাটো হৈছে এই যে আজিকালি উন্নত চিকিৎসা ব্যৱস্থাৰ ফলত মানুহৰ জীৱনৰ দৈৰ্ঘ্য বৃদ্ধি পাইছে। অৰ্থাৎ মুঠ জনগাঁথনিত বৃদ্ধৰ শতাংশও বৃদ্ধি পাইছে। ধৰ, উন্নত দেশসমূহত ৬৫ বছৰ বয়সৰ ওপৰৰ ব্যক্তিৰ সংখ্যা হ'ল ১৫ শতাংশ। ইয়াৰ বিপৰীতে উন্নয়নশীল দেশত বৃদ্ধৰ সংখ্যা মুঠ জনসংখ্যাৰ ৭ শতাংশ। ইয়াৰ অৰ্থ হ'ল উন্নয়নশীল দেশত মৃত্যুৰ হাৰ অধিক। জীৱন দীঘল হ'লেও জীৱন-যাপনৰ ব্যৱস্থা যে সুচল নহ'ব পাৰে, তই মই উভয়ে তাৰ উদাহৰণ দিছোঁ। এতেকে বুঢ়া নোহোৱাকৈ মৰিব পাৰিলে ভালেই। নিজৰ বাবে আৰু পৰিয়ালৰ বাবেও। কিন্তু মৰোঁ বুলি জানো মৰিব পাৰি?", মই ক'লোঁ।

"হেৰি নহয়? এই চৰকাৰী চাকৰিৰ পৰা অৱসৰ পোৱা সকলে পেঞ্চন পায় দেখোন? এই পেঞ্চনেৰে তেওঁলোকে আৰামকৈ খাই থাকিব পাৰে দেখোন? এনে

স্থূলত বাৰ্ধক্যৰ সমস্যাও লাঘৱ নহ'ব জানো?" সোণায়ে সুধিলে।

"হেৰৌ সোণাই পেঞ্চন পাওঁতে পায়। কিন্তু তাৰো গভীৰ ৰহস্য আছে। প্ৰশ্ন হ'ল, চৰকাৰী চাকৰিয়ালৰ বাহিৰেও লাখ নিযুত বৃদ্ধ আছে। যেনে ঃ সৰু সুৰা দোকনী, মিস্ত্ৰী, বেচৰকাৰী সংগঠনত চাকৰি কৰা মানুহ ইত্যাদি। জীৱন কালত কিছু গোটাই মিলি থোৱা সকলৰ বাবে অৰ্থৰ সমস্যা বাৰু নহ'ল। কিন্তু বেছি ভাগ বৃদ্ধৰে এনে ভাগ্য নহয়। চৰকাৰী চাকৰিয়ালৰ দৰে এনে লোকো বুঢ়া হয়। কিন্তু হাতত জমা ধন বুলিবৰ একো নাথাকে। তেন্তে সেইবোৰৰ অৱস্থা কি হ'ব ভাবি চাচোন?

"সেইবোৰৰ কথা বাদেই। পেঞ্চন পোৱা চৰকাৰী চাকৰিয়ালৰ অৱস্থাও বেদনাসিক্ত। তোক কওঁ শুন। চৰকাৰৰ চাকৰি কৰি অৱসৰ পোৱা সকলো লোকে পেঞ্চন ভোগ কৰাৰ ভাগ্য হয় বুলি তই নাভাবিবি। নিয়ম অনুসৰি পেঞ্চন পাব লাগিলে চাকৰিয়ালে চাকৰি কালত কোনো এটা পদত 'কনফাৰ্ম' অৰ্থাৎ স্থায়ী হ'ব লাগিব। কিন্তু বহু ক্ষেত্ৰত সেইটো নোহোৱাকৈ কিছুমান চাকৰিয়ালৰ অৱসৰ পোৱাৰ দুৰ্ভাগ্য হয়। তেনেস্থলত পেঞ্চনৰ বাবে বিভাগীয় মুৰব্বীৰ অফিচ, দিছপুৰলৈ চলাথ কৰোঁতে কিছুমান দুৰ্ভগীয়ালোক পেঞ্চন নোপোৱাকৈ পঞ্চত্বং গত হয়। অৱসৰলোৱাৰ দহ/বাৰ বছৰ পিছতো পেঞ্চন পোৱাৰ নজিৰ আছে। কিন্তু এই পেঞ্চন পোৱাৰ বাবে তেত্ৰিছ কোটি দেৱতাক কিমান যে পূজা দিব লাগিব, তাৰ তই আদি অন্ত নাপাবি। মানে পিয়নৰ পৰা বৰমুৰীয়ালৈ পইচা নিদিলে ওঁঠ-চেলেকি ঘূৰি মৰিব লাগিব।"

"বিভাগীয় কৰ্তৃপক্ষই পেঞ্চন সংমোদন কৰিলেও ট্ৰেজাৰীৰ অভেদ্য দুৱাৰখন খোল নাখায় অ' সোণাই। বুঢ়া কালত পেঞ্চনৰ আশাত ট্ৰেজাৰীলৈ আহি বিভিন্ন দেৱতাসকলক পূজা দি হাবাথুৰি খাব লাগে। এনেকৈ পেঞ্চনৰ পিছে পিছে ঘূৰি ফুৰোঁতে এদিন ট্ৰেজাৰীতে এজন বৃদ্ধই হাৰ্ট ফেইল কৰি মৰি থাকিল। এনে বেদনাসিক্ত কাহিনীৰ বাবে কোনোবাই চকুপানী টুকিলে নে? ভেটীৰ বাবে পেঞ্চনাৰক হাৰাশাস্তি কৰা বিষয়া কৰ্মচাৰীৰ কোনোবাই বিচাৰ কৰিলে নে?

আৰু অন্য কথাও আছে। কিছুমান লিখা-পঢ়া নজনা বৃদ্ধ পেঞ্চনাৰৰ সমস্যা আৰু অধিক মৰ্মান্তিক। এগৰাকী বৃদ্ধ পেঞ্চনাৰে ট্ৰেজাৰীৰ হাৰাশাস্তিৰ পৰা উদ্ধাৰ পাবলৈ নিজৰ পুতেকক কৰ্তৃত্ব দিলে। পুতেকে ট্ৰেজাৰীৰ পৰা পেঞ্চন নিয়ে। কিন্তু মাকে সুধিলে কয়, বোলে পেঞ্চন এতিয়াও অহা নাই। বোৱাৰীয়েকৰ কথা, বোলে মাইতো যেনে তেনে খাইয়েই আছে। পইচাকেইটা লৈ ক'ত ঘূৰি ফুৰিব?"

"তেন্তে এনেলোক দেখোন ক'ৰবাত বৃদ্ধ ভৱনতেই থকা উচিত?", সোণায়ে ক'লে।

"প্ৰথম কথা, এতিয়াও যথেষ্ট সংখ্যক বৃদ্ধ ভৱন হোৱা নাই। হ'লেও যে কোনোৱা যাব তাকো ক'ব নোৱাৰি। কিয়নো তেতিয়া সমাজে পুতেক-বোৱাৰীয়েকক হাঁহিব, বোলে মাক-বাপেকক অৱহেলা কৰি পুতেক-বোৱাৰীয়েকে বুঢ়া-বুঢ়ীক একেবাৰে নিৰ্বাসন দিলে।" মই ক'লোঁ।

"তেন্তে নিঃস্বসকলক চৰকাৰে সামাজিক নিৰাপত্তা ভাট্টা নিদিয়ে কিয়?"

"চৰকাৰৰ হাতত পইচা-টকা ক'ৰপৰা হ'ব? আমাৰ দৰে দুখীয়া দেশত এনে ব্যৱস্থা চলিব নোৱাৰে।"

"আৰু এটা কথা সুধি থওঁ ৰ'বি। এইযে বুঢ়া মানুহবোৰ ঘৰত বহি থাকি সময়বোৰ কেনেকৈ কটায় অ'? বুঢ়া মানুহ একো কাম-কাজ নকৰি ঘৰতে বহি থাকিবলগীয়া হ'লে পৰিয়ালৰ ওপৰত বোজা হয়। সেয়ে, স্ত্ৰী, স্বামী, পুত্ৰ-বোৱাৰীৰ কেটেৰা-জেঙেৰাখন খাই থাকিবলগীয়া হয়। কিবা এটা উপায় কৰিব নোৱাৰি নে?," সোণাইৰ প্ৰশ্ন।

"তই ঠিকেই কৈছ। এনে সমস্যা লাঘব কৰাৰ উত্তম উপায় হ'ল সামাজিক কামত ব্যস্ত থকা। মানে ক'ৰবাত সুবিধা পালে মেলে-মিটিঙে ওলাই যোৱা, বা সমাজৰ কল্যাণমূলক তথা আৰ্হি মূলক কাম-কাজ কৰি নিজকে ব্যস্ত ৰখাৰ উপৰি নিজৰ স্বাস্থ্যটো সক্ৰিয় কৰি ৰখা। আনহাতে ৰাইজৰ ধনেৰে পেঞ্চন খোৱা সকলৰ ৰাইজৰ সেৱা কৰাটো এক নৈতিক দায়বদ্ধতাও বুলি মই ভাবোঁ। ধৰ তোৰ এইবোৰ বয়োজ্যেষ্ঠ মানুহে বিভিন্ন দিশত মানুহক সচেতন কৰি তোলাত আগভাগ ল'ব পাৰে। ইয়াৰ ভিতৰত আছে নিজৰ পৰিৱেশটো বা চহৰখন চাফ-চিকুণকৈ ৰখা, যুৱ-অপসংস্কৃতি সম্পৰ্কে সমাজক সচেতন কৰি সংশোধন কৰা ইত্যাদি। এনে কামৰ অন্ত নাই। যেনে : বৃক্ষ ধ্বংসৰ বিপক্ষে, বৃক্ষ ৰোপণৰ সপক্ষে, স্বাৱলম্বিতাৰ সপক্ষে, মদ্যপান-ড্ৰাগছ সেৱনৰ বিপক্ষে ইত্যাদি ইত্যাদি। কিন্তু মূল কথা স্বাস্থ্য। স্বাস্থ্য-মন সুস্থ হৈ নাথাকিলে এনে কাম কাজত জড়িত হোৱাটো টান কথা।

"সেইবাবেই কৈছোঁ। এনেকৈ জীয়াতু ভুগি থকা-নথকা আমি ৬৫ বছৰৰ উৰ্ধৰ লোকসকলৰ এটা শক্তিশালী সংস্থাৰ জন্ম দি ধ্বনি তোলোঁ, 'ইচ্ছামৃত্যু আমাৰ জন্মস্বত্ব। ইয়াক কোনেও আমাৰ পৰা কাঢ়ি নিব নোৱাৰে। অন্যথাই চৰকাৰে বৃদ্ধসকলক হয় মাৰি পেলাওক, নতুবা লালন-পালনৰ দায়িত্ব লওক। যদি কেনেবাকৈ আমি সফল হওঁ, তেন্তে তোক কৈছোঁ নহয়, মাৰিলোঁ টেক্কা। মই দোকান-চোকান বন্ধ কৰি কেৱল ঘুমাম আৰু খাম আৰু আড্ডা মাৰিম। হাঃ হাঃ হাঃ"

*অভিমত ১০ চেপ্তেম্বৰ ২০০৫*

# অথ নিৰ্বাচন হাস্য ৰসালাপ

বৰ্তমানে মায়ঙৰ যাদু-খ্যাত অসম মুলুকৰ সকলো স্তৰৰ, সকলো প্ৰাণীকে গ্ৰাস কৰিছে নিৰ্বাচনৰ মাৰাত্মক জ্বৰ-ব্যাধিয়ে। এই জ্বৰৰ সংক্ৰামক বীজাণু অসমৰ আকাশে-বতাহে, বজাৰে-সমাৰে, ৰাস্তাই-পদূলিয়ে, খালে-বিলে, পৰ্বতে-ভৈয়ামে, গাঁৱে-চহৰে আৰু শ্বাস-প্ৰশ্বাসত মিহলি হৈ জীৱসৱৰ বুকুত বিভিন্ন ক্ৰিয়া প্ৰক্ৰিয়া কৰিছে। সুবিধাবাদী দালাল, ক'লা বেপাৰী, উদ্যোগী, ঠিকাদাৰ, ভাৱক শ্ৰেণীয়ে যেনেকৈ নিজৰ পচন্দৰ দল আৰু প্ৰাৰ্থীয়ে ক্ষমতাৰ গাদীত বহাতো মনে প্ৰাণে কামনা কৰিছে, তেনেকৈ চোৰ, ডকাইত, মাফিয়া, সন্ত্ৰাসবাদী, ধৰ্মীয় মৌলবাদী, হত্যাকীৰ, ধৰ্ষণকাৰী সকলেও নিজৰ হাতত থকা ৰাজনীতিকৰূপী চোৰ-ডকাইত, মফিয়া, সন্ত্ৰাসবাদী, হত্যাকাৰী আদিয়ে ক্ষমতাসীন হোৱাটো বিচাৰিছে। আৰু এনে বাঞ্ছা পূৰণৰ বাবে ধন বল, বাহু বল প্ৰয়োগ কৰিছে। সেইদৰে বঞ্চিত, শোষিত সৰ্বসাধাৰণ ৰাইজে তৰুণ গগৈৰ নেতৃত্বাধীন দুৰ্নীতিগ্ৰস্ত, বাংলাদেশীৰ পৃষ্ঠপোষক চৰকাৰখনক ব্ৰহ্মপুত্ৰৰ বুকুত দলিয়াই পেলাবলৈ কঁকালত টঙালি বান্ধিছে। আনহাতে ৰাজনীতিকৰ কদৰ্য নাটঘৰত জয়-পৰাজয়, জীৱন-মৰণ আৰু হাঁহি-কান্দোনৰ নাটকখনো ৰাইজৰ উপভোগ-দুৰ্ভোগৰ বাবে উন্মোচিত হৈছে।

নিৰ্বাচনৰ বতৰ আহিলে আমাৰ দৰে হোজা-বেলবুং জীৱবোৰক চিন্তাৰ ধুমুহাই বিধ্বস্ত কৰে। বাৰম্বাৰ সেই একে ধৰণৰ খেলা। ক্ষমতাপিপাসু ভণ্ড ৰাজনীতিক-দালালসকল সদলবলে গাঁৱে-ভূঞে, চহৰে-নগৰে গৈ ধুমকেতুৰ দৰে অৱতাৰ হ'ব। মিঠা মিঠা প্ৰতিশ্ৰুতিৰে হোজা ৰাইজৰ অন্তৰ ভৰাই পেলাব, আত্মীয়তাৰ ডোলেৰে বান্ধিবলৈ ৰাইজৰ দুখত দুখী হ'ব আৰু ৰাইজৰ লগতে কান্দিব বা হাঁহিব। ক'ৰবাত দুখনমান কম্বল, লুঙি, সেউজীয়া-নীলা ফুটপাথৰ শাৰী, ক'ৰবাত এটা দমকল দিব বা এসাঁজ ভোজ-ভাতো খুৱাব। হোজা ৰাইজে এই ভগৱানৰ দূতস্বৰূপ ভণ্ডসকলৰ কথাত ভোল গৈ দানৱ সকলক নিজৰ ভোটটো দিব আৰু ভোটৰ বলত ক্ষমতাধিষ্ঠিত হৈ সেইসকল ম্লেচ্ছ জীৱ মন্ত্ৰী, এম.এল.এ., পঞ্চায়ত, পৌৰসভাৰ সভাপতি-মেয়ৰো হ'ব।

তাৰ পিছত পাঁচ বছৰলৈ ধন-বিতৰ পাহাৰ গঢ়ি আৰু ৰাজকীয় সন্মান ভোগ কৰি এই নিঃস্ব ভোটদাতা ৰাইজক জাৱৰৰ দ'মত থাপিব।

উদ্দেশ্য এটাই। ৰাইজৰ কল্যাণ-উন্নয়মূলক আঁচনিৰ নামত কোটি কোটি টকা আত্মসাৎ কৰিব, গুণ্ডা-মাফিয়া, গুপ্তহত্যাকাৰী আদি পুহিব আৰু কোনোবাই কিবা মাত মতাৰ মূৰ্খামি কৰিলে মাত্ৰ এটা গুলীৰ খৰচতে স্বৰ্গবাসী হোৱাৰ লাইচেঞ্চখন দিব।

নিৰ্বাচনৰ বতৰ আকৌ আহিল। জাবৰৰ দ'মত পেলোৱা ভোটদাতাসকলক তেজপিয়া, ভণ্ড দালাল শ্ৰেণীয়ে মহানুভৱতাৰ চিক্‌মিক সাজ পিন্ধি পূৰ্বৰ নিচিনাকৈ আকৌ এবাৰ ভুৱা আত্মীয়তাৰ ডোলেৰে বান্ধিব আৰু প্ৰৱঞ্চনা-শোষণৰ নাটকখন মঞ্চস্থ কৰি ৰাইজক পুনৰ জাবৰৰ দ'মত পেলাই পাঁচ বছৰলৈ এই ক্ষমতা বাহাল ৰাখিব।

এনেবোৰ গুৰুতৰ চিন্তাৰ পৰ্বতখন মূৰত তুলিয়েই ভাবিছোঁ— এইবাৰ অমুকে ভোট নিদিওঁ। কিন্তু সমস্যা হ'ল মই ভোট নিদিলেওতো চৰকাৰখন গঠন হ'ব? শোষণ-প্ৰৱঞ্চনা, হত্যা-গুপ্তহত্যা সংঘটিত হ'ব? সেই অৰ্থত ভোটাধিকাৰ সাব্যস্ত কৰা-নকৰাৰ অৰ্থই বা কি? এইবোৰ পাৰ নোপোৱা সমস্যা। আমাৰ দৰে সাধাৰণ জীৱই মূৰ ঘমাই লাভ কি বুলি বাতৰি-কাকতখন পঢ়িবলৈ লওঁতে দেখিলোঁ গৰম গৰম খবৰেৰে কাকতখন ভৰি আছে। পিছে এই চৰ্বিতচৰ্বণবোৰ পঢ়ি মূৰটো গৰম কৰাৰ কি লাভ? গতিকে, 'নপঢ়োঁ' বুলি টিভিৰ ওচৰলৈ যাওঁতে শুনিলোঁ, ভোদায়ে বাহিৰত মাতিছে।

মই বাৰাণ্ডালৈ ওলাই গৈ ক'লোঁ, "কি অ' ভোদাই! আজি দেখোন বৰ স্ফুৰ্তি কৰি আহিলি? কিবা ভাল খবৰ আছে নেকি?"

"ভাল মানে? সাংঘাতিক ভাল খবৰ। মানে ইয়াতকৈ ভাল খবৰৰ কথা তই ভাবিবই নোৱাৰ। চব ওলট-পালট অ' বহুবল্লী! চব উলট-পালট। নিৰ্বাচন আয়োগে তৰুণ গগৈহঁতৰ সান্দহ খোৱা বালি তল পেলালে। এনেকৈ তল পেলালে যে তৰুণ গগৈ, ভুবনেশ্বৰ কলিতাহঁতে ততকে ধৰিব নোৱাৰিলে বাপেকে," ভোদায়ে উত্তেজিত হৈ ক'লে।

"তই ইমান উত্তেজিত হৈছ যেন তোৰ বাপৰ ভাই খুৰাজনহে কিবা মন্ত্ৰী, এম.এল.এ. ভঙা গ'ল। কথাখিনি পোনাই ক'চোন, ভোদাই!," মই ক'লোঁ?

"হেৰৌ পোনাবলৈ কিডাল আছে? কথাটোৱেই পোন। মানে নিৰ্বাচন আয়োগে হঠাৎ নিৰ্বাচনৰ তাৰিখ ঘোষণা কৰিলে। ইফালে অহা কাইলৈ তৰুণ গগৈৰ ৭/৮ ঠাইত কিবা বোলে আধাৰ শিলা স্থাপন কৰা, উন্মোচন কৰা প্ৰগ্ৰেম আছিল। ইয়াৰ ভিতৰত সেই যে জু-ৰ'ডৰ ভূমি সংৰক্ষণ বিভাগৰ ২৬ বিঘা মাটিত পৃথ্বানি নামৰ দগাবাজ ব্যৱসায়ীজনক এখন শিশু উদ্যান খোলাৰ অনুমতি দিছে- সেইখনৰ আধাৰশিলা স্থাপন কৰাৰ তাৰিখ আছিল। কিন্তু নিৰ্বাচন আয়োগে নিৰ্বাচনৰ তাৰিখ ঘোষণা কৰাৰ বাৰ্ত্তাটো হঠাৎ ভূঁইকঁপৰ দৰে জোকাৰণি তুলি আহিল। তৰুণ গগৈতো

তৰুণ গগৈয়ে। হিমন্ত, ভূবনেশ্বৰ, ভৰত, ভূমি- সকলোৱে নিজৰ নিজৰ আধাৰশিলা স্থাপনৰ দিন ঠিক কৰিছিল। পিছে আয়োগে ইহঁতৰ চিলিমটোকে ছিগি থ'লে। এইবাৰ চাম নহয় কেনেকৈ তৰুণ গগৈহঁতে ৰাজভোগ খায়। হেৰৌ, নিৰ্বাচন আয়োগ বোলা বস্তুটোও কম বস্তু নহয় দেই। এই ইয়াৰ মুৰব্বীজন নো কোন অ'?" ভোদায়ে সুধিলে।

"তেওঁ শ্বিলঙৰ মানুহ। নাম জে.এম. লিংড'। নামজ্বলা আই.এ.এছ. অফিচাৰ। দক্ষতা খ্যাতিৰ বাবে তেওঁ ৰেমন মেগছেছে বঁটা পাইছে।

"তেওঁৰ আগতেও কেইবাজনো মুখ্য নিৰ্বাচন আয়োগে ক্ষমতালৈ হাহ মেলা চৰকাৰী যন্ত্ৰটোৰ লেকাম টানি হাতে ভৰি শিকলি লগাই একেটা দৃষ্টান্ত ৰাখি গৈছে," মই ক'লোঁ।

"হেৰৌ! বৰ ভাল কথা। সঁচাকৈ ভাল কথা। এইবোৰ মানুহৰ ঈশ্বৰে মঙ্গল কৰক। হেৰৌ বহুবক্সী। আমি মূৰুখ মানুহ। বহু কথাৰ আওভাও নুবুজোঁ। শুনিছোঁ, নিৰ্বাচন আয়োগে হেনো নিৰ্বাচন একেবাৰে সংস্কাৰ কৰি পেলালে? তেন্তে এতিয়াৰ পৰা, দুৰ্নীতি-অপৰাধ-কেলেঙ্কাৰি সোপাই সমাজৰ পৰা নিৰ্মূল হ'ব বুলি আশা কৰিব পাৰি নেকি? এই বিষয়ে তয়ে কিছু আভাস দে চোন?"

"দুৰ্নীতি-অপৰাধ মানুহৰ তেজত লাগি থকা বিষাক্ত বীজাণু। মানুহ এই পৃথিৱীত যিমান দিন থাকে, সিমান দিনলৈ এইবোৰো থাকিব। এতেকে দুৰ্নীতি-অপৰাধ মুক্ত এখন মানৱ সমাজৰ চিন্তা অবান্তৰ। কিন্তু ইয়াক নিৰ্মূল কৰিব নোৱাৰিলেও, নিয়ন্ত্ৰণ কৰিব পাৰি। নিৰ্বাচন আয়োগে তাকে কৰিবলৈ নিৰ্বাচন সংস্কাৰৰ ব্যৱস্থা কৰিছে। মহামান্য ছুপ্ৰীম কোৰ্টেও ইয়াত অনুমোদন জনাইছে।"

প্ৰথম কথা, নিৰ্বাচন প্ৰাৰ্থীয়ে নিজৰ অপৰাধৰ খতিয়ান এটা মনোনয়ন পত্ৰৰ লগত দাখিল কৰিব লাগিব। ইয়াৰ উদ্দেশ্য হ'ল দাগী-অপৰাধী শ্ৰেণীক ৰাজনৈতিক ক্ষমতা দখলত বাধা দিয়া। পিছে জিলিকিলেই সোণ নহয়। এইবোৰ নিয়ম কানুন আছে। কিন্তু নিয়মকানুন ডাষ্টবিনত থৈ এই শ্ৰেণীৰ লোকে ক্ষমতাৰ বাঘজৰী টানিবও জানে। আইনমতে কোনোলোক আদালতত দোষী সাব্যস্ত নোহোৱালৈকে তেওঁ আইনৰ চকুত নিৰপৰাধী। হত্যাকাৰী, ধৰ্ষণকাৰী, অপৰাধকাৰী, ডকাইতৰ বিপক্ষে থানাত এজাহাৰ দিলেই তেনে অপৰাধীৰ মনোনয়ন পত্ৰ নাকচ কৰিব নোৱাৰি। এনেলোকৰ বিৰুদ্ধে পুলিচে অনুসন্ধান কৰি অন্ততঃ চাৰ্জশ্বিট বা অভিযোগ নামা আদালতত দাখিল কৰিলেহে মনোনয়ন পত্ৰ নাকচ হোৱাৰ যুক্তি থাকে। কিন্তু এই সকল প্ৰভাৱশালীলোকে ধনবল, বহুবল আৰু ৰাজনৈতিক প্ৰভাৱেৰে পুলিচক হেঁচা দি গোচৰৰ সত্যতা নাই বুলি 'ফাইনেল ৰিপোৰ্ট' দিয়াৰ অৰ্থাৎ এজাহাৰৰ অভিযোগ নাকচ কৰাৰ নজিৰ আছে। চাৰ্জ শ্বিটৰ কথা

বাদেই, বহুতো ভুক্তভোগীলোকৰ এজাহাৰখনকে থানাত পঞ্জীয়ন নকৰাৰ নজিৰ আছে। চাৰ্জশিট দাখিল কৰিলেও পুলিচে তদন্তত আইনৰ সুৰুঙা ৰাখি অভিযুক্ত নিৰ্দোষী বিবেচিত হোৱাৰ ৰাস্তা ৰাখে। এতেকে হত্যাকাৰী, ধৰ্ষণকাৰী, অপহৰণকাৰী, মাফিয়া- সকলোৱে নিৰ্বিঘ্নে মনোনয়ন পত্ৰ দাখিল কৰিব আৰু নিৰ্বাচন যুদ্ধত জয়লাভ কৰিব পাৰে। এনে উদাহৰণ অসমতে আছে। এজন প্ৰভাৱশালী মন্ত্ৰীয়ে নিজৰে আত্মীয় এজনক হত্যা কৰিলে বা হত্যা কৰালে। পিতৃ-পুত্ৰ দুয়ো সন্দেহৰ আবৰ্ত্তত যদিও দুয়ো দলীয় মনোনয়ন লাভ কৰাই নহয়, নিৰ্বাচনত জয়ী হৈ মন্ত্ৰী, এম.এল.এ. হৈ আছে।"

"সংস্কাৰৰ আৰু কি কথা আছে ক' চোন বহুৰূপী?"

"সকলো প্ৰাৰ্থীয়ে মনোনয়নৰ সময়ত নিজৰ আৰু আত্মীয়ৰ নামত থকা ধন-সম্পত্তিৰ এখন তালিকা দাখিল কৰিব লাগে। ইয়াৰ উদ্দেশ্য হ'ল-যাতে এই ধন-সম্পত্তিৰ তালিকাৰ পৰা প্ৰাৰ্থীজনৰ ধনৰ উৎস সম্পৰ্কে জানিব আৰু ক্ষমতাসীন কালত কৰা দুৰ্নীতি পোহৰলৈ আনিব পাৰি।"

"তেন্তে দুৰ্নীতি কৰা বোৰ ধৰা পৰিবই। কোনোবাই যদি অভিযোগ দিয়ে যে কোনো লোকে ক্ষমতাৰ অপব্যৱহাৰ কৰি, লুটমাৰ চলাইছে, তেন্তে সেই সম্পত্তিৰ তালিকাখন চালেই ওলাই পৰিব- ধন উপাৰ্জনৰ কোনো আইন সংগত উৎস নোহোৱাকৈ এই সোপা ক'ৰপৰা কেনেকৈ পালে?," ভোদায়ে ক'লে।

"তই সৰল মানুহ। তই ঠিকেই কৈছ। পিছে এই পৃথীবীখন বৰ জটিল অ' ভোদাই। এইসকল ধূৰ্ত্তলোক গভীৰ পানীৰ মাছ। ইহঁতে পূবকো পশ্চিম কৰিব জানে। হেৰৌ, তই কথা শুনিলে "গড়গাঁও, গড়গাঁও, কথা শুনি তল যাওঁ," যেন লাগিব। হেৰৌ' ইহঁতবোৰ তোৰ-মোতকৈও দুখীয়া অ'। একেবাৰে যৌত্ৰহীন। কাবোৰে অলপো ধন বিত সা-সম্পত্তি নাই। এওঁলোকৰ কাবোবাৰ বেঙ্কত জমা থকা টকাৰ পৰিমাণ শূন্য। কোনোৱে হেনো ঘৈণীয়েকৰ বা শহুৰেকৰ ঘৰত আশ্ৰয় লৈহে জীৱন-যাপন কৰিছে। গাড়ী এখন হেনো কোনোবাই কিনিছে। কিন্তু ঋণ লৈহে কিনিছে। ঘৈণীয়েকৰ গহণাখিনিৰ কথা শুনিলেও দুখ লাগে। বেচেৰীহঁতে এহেজাৰ-ডেৰহাজাৰ টকাৰ সোণৰ গহনাৰে অশান্তিত ভুগিছে। হেৰৌ! এইবোৰ শপতনামাত শপতখাই কোৱা কথা। মিছা প্ৰমাণিত হ'লে ফাটেকৰ কণা ভাত খাব লাগিব। পিছে, সেইকথা তই মুঠেও নাভাবিবি। ফাটেকৰ বাপেকেও ইহঁতৰ নোম এডাল স্পৰ্শ কৰিব নোৱাৰে। এই শ্ৰেণীৰ পৰজীৱী, ৰক্তশোষণকাৰী প্ৰাণীয়ে সদায় বিপদ বিঘিনি নোহোৱাকৈ শাসন-শোষণ কৰি যাব", আক্ষেপোৰ কথাবোৰ কৈ গ'লোঁ।

"কিন্তু ইহঁতবোৰ ইমান নিলাজ, নিধক নে? হেৰৌ গুৱাহাটী, কলিকতা, দিল্লীত থকা ডাঙৰ ডাঙৰ অট্টালিকাবোৰ কলৈ গ'ল? অন্ততঃ গুৱাহাটী মহানগৰীতে

দেখোন দুই তিনি ঠাইত ৰাজপ্ৰসাদসম অট্টালিকাবোৰ সকলোৰে চকুত জিলিকি আছে? কলিকতা, দিল্লী, বাঙ্গালোৰততো আছেই। এই গুৱাহাটী মহানগৰীৰ আশে পাশে থকা মাটিবোৰৰ কথা কোনো নাজানে অ'? অকল ঘৰ-মাটি নে'? বস্তাক বস্তাই লোৱা টকাবোৰ যে চৰকাৰী খৰচত ব্ৰেক কেটৰ দ্বাৰা পহৰা দিয়াই সুৰক্ষিত কৰি ৰাখিছে, সেই পাপৰ ধনবোৰ কি হ'ল? এনেকৈ গোকাট মিছা কথা কৈ, শপত খায়ো যদি এই শ্ৰেণীৰ নিলাজ প্ৰাণীয়ে এনে পাপ কৰ্ম কৰি যাব পাৰে, তেন্তে এইখন কিহৰ গণতন্ত্ৰ হ'ল অ'?", ভোদাইৰ প্ৰশ্ন। সি আকৌ ক'লে,

"হেৰৌ, গণতন্ত্ৰ হ'ল ৰাইজৰ চৰকাৰ, ৰাইজৰ কল্যাণৰ বাবে। কিন্তু এতিয়া দেখোন গণতন্ত্ৰ হ'ল ৰাইজৰ শোষণৰ বাবেহে। সেইবাবেই কোনোবা পণ্ডিতে কৈছিল যে ৰাজনীতি হ'ল ধূৰ্ত্ত পশুবোৰৰ শেষ আশ্ৰয়: এই সকল কলঙ্কিত লোকে য'ত দেশ শাসন কৰে, তাত ৰাইজৰ কি উন্নতি হ'ব অ'?"

"আৰু এটা কথা। এই যে নিৰ্বাচিত হৈ দিল্লী-দিছপুৰত পাঁচবছৰকৈ ৰাজসম্ভোগ ভোগ কৰি ধনে-সম্পত্তিয়ে একেবাৰে নোদোকা হৈ পৰে, এইবোৰৰ মনুষ্যত্বৰ জোখাৰে মূল্য কিমান অ'? পঢ়া-শুনা বুলিবলৈ বিশেষ একো নাই। অসম সম্পৰ্কে, অসমৰ অৰ্থনীতি-প্ৰগতি সম্পৰ্কে অলপো জ্ঞান নাই। পাঁচ বছৰে দিল্লীত গৈ অসমৰ হৈ এষাৰ মাত নমতাকৈ কটায়। অথচ, এইবোৰেই হ'ল ৰাইজৰ ৰজা। জনগণৰ হৰ্ত্তাকৰ্ত্তা। নাই এনেকৈ নহ'ব। কিবা এটা এইবাৰ কৰিবই লাগিব। তই মোৰ লগত একমত নে?"

"হেৰৌ। পঢ়া-শুনা নহ'লেও এম.এল.এ., এম.পি. ৰূপে ৰাজভোগ কৰাত বাধা নাই। সংবিধানত ন্যূনতম শিক্ষাগত অৰ্হতাৰ কথা লিখা নাই। ঠিক সেইদৰে বয়সৰ উচ্চতম সীমাও নিৰ্ধাৰিণ কৰা নাই। ফলত এইসবে ধন-বাহুবলৰ যোগেদি সংসদ-বিধানসভালৈ নিবাচিত হৈ এষাৰ মাত নমতাকৈ পিছৰ ছীটত হামিয়াই-হিকটিয়াই পৰম শান্তি সুখত দিন কটাই ধন্য হয়। পঢ়া-শুনা বা অধ্যয়নৰ অভাৱতেই হওক বা অলপ বৃদ্ধ অৱস্থাৰ বাবেই হওক অথবা, উভয় ক্ষেত্ৰত থকা ঘাটিৰ বাবেই হওক, বক্তৃতা দিয়াৰ জ্ঞান আৰু শক্তি নাথাকে। ৰাইজৰ প্ৰতিনিধি ৰূপে নিৰ্বাচিত হৈ এনেকৈ ৰাইজৰ কথাত চকুমুদি এই শ্ৰেণীয়ে ৰাইজক প্ৰৱঞ্চনা কৰিছে যদিও ইয়াৰ প্ৰতিকাৰ নাই। দেখা নাই, সংসদত এটা প্ৰশ্ন সুধিলেও এওঁলোকৰ কিছুমানে টকা লৈ ধৰাপৰি নাক-কাণ কটা গৈছে? কিন্তু এওঁলোক নিলাজ মানুহ। ইয়াৰ বাবে লাজ পাব কেনেকৈ?", মই ভোদাইক বুজালোঁ।

"তেন্তে নিৰ্বাচন আয়োগত তই মই দৰ্খাস্ত কৰোঁ, বোলো ৰাজনীতিকৰ নিম্নতম শৈক্ষিক অৰ্হতা আৰু উচ্চতম বয়সৰ সীমা নিৰ্ধাৰণ কৰি আলৰ বৃদ্ধ, অশিক্ষিত, অকৰ্মণ্য লোকক ৰাজভোগ খোৱাৰ পৰা বাৰণ কৰক।"

"দৰ্খাস্ত কৰিলেও কি ফল হ'ব? তাৰ বাবে সংসদত সংবিধানৰ সংশ্লিষ্ট ধাৰা সংশোধন কৰিব লাগিব। কিন্তু সেই কাম সাংসদসকলে কৰি হাতৰ কুঠাৰ ভৰিত মাৰিব বুলি যদি তই ভাবিছ, তেন্তে তই মূৰ্খৰ স্বৰ্গত বাস কৰিছ অ'," মই ক'লোঁ।

"তেন্তে গণতন্ত্ৰ, মানে ৰাইজক, জীয়াই ৰখাৰ দেখোন একো উপায়েই নাই? ঈশ্বৰ পুৰুষেই নামি আহি ইয়াৰ বিচাৰ কৰক বুলি আবেদন এখন দিলে কেনে হয়? কিন্তু তাতো লেঠা। এই দৰ্খাস্তখন এতিয়া পেলাবি ক'ত? বাদ দে। সেইবোৰ নহ'ব।"

"এপাট অস্ত্ৰ কিন্তু ব্ৰহ্মাস্ত্ৰৰ দৰে অব্যৰ্থ হ'ব অ', বহুবল্পী। সেই নৰপশু সকল ভোট ভিক্ষা কৰিবলৈ আহিব নহয়? এইবাৰ সিহঁতক ৰাইজৰ মঞ্চত একেবাৰে বাকলি চেলাই নঙঠা কৰি দিম। সুধিম তেওঁক ভোট কিহৰ সুবাদত দিব লাগিব? বোঁলো, আপুনি ঈশ্বৰ পুৰুষে গত পাঁচ বছৰে ৰাইজৰ দয়াত ৰাজশাসন-সন্মান ভোগ কৰি ৰাইজৰ হৈ কি কাম কৰিলে তাৰ এখন তালিকা দিয়ক। মানে ক'ত কিমান দমকল বহুৱালে, কিমানটা স্কুল ঘৰ সাঁজিলে, কিমান চৰকাৰী চিকিৎসালয় আনিলে, কিমানটা ৰাস্তা বা কেইখন দলং সমষ্টিত নিৰ্মাণ কৰিলে, কিমানজন নিবনুৱা যুৱক-যুৱতীক চাকৰি দিলে বা স্বাবলম্বী হোৱাৰ ব্যৱস্থা কৰিলে, সমষ্টিটোক, মানে অসমক অবৈধ বাংলাদেশী নাগৰিকৰ পৰা মুক্ত কৰিবলৈ কি ব্যৱস্থা ল'লে, কিমান দিন সমষ্টিলৈ আহি ৰাইজৰ সুখ-দুখৰ ভাগ ল'লে, গৰাখহনীয়া প্ৰতিৰোধৰ বা জলসিঞ্চনৰ কি ব্যৱস্থা ল'লে, কিমানটা আৰু কি অপৰাধ কৰিলে, কিমানবাৰ জেল খালে, পঢ়া-শুনানো কিমান কৰিলে, সংসদ বা বিধান সভাতকেইদিন কি বিষয়ৰ ওপৰত কেইটা বক্তৃতা দিলে, নিজৰ আত্মীয়ৰ কিমানক চাকৰি-ঠিকা দিলে, টকা-পইচা-মাটি-বাৰী কিমান আৰ্জিলে- এই আটাইবোৰৰে তন্নতন্নকৈ লিখিত হিচাব দিয়ক আৰু ৰাইজক ঠগ-প্ৰৱঞ্চনা কৰাৰ বাবে ক্ষমা-ভিক্ষা কৰক। মানে আঁঠুলৈ ক্ষমা ভিক্ষা কৰক আৰু এইবাৰ ভোটত জয়ী হ'লে এনে কাম কেতিয়াও নকৰে, কৰিলে চৈধ্য পুৰুষ নৰকলৈ যাব বুলি ৰাইজৰ ওচৰত শপত লওক। তেতিয়া ৰাইজে ক্ষমাৰ যোগ্য হয় নে নহয় বিচাৰ কৰি চাব।

"কিন্তু এই বিচাৰ কৰাৰ আগতে শোষিত প্ৰৱঞ্চিত ৰাইজক বিচাৰৰ বাবে মাননী দিবই লাগিব। এই মাননী হ'ব ৰাজহুৱা আৰু ব্যক্তিগত মাননী। ৰাজহুৱা মাননী হ'ব- ভাৱী সাংসদৰ এক কোটি আৰু ভাৱী বিধায়কৰ ৫০ লাখ। ব্যক্তিগত মাননী হ'ব ভোটে প্ৰতি দহহেজাৰ টকা। এইখিনি হ'ব 'মিনিমাম' অৰ্থাৎ দুৰ্নীতিৰে ঘটা ধনৰ অকণমান ভাগ আমাকো দিয়ক। ইয়াৰ কমত কি ডাল হ'ব? আজিকালি এহাল হালৰ গৰু কিনিব লাগিলে দেখোন ১৩/১৪ হাজাৰ টকা লাগি যায়? তদুপৰি

তেওঁ কিবা এই টকা বাপেকৰ চন্দুকৰ পৰা দিব নে? বিয়াগোম দুৰ্নীতিৰে ৰাইজৰ পৰা শোষণ কৰা ধনৰ সামান্য এটা অংশহে আমি ৰাইজৰ হৈ বিচাৰিম?

"এইবোৰ হ'ব অৰ্থনৈতিক শাস্তি। কিন্তু তাৰ বাহিৰে ন্যায়িক শাস্তি বুলি কথা এটাও আছে নহয়? মানে পাপ কৰিলে প্ৰায়শ্চিত্ত কৰিবই লাগিব। অকল টকা দিলেই পাপ মুক্ত হ'ব নোৱাৰিব। দৈহিক আৰু মানসিক শাস্তি ভুগিলেহে পাপীদেহ আৰু মন শুদ্ধ হ'ব। এতেকে সেই প্ৰাৰ্থীসকলক টকা পইচা লোৱাৰ পিছত এটা ৰাজহুৱা সম্ভাষণ জনাব লাগিব। এনে সম্ভাষণ ক'ৰবাত কানি ইতিমধ্যে জনোৱা হৈছে। ই একো নতুন কথা নহয়। এই সম্ভাষন হ'ব একেডাল জোতাৰ মালা..." কেনে হ'ব অ'?

কিন্তু আচল কথাটো এতিয়াও তোক ফাদিল কৰা হোৱাই নাই। সেই যে ব্যক্তিগত মাননীৰ কথা অ'? সেই মাননী কোনো এজন বিশেষ প্ৰাৰ্থীৰ পৰা নহয়। ইয়ালৈ ভোট বিচাৰি অহা বা নাহিলেও প্ৰাৰ্থিত্ব আগবঢ়োৱা সকলোৰে পৰা ল'ব লাগিব। মনত ৰাখিবি। এই ৰাজহুৱা বা ব্যক্তিগত মাননীৰ টকা অকল সমষ্টিৰ উন্নয়ণৰ বাবেহে খৰচ কৰিব পাৰিবি, ব্যক্তিগত অভাৱ পূৰণৰ বাবে নহয়। মোৰ মনত আৰু এটা আইডিয়া ক্লিক কৰিছে। এনে কাৰ্যসূচী/ অনুষ্ঠানবোৰলৈ টিভি চেনেলক মতা হ'ব আৰু প্ৰচাৰৰ স্বচ্ছ বিক্ৰীৰ মূল্য হিচাপে তাৰ পৰাও কিছু ধন আহিব। মানে ধনেই ধন। আনহাতে সিহঁতৰ শাস্তি হ'ব— যেনে কুকুৰ তেনে টাঙোন, কি কৱ?"

"দেখিছোঁ তই এখন মূৰ্খৰ পৃথিৱীত বাস কৰিছ। হেৰৌ মানুহে তোক পাগল বুলি ক'ব। সেয়ে হ'লেও কিন্তু তোৰ কল্পনাশক্তিক বাঃ বাঃ নিদি নোৱাৰি। এইযে তই নাটকৰ কথা কৈছ? এতিয়া নাটকখন সঁচাসঁচিকৈ আৰম্ভ হৈ গৈছে দেখোন? নাটকৰ আয়োজনৰ বাবে দিল্লীলৈ যোৱাৰ দৌৰ আৰম্ভ হৈ গৈছে। এই জীৱসকলৰ হঁহা-কন্দাৰ নাটকখন উপভোগ কৰিবলৈ তই-মই আৰু বেছি দিন অপেক্ষা কৰি থাকিব নালাগে। মাত্ৰ চকু-কাণ থিয় কৰি নিৰীক্ষণ কৰ। প্ৰতিটো অংকৰ প্ৰতিটো দৃশ্য ঘৰত বহি উপভোগ কৰি যাব পাৰিবি", মই ক'লোঁ।

"মোৰ কথা শুনি ভোদায়ে সেমেনা সেমেনিকৈ ক'লে ৰ'বিচোন বহুবল্কী। এটা কথা মোৰ ঘপহকৈ মনত পৰি গ'ল। সেইযে খেদা খোৱা মন্ত্ৰীৰ দলটোৰ খবৰ কি অ'? তেৰাসৱক এই তৰুণ গগৈ বোলা মুইখ মন্ত্ৰীজনে একেবাৰে ব্ৰহ্মপুত্ৰৰ পানীত পেলাই শেষ কৰিলে। এজন দেবানন্দ কোঁৱৰ নামৰ মন্ত্ৰীয়ে যে বৰ লম্ফ-জম্ফ মাৰি তৰুণ গগৈৰ আসনখন দখল কৰিব খুজিছিল? তেওঁ দেখোন আজিকালি টু বুলি শব্দ এটাও নকৰা হ'ল? এই তৰুণ গগৈ বোলা হাঁহিৰাম মন্ত্ৰীজনো কম সাংঘাতিক জিনিচ নহয় দেই?"

"আজিকালি দেৱানন্দ কোঁৱৰ, শৰৎ বৰকটকী, পৱন সিং ঘাটোৱাৰৰ দিন গ'ল। বেচেৰাহঁত এতিয়া প্ৰায় জাৱৰৰ দ'মত পৰি আছে। দেৱানন্দ কোঁৱৰৰ মুখ্যমন্ত্ৰী হোৱাৰ কোনোকালে সম্ভাৱনা নাছিল। কিন্তু শৰৎ বৰকটকী এগৰাকী তৰুণ গগৈৰ পথৰ কণ্টক হ'ব পৰা দক্ষ নেতা বুলি ভয় কৰি গগৈয়ে মন্ত্ৰীসভা সংকোচনৰ সুযোগ লৈ একেবাৰে ব্ৰহ্মাস্ত্ৰপাত মাৰি শেষ কৰি থ'লে।"

"গতিকে তই মই কোন-কুটা অ'? মানে তই এই ল'ৰা-ধেমালিৰ কথাবোৰ মনৰ পৰা ধুই মচি পেলা। এতিয়া কষ্ট কৰি হ'লেও সুখে-শান্তিৰে খাই আছ। তাতেই সন্তুষ্ট থাক। নহ'লে পৈতৃক সম্পত্তি ডোখৰো হেৰুৱাবি বুজিছ? দেখিছই নহয়, এতিয়া শৰৎ বৰকটকী, দেবাননৰ দৰে নেতাৰ দিন গ'ল। এতিয়া আহিছে হিমন্ত-ৰিপুণ, ভূমি-ভৰত, গৌতম-ৰকিবুলৰ দিন। কিন্তু মজাৰ কথা হ'ল- এই উঠি ৰজা বহি ৰজা বাহিনীয়ে বৰ্তমানে তৰুণ গগৈক নাকত ধৰি চাকত ঘূৰাই আছে।"

"এইবাৰ নিৰ্বাচনত টিকট সম্পৰ্কে তোৰ কি ম'ত, অ' বহুবল্কী? এইবাৰ বোলে কিবা খেলিমেলিখন হৈ গৈছে? টিকটৰ চিন্তাত সকলোৰে বুকুত বৰভূঁইকঁপৰ জোকাৰণি উঠিছে হেনো? কচোন অলপ বুজাই? হেৰৌ বহুবল্কী। এই ৰাজনীতিৰ সমান লেতেৰা বস্তু আৰু একো নাই। ক্ষমতাত থাকিলে ৰজা, ক্ষমতা গ'লে লেই লেই, ছেই ছেই। মানে যাঁপৰে খোৱা কুকুৰৰ নিচিনা", ভোদায়ে ক'লে।

"টিকটৰ বাবে খোৱা-কামোৰাৰ আখৰা চুৰু হৈ গৈছে। আজি নহয়, সদায়ে এইখন খোৱা-কামোৰাৰ নাটক হয়। এইবাৰো এখন মহাভাৰতৰ যুদ্ধ যে হ'ব খাটাং। ইতিমধ্যে নানান দাবী-দাৱাজ; হিচাপ-পত্ৰ আৰু সমীকৰণ লৈ ৰাজনীতিক খেলুৱৈসকল নিমজ্জিত। ছীট হ'ল ১২৬টা। প্ৰত্যাশী হ'ল হাজাৰজন। সংখ্যালঘু, মহিলা, যুৱনেতা, চাহ শ্ৰমিক সকলোৰে একোটা আছুতীয়া গোট গঠিত হৈছে। সকলোকে লাগে দলীয় টিকট। অকল কংগ্ৰেছৰ ক্ষেত্ৰতেই এনে সমস্যাই দেখা দিয়া নাই। বিজেপি, অগপৰো একে সমস্যা। অৱশ্যে ক্ষমতাসীন কংগ্ৰেছৰ ক্ষেত্ৰত সমস্যা অধিক প্ৰকট হৈ দেখা দিছে। ধৰ, তোৰ যুৱ কংগ্ৰেছ আৰু মহিলা কংগ্ৰেছে মুঠ ছীটৰ ৩০ শতাংশ অৰ্থাৎ ৩৭ খনকৈ আসনত প্ৰাৰ্থিত্ব লাভৰ দাবী কৰিছে। আনহাতে এইবাৰ মুছলমান নেতাসকলেও এটা সুকীয়া গোট বন্ধনত গঠিত হ'ব বুলি হুংকাৰ দিছে। তাতে কংগ্ৰেছৰ বিপদ ঘটালে ছুপ্ৰিম ক'ৰ্টে আই এম (ডি টি) আইনখন বাতিল কৰি। এই দলে বাংলাদেশীৰ 'ব্লক ভোট'ৰ সোৱাদ ২২ বছৰ ধৰি ভোগ কৰিলে এই তথাকথিত আই এম(ডিটি) আইনৰ জৰিয়তে। এতিয়া এইখন আইন বাতিল হোৱাত কংগ্ৰেছৰ বাংলাদেশীৰ ব্লক ভোটত গৰাখহনীয়াৰ সৃষ্টি হৈছে। বাংলাদেশীসকলে তৰুণ গগৈৰ ওপৰত অনাস্থা প্ৰকাশ কৰি এতিয়া আছুতীয়াকৈ নিৰ্বাচনী যুঁজ খেলাৰ চিন্তাচৰ্চাও কৰিছে। তাতে "সমষ্টি পুনৰ নিৰ্ধাৰণ

আয়োগে'ও খেলিমেলিৰ সৃষ্টি কৰি পেলালে। আসনৰ সংখ্যাটো নাবাঢ়িলেই, পুনৰ গঠনৰ ফলত সমষ্টিৰ নতুন নামকৰণ হ'ল, ভোটাৰ গাঁথনিৰ সলনি হ'ল। কিছুমান বিধায়কে জুৱাখেলত সৰ্বস্বান্ত হোৱাৰ দৰে নিজৰ সমষ্টিটোকে এক অশুভ যাদুকৰী শক্তিৰ বলত হেৰুৱালে। এতিয়া কোনজন প্ৰাৰ্থীয়ে ক'ৰ পৰা, কেনেকৈ, কিমান ভোট পাব সেই অংকটো সমাধানৰ বাহিৰ ওলাই গৈছে," মই এটা সৰুসুৰা সমীক্ষা কৰি পেলালোঁ।

"বহুবৰুৱী। তই মোক কথা এটা খাটাংকৈ বুজাই দেচোন। কংগ্ৰেছৰ কথাই ধৰচোন। এই টিকট দিয়াৰ মালিক কোন অ'? ভুবনেশ্বৰ নে তৰুণ?"

"আচলতে কোনোজনেই নহয়। এওঁলোক দিল্লীৰ বহুৱা। দেৱী গোঁসানীৰ ভৃত্য। কঁকাল পোনাই দিল্লীৰ প্ৰভুসকলৰ ওচৰত খোজ দিয়াৰ সাহস নাই। ছোনিয়াৰ ওচৰত সকলোৱে আঁঠু ল'ব লাগে। মানে চাবি দিয়া পুতলাৰ দৰে চলিব লাগে। স্তাৱক-ভৃত্যসকলৰ মাজত সামান্য দাঁতে-ওঁঠে লাগিলেও ছোনিয়াৰ ওচৰত আঁঠু লয় মন্ত্ৰী বাছনিতেই হওক বা নিৰ্বাচনত টিকট দিয়াৰ ক্ষেত্ৰতেই হওক। এতিয়া যুৱ কংগ্ৰেছ, মহিলা দল সকলোৱে ছোনিয়াৰ ওচৰত দাবীৰ চনদ উত্থাপন কৰি, ইটোৱে সিটোক লেং মাৰি মন্ত্ৰী-বিধায়ক হোৱাৰ সপোন দেখিছে।"

"এই যে লেং মৰাৰ কথা তই ক'লি নহয়? কথা এটা মনত পৰিছে। ভুবনেশ্বৰ-তৰুণ গগৈৰ মাজতো হেনো এনে নাটক এখন বাহাল আছে?"

"একো আচৰিত নহয়। অকল ভুৱনেশ্বৰ কলিতা-তৰুণ গগৈৰ মাজতেই নহয়। সকলোকে সকলোৱে লেং মৰাৰ প্ৰচেষ্টা বাহাল ৰাখিছে। গোলাম ওছমানি, সন্তোষ মোহন দেৱ আদি কৰি ভালেমান নেতা তৰুণ গগৈ বিৰোধী। গতিকে, তৰুণ গগৈৰ বিৰুদ্ধে দেৱী ছোনিয়া গান্ধীৰ ওচৰত বিষোদ্গীৰণ কৰি প্ৰচাৰ চলাইছে বোলে তৰুণ গগৈৰ নেতৃত্বত কংগ্ৰেছে এইবাৰ শাসন ঘূৰাই আনিব নোৱাৰিব।

"ইফালে তৰুণ গগৈও কম বস্তু নেকি? ছোনিয়াক তেলতুল মৰা বা পূজা কৰাত হেৰফেৰ নকৰিলে তেওঁক ভঙাৰ বীৰপুৰুষ ওলোৱা নাই বুলি তেওঁ জানে। আনহাতে অহা পাঁচ বছৰতো যাতে তেঁৱেই শাসনৰ গাদী ভোগ কৰিব পাৰে তাৰ বাবে তেওঁ যাৱতীয় ব্যৱস্থা লৈছে। প্ৰথম কথা, দলীয় হাইকমাণ্ডৰ ওচৰত দাখিল কৰা প্ৰাৰ্থিত্বপ্ৰত্যাশীৰ তালিকাখনত তেওঁৰ সমৰ্থকৰ সংখ্যাই হেনো অধিক। তাৰ বাবে দিল্লীৰ দেৱ-দেৱীসকলৰ ওচৰত আঁঠু লৈ সভক্তিৰে পূজা-পাতলো দিছে।"

"হেৰৌ বহুবৰুৱী! এই পূজাৰ প্ৰসাদত কি কি ভোগৰ সামগ্ৰী থাকে অ'? এইবোৰ চাগে খাবলৈ বৰ মোলায়েম হ'ব", ভোদায়ে সুধিলে।

"একোটা ব্ৰীফকেছ। মেটমৰা নোটৰ বান্দিলেৰে ভৰ্ত্তি। ইয়াতকৈ অধিক মোলায়েম কি আছে? আৰু শুন! সংখ্যালঘুৰ পোছাক পিন্ধোৱা বাংলাদেশী নাগৰিক

মৌলবাদীসকলক সন্তুষ্ট ৰাখিবলৈ মুইখমন্ত্ৰীয়ে উপায়ুক্ত-আৰক্ষী অধীক্ষকসকলৰ মিটিং পাতি তেৰাসৱক চাকৰিৰ ধমকিও দি থৈছে— বোলে সেই অমূল্য সম্পদ ভোটবেংকৰ অধিকাৰীসকলক হাৰাশাস্তি (!) কৰিলে, তেৰাসৱৰ চাকৰিৰ চিলিমটোকে ছিঁগিব। ইফালে চৰকাৰী চাকৰিয়াল আৰু পৰিয়ালবৰ্গৰ ভোট গ্ৰাস কৰিবলৈ ৫৮ বছৰ অৱসৰৰ বয়স সলাই ৫৯ বছৰ কৰিয়েই সন্তুষ্ট থকা নাই। নিৰ্বাচনৰ আগে আগে ৬০ বছৰলৈ চাকৰিৰ কাৰ্যকাল বৃদ্ধি কৰাৰো সিদ্ধান্ত লৈছে।

"নিৰ্বাচনৰ পুঁজিৰতো চিন্তাই নাই! ঈশ্বৰৰ কৃপাতে মাটিবাৰীবোৰ বেচা-কিনাৰ ব্যৱস্থা চূড়ান্ত হৈছে। উন্নয়ন পুঁজিৰ ধন নিৰ্বাচনত হ'ব মহৌষধি। নিৰ্বাচনত টকা-পইচাতো লাগিবই। চাকৰি বজাই ৰাখিবলৈ দিল্লীত দেৱ-দেৱীৰ পূজা দিওঁতে কোটি কোটি ভাঙিব লাগিব। তেওঁক মুইখ মন্ত্ৰীৰ পৰা খেদিবলৈ ষড়যন্ত্ৰ কৰা মূৰ্খ কংগ্ৰেছীসকলক এশিকনি দিবলৈ তেওঁলোকৰ বিপক্ষে একোজন "ডেমি" প্ৰাৰ্থী উঠাই দিব। বাংলাদেশী অধ্যুষিত চৰ অঞ্চলত ৰাস্তা-ঘাট, পানী, চিকিৎসালয় স্থাপনৰ আঁচনি ৰূপায়ণ কৰিবলৈ কোনো বিসম্বাদীক প্ৰলোভিত কৰি প্ৰাৰ্থিত্ব, প্ৰত্যাহাৰ কৰাব লাগিলে পঞ্চাশ লাখ এক কোটি দিব। এই বিষয়ে তৰুণ গগৈয়ে নিজে তত্বাৱধান লোৱাৰ উপৰি তেওঁৰ প্ৰধান লেফটেনেন্ট যুৱমন্ত্ৰী এগৰাকীৰ সহায়ত নিখুঁত আঁচনি সম্পূৰ্ণ কৰি তুলিছে। আনকি আই. এ. এছ-এ. চি. এছ আৰু পুলিচ বিষয়াসকলৰ বাছনিও (পোষ্টিং) এনে সুদক্ষতাৰে কৰা হৈছে যে সেইসকলে তেওঁ উঠ বুলিলে উঠিব; বহ বুলিলে বহিব", মই ক'লোঁ।

"কিন্তু ইমানখিনি অপকৰ্ম কৰাৰ পাছতো তই সঁচাকৈ ভাব নে তৰুণ গগৈহঁত এইবাৰ ক্ষমতালৈ আহিব?", ভোদায়ে সুধিলে।

"সকলো সম্ভৱ। খিলঞ্জীয়া অসমীয়াসকলে তৰুণ গগৈহঁতক ভোট নিদিয়াটো খাটং। কিন্তু বাংলাদেশী-মুছলমান আৰু চাহ শ্ৰমিকৰ ভোটৰ এটা অংশ কংগ্ৰেছৰ থাকিবই। বহুতে নাজানে যে বাংলাদেশী নাগৰিকক সুৰক্ষা দিয়াৰ ব্যৱস্থা তৰুণ গগৈয়ে এতিয়াও অব্যাহত ৰাখিছে। ধৰ, তোৰ বিদেশী আইনৰ অধীনত বিদেশী বহিষ্কাৰৰ যি ব্যৱস্থা লোৱাৰ নিৰ্দেশ ছুপ্ৰিম ক'ৰ্টে দিছে, মুখ্যমন্ত্ৰীয়ে সেই ব্যৱস্থা লোৱাৰ কথা কল্পনাও কৰা নাই।"

"তদুপৰি ভোট কাক দিবি? অগপ-ও একেই উচ্ছৃংখল। তেৰাসৱৰো গৃহকন্দল। গুপ্তহত্যাত অভিযুক্ত হৈ প্ৰফুল্ল এতিয়া বৃন্দাবনৰ পিঠিত কুঠাৰ মাৰিবলৈ এটা সমান্তৰাল অগপ খোলাই নহয়, অগপৰ প্ৰতীক হাতীৰো দাবীদাৰ হৈছে। গুপ্তহত্যা, দুৰ্নীতি-উচ্ছৃংখলতা-প্ৰৱঞ্চনাত নিমজ্জিত বুলি অভিযুক্ত হোৱাৰ পাছতো প্ৰফুল্লই ইমান সাহস আৰু শক্তি ক'ত পালে, কচোন বাৰু তই?", মই সুধিলোঁ।

'টকাৰ পাহাৰ অ', টকাৰ পাহাৰ। প্ৰফুল্লৰ হাতত হেনো এতিয়া শ শ কোটি

টকা। সকলোকে কিনাৰ বাবে যথেষ্ট। তৰুণ গগৈৰো স্থিতি সমানে মজবুত। সঁচা কথা হ'ল, প্ৰফুল্ল-তৰুণ গগৈহঁতৰ দৰে বিজেপি দলৰো টকা তোলাৰ উৎসৰ অভাৱ নহ'ব। কিন্তু অসমৰ ভোটদাতা ৰাইজে কাক শাসনৰ গাদীত বহুৱাব? বোলো, কাকনো বুলিম ককা, সকলোৱে ডাঢ়ি-চুলি পকা।"

"তই ঠিকেই কৈছ, ভোদাই। একেটা মুদ্ৰাৰেই দুটা পিঠিৰ দৰে সকলো ৰাজনৈতিক দল আৰু ব্যক্তি ভণ্ড, ঠগ, প্ৰৱঞ্চক, অপৰাধী, হত্যাকাৰী, গুপ্তহত্যাকাৰী, লুণ্ঠনকাৰী। গতিকে ভোটদাতা ৰাইজৰ বাবে এইবোৰৰ মাজৰ পৰা বাছিবলৈ কোনো নাই। ভোট দি যেনেকৈ লাভ নাই, ভোট নিদিও লাভ নাই। কিয়নো, তই মই ভোট দিয়া-নিদিয়াটো গুৰুত্বপূৰ্ণ কথা নহয়। ধনবল, বাহুবলৰ জৰিয়তে কোনোবা এটা দল ক্ষমতালৈ আহিবই। সকলোৱে ৰাইজৰ তেজ শোষণ কৰি নিজে শকত-আৱত হ'ব। এতেকে, সেইবোৰ চিন্তা কৰি লাভ নাই, ভোদাই, লাভ নাই" মই ক'লোঁ।

"হেৰৌ বহুবৰ্ক্ষী। এইবাৰ সাংঘাতিক প্ৰেকটিকেল বুধি এটা মোৰ মনত খেলাইছে। মানে ৰাইজ শোষিত-প্ৰৱঞ্চিত হ'বই। তাক তই মই বাধা দিব নোৱাৰোঁ। কিন্তু তই মই ধনী হ'ব নিশ্চয় পাৰিম। বুধিটো সহজ। আমি বিভিন্ন দলৰ প্ৰাৰ্থীৰ বিপক্ষে প্ৰতিটো সমষ্টিতে একোজন ভুৱা প্ৰাৰ্থী উঠাই দিওঁ। সম্ভাব্য প্ৰাৰ্থীয়ে নিজৰ ভোট নষ্ট নকৰাৰ স্বাৰ্থত ধনৰ টোপোলা দি সেই ভুৱা প্ৰাৰ্থীক বহুৱাব। দাম-দৰ ঠিক কৰিম আমি। ভুৱা প্ৰাৰ্থীক ৫০% দি বাকী ৫০% তই মই ভগাম। এতিয়া হিচাপ কৰচোন ১২৬×১০ লাখ ÷২=৬.৩০ কোটি টকা! তোৰ আৰু মোৰ সমান সমান দেই।" হাঃ হাঃ হাঃ •••

*অভিমত ১৭ চেপ্তেম্বৰ ২০০৫*

# অথ যুৱ প্ৰজন্মৰ অধঃপতন সংবাদ

"O youth! With song and laughter,
Go not so lightly by.
Have pity-and remember
How soon the roses die." __ A.W. Peach.

সৃষ্টিৰ চিৰন্তন নীতি অনুসৰিয়েই আজিৰ শিশু বা যুৱক-যুৱতীসকল ভৱিষ্যৎ সমাজৰ কাণ্ডাৰী। মিল্টনে এষাৰ বৰ সঁচা আৰু সাৰুৱা কথা কৈ থৈছেঃ ৰাতিপুৱাটোৱে দিনটোৰ সংকেত দিয়াৰ নিচিনাকৈ মানুহৰ শৈশৱ বা যৌৱনেও ভৱিষ্যতৰ মানুহজনৰ সংকেত বা আভাস দিয়ে। এই বিচাৰেৰে চালে, আজিৰ যুৱপ্ৰজন্মৰ মাজত গা কৰি উঠা চৰিত্ৰৰ স্খলন আৰু দুষ্কৃতি-উচ্ছৃংখলতাৰ প্ৰতিফলন ঘটোৱা ভৱিষ্যতৰ সমাজখনৰ ছবিখন যে কুৎসিত, ভয়াৱহ হৈ উঠিব তাত কোনো সন্দেহৰ স্থল নাই বুলি ক'ব পাৰি।

যিসকল বয়োজ্যেষ্ঠ লোক মাথোন ছটা দশক আগৰ অসমীয়া সমাজখনৰ সৈতে পৰিচিত, তেওঁলোকৰ মানত আজিৰ সাগৰসদৃশ ব্যৱধান সম্পূৰ্ণ আচহুৱা আৰু কুৎসিত যেন বিবেচিত হোৱাটোৱেই স্বাভাৱিক। এই ব্যৱধানক 'ক্ৰমোৰ্দ্ধগামী' সমাজে অনা অশুভ পৰিৱৰ্তন বুলিব পাৰি। সেয়ে, নৈতিকতা আৰু আদৰ্শৰ উচ্চ শিখৰত উপবিষ্ট অতীজৰ ভাৰতীয় সভ্যতা-সংস্কৃতিৰ অধোগামী যাত্ৰাৰ গতিৰোধ কৰিবলৈ বুদ্ধিজীৱী, চিন্তাবিদসকল ক'লৈ গ'ল বুলি নিজকে প্ৰশ্ন কৰোঁ। কেতিয়াবা নিজকে ধিক্কাৰ দিবৰো ইচ্ছা যায়।

আজিৰ যুৱ-প্ৰজন্ম যেন অভিশপ্ত, বিপথগামী। দুস্কৃতি-উচ্ছৃংখলতাই যেন এই প্ৰজন্মৰ চাৰিত্ৰিক বৈশিষ্ট। ইয়াৰ দৃষ্টান্ত সিঁচৰতি হৈ আছে স্কুল-কলেজত, ৰাস্তা-ঘাটত, দোকান-পোহাৰত, গাঁৱে-চহৰে আৰু অলিয়ে গলিয়ে। অৱশ্যে ব্যতিক্ৰম আছে। ইয়াত ক'ব খুজিছোঁ নিয়মৰ কথাহে। কিন্তু কাক ক'ম? কোনে শুনিব এইবোৰ অশ্ৰাব্য কথা?

এইবোৰকে নিজৰ মনতে পাগুলিয়াই থাকোঁতে মেললৈ আহিল ঘিণাই ভূঞা। ঘিণাই আজি যথেষ্ট উত্তেজিত। খঙত চকু-মুখ একেবাৰে ৰঙা পৰি মুখলৈকে চাবলৈ ভয় লগা অৱস্থা হৈছে। মই লাহেকৈ সুধিলোঁ, "কি হ'ল ঘিণাই?

আজি দেখোন তই শেনৰ এজাত হৈ ওলাইছ? ক'ৰবাত কিবা অঘটন ঘটিল নেকি?"

"অঘটন মানে? সাংঘাতিক অঘটন। এইখন সমাজ জহন্নামে গ'ল, বুজিছ বহুবল্কী? এই দিনদুপৰতে এনে দুষ্কৰ্মৰ কথা তই কল্পনা কৰিব পাৰিবিনে? পুলিচ-মিলিটাৰীৰে ঠাইডোখৰ একেবাৰে ভৰ্তি। আচৰিত কথাটো হ'ল এই যে এই জঘন্য নাটকখনত ময়ো সাঙোৰ খাই গ'লোঁ।"

"কি পুলিচ-মিলিটাৰীৰ কথা কৈছ, বুজাই ক, অ' ঘিণাই? তই আকৌ ক'ত সাঙোৰ খালি, তাকে পোনাই নকৰনো কিয়?," মই ঘিণাইক ক'লোঁ।

"কওঁ ৰ'। আগতে এগিলাচ পানী খাই লওঁ। ভাবিলে একেবাৰে বুকুত কঁপনি উঠি যায়। হেৰি, মানে তোক এতিয়া মইনো কেনেকৈ কওঁ? আজিকালিৰ ল'ৰা-ছোৱালীৰ দুষ্কৰ্মৰ কথা ক'বলৈকে লাজ লাগি যায়। কিন্তু আমাৰ লাজ লাগিলে কি হ'ব? কৰাবোৰেতো কৰিয়েই আছে? তোক কৈছোঁ মই। এই এনেকুৱানো নিৰ্লজ্জ ল'ৰা-ছোৱালী থাকেনে বাৰু? এহাল ল'ৰা-ছোৱালী, বুজিছ? একেবাৰে সম্ভ্ৰান্ত ঘৰৰ। ছোৱালীজনীৰ বাপেক হেনো ডাঙৰ ইঞ্জিনীয়াৰ। ল'ৰাৰ বাপেক হেনো ডাক্তৰ। ল'ৰা মুছলমান। ছোৱালী বামুণ। দুয়ো কলেজলৈ আহি দুপৰীয়া বাৰ বজাৰ আগৰ পৰাই হোটেলত সোমাল। সেই যে সোমাল, বুজিছ? চাৰি বজালৈকে ওলাই নাহিল। যেতিয়া ওলাই আহিল, সিহঁতৰ পিছে পিছে ৮/১০ খন মান মটৰ-বাইক। ফ্লাইঅ'ভাৰৰ সেইখিনি পাওঁতেই সিহঁত দুয়োকো তিনিওফালৰ পৰা ঘেৰাও কৰি ধৰিলে— মানে সেই মটৰ-বাইকেৰে পিছ লোৱা দাদাকেইজনে। মজাৰ কথাটো হ'ল এই যে চোৰ ধৰিবলৈ যোৱা পুলিচৰূপী সেই দাদাবোৰৰ অন্ততঃ তিনিজনৰ মটৰ-বাইকৰ পিছত লগৰী। সিহঁতো কলেজৰেই ছাত্ৰ-ছাত্ৰী।

যিহওক, দাদাবোৰে সেই প্ৰেমিক-প্ৰেমিকাহালক অনুসৰণ কৰি আহি সেইখিনিতে সিহঁত দুয়োকো নমালে। তাৰ পাছত হোটেলৰ ৰুমত চাৰিঘন্টা সময় কেনেকৈ কটালে সেই সম্পৰ্কে মুখৰোচক কথাৰে আমোদ উপভোগ কৰিলে আৰু পুলিচ থানালৈ নি ডাক্তৰৰ দ্বাৰা দুয়োকে পৰীক্ষা কৰাব বুলি এজনে নিজৰ মোবাইকত বহুৱাবলৈ টনা-আজোৰা কৰিলে। তেতিয়া প্ৰেমিক যুৱকে কি কৰিলে জান? পকেটৰপৰা পিষ্টল উলিয়াই সেইজনক একেবাৰে প্ৰাণে মাৰিবলৈকে পিষ্টলটো বুকুলৈ টোঁৱালে!

তেতিয়াই আৰম্ভ হ'ল নাটকখন। সেইকেইজনে প্ৰেমিকক গৰা মাৰি ধৰি তাৰ পিষ্টলটো কাঢ়ি ল'লে আৰু এনেকৈ পিটিলে যে সেইজন সিপৰীয়া হ'ব বুলি মোৰ ভয় লাগি গ'ল। ইতিমধ্যে সেইখিনিত দৰ্শকৰ ভিৰ হ'ল, ট্ৰেফিক জেম হ'ল। আৰু যে কত কি নহ'ল! বুজিছ, বহুবল্কী! কি যে সাংঘাতিক অৱস্থা! '

ইফালে উৰাবাতৰি ওলাল, বোলে মুছলমান ল'ৰাই হিন্দু ছোৱালীৰ ইজ্জত লুটিছে। চাৰিওফালে উত্তেজনা। উপায় নাপাই মই ম'বাইল ফোনেৰে থানাত খবৰ জনালোঁ। পুলিচ-মিলিটাৰী আহিল। এইবাৰ কথা আৰু বিষম হ'ল। ওচৰতে থকা মদৰ দোকান দুখনৰ পৰা ১০/১২জন মান আন দাদা আহি পুলিচক প্ৰত্যাহ্বান জনালে।

"কিয়? পুলিচক প্ৰত্যাহ্বান জনাবলৈ কি আছে?" মই সুধিলোঁ।

"ৰবি না। মাজতে তই পেক্ পেকৃখন কৰি ডিছটাৰ্ব কৰি নাথাকিবিচোন? মইকৈ গৈছো নহয়? তই শুনি যা। তেতিয়া অসম পুলিচ আৰু চি. আৰ. পিয়ে লাঠী চালনা কৰি কাৰোবাৰ মূৰ ভাঙিলে, কাৰোবাৰ হাত-ভৰি ভাঙিলে। পুলিচ-মিলিটাৰী আহি পোৱাৰ আগতে সিহঁতে সেই হিৰোইনজনীকো একেবাৰে নগুৰ শাস্তিখন দিলে। বুজিছ বহুবল্কী। সেই স্বল্প-বস্ত্ৰ পৰিহিতা প্ৰেমিকাজনীৰ ব্লাউজ আৰু পেন্টৰ বেয়া ঠাইত কোনোবাই কেচিৰে কাটি বখলিয়াই পেলালে। তাৰ উপৰি নানান অবাইচ বিশেষণেৰে গালি-গালজ। বুজিছ, এই বয়সত সেইবোৰ কথা উচ্চাৰণ কৰাৰ কথা বাদেই, শুনিলেও লাজত মৰি যাওঁ মৰি যাওঁ লাগে।

"এতিয়া তয়েই ক' চোন, এইখন অধোগামী যুবসমাজক উদ্ধাৰ কৰিব কোনে? আচল পয়মাৰ্লখিন আৰম্ভ হ'ল— ল'ৰা-ছোৱালীহালক পুলিচ থানালৈ নিবলৈ জোৰ জুলুম কৰাত। দুজনমানে আকৌ ক'লে, "তহঁত দুয়ো বেয়া কাম কৰিছ। তহঁতক এতিয়া ডাক্তৰৰ দ্বাৰা পৰীক্ষা কৰাম।" পৰীক্ষাৰ মাচুল, পুলিচৰ ফিজ আৰু অন্যান্য যাৱতীয় খৰচৰ বাবদ পইচা দিবলৈ সিহঁত দুয়োকে জোৰ-জুলুম কৰিলে। তই আচৰিত হ'বি। ল'ৰাটোৱে হাতত থকা নগদ পাঁচশ টকা উলিয়াই দিলে।

"এইবোৰেই হ'ল আজিৰ কলেজৰ ছাত্ৰ-ছাত্ৰী। এতিয়া দেখিলি? কলেজৰ ছাত্ৰ মদৰ দোকানৰ পৰা ওলাই আহিল, হোটেলত হনিমুন, হাতত পিষ্টল, বেগত নোটৰ বান্দিল। এয়া অধঃপতন নহয় কি, অ' বহুবল্কী?

ঘিণাইৰ কথাত অলপো আচৰিত নহৈ মই নিজৰ মনতে আকৌ এবাৰ কথাখিনি জুকিয়াই চালোঁ। মোৰ বাবে এইবোৰ নিজ চকুৰে দেখি থকা নিত্য-নৈমিত্তিক ঘটনা। মাত্ৰ পাঁচটা দশকৰ ব্যৱধানে সমাজখনৰ সকলো ওলট-পালট কৰিলে। আজিকালিৰ কলেজৰ ছাত্ৰ-ছাত্ৰীৰ কথা বাদেই, স্কুলৰ চতুৰ্থ-পঞ্চম শ্ৰেণীত পঢ়া ল'ৰা-ছোৱালীৰ হাততো একোটা ম'বাইল ফোন। ৰিক্সাত, ফুটপাথত, চিটিবাছত, মোবাইকত উঠি ফুৰা ল'ৰা-ছোৱালী ম'বাইল ফোনত কথা পতাত ব্যস্ত। কাৰ লগত, কি বিষয়ত, কি কথা পাতি, কি সমস্যাৰ নো সমাধান কৰে, তাক ঈশ্বৰ প্ৰভুৱেও জনাৰ সাধ্য নাই। মাক-বাপেকক যদি এই বিষয়ে সোধা হয়, তেন্তে উত্তৰ পোৱাৰ আশা নাই। কিন্তু ম'বাইল ফোন কিনি দিয়াত, ম'বাইল ফোনৰ শকত বিল দিয়াত

আপত্তি নাই আৰু ইমান শকত বিল এখন কেনেকৈ হ'বলৈ পালে তাৰো ব্যাখ্যা লোবাৰ তেওঁলোকৰ সাহস বা প্ৰয়োজন নাই। ম'বাইল ফোন, মোবাইক-স্কুটাৰ কিনাৰ বাবে পিছদুৱাৰেদি ঘটা ধনৰ টোপোলাৰে নিজৰ সন্তানক জীৱন উপভোগ কৰাৰ সুযোগ দি পিতৃ-মাতৃয়ে নতুন প্ৰজন্মক ধ্বংস কৰি গৌৰব কৰাৰ যুগ আহিছে। আজিকালি বয়-ফ্ৰেণ্ড, গাৰ্ল-ফ্ৰেণ্ডৰ যুগ। পশ্চিমীয়া সংস্কৃতিক সাবটি লোবাৰ যুগ। নিজৰ ছোৱালীজনীক আধুনিকা সজাবলৈ মাতৃয়ে নিজেও স্বল্প-বস্ত্ৰ পৰিহিতা আধুনিকা সাজি গৌৰব কৰা আৰু জীৱন ভুৰি ভুৰি উপভোগ কৰাৰ যুগ।

"আধুনিকা সাজিবলৈ বা সজাবলৈ ক'লা ধনৰ অভাৱ নাই। উচ্চপদস্থ স্বামীক ফৰমাছ বা আলটিমেটাম দিলেই হ'ল। এনেকুৱা মাতৃয়ে নিজৰ কন্যাক শাসন কৰাৰ সাহস পাব ক'ত? ক'লা ধনৰ বানপানীত গা ধোৱা পিতৃয়ে পুত্ৰক নিয়ন্ত্ৰণ-অনুশাসন কৰিব কোনখন নীতিশাস্ত্ৰৰ বলত?

"কলেজলৈ ওলাই গৈ ল'ৰা-ছোৱালী কোন হোটেল বা চিনেমা হলত ঘন্টাবোৰ কটাই ঘৰলৈ উভতিল, তাৰ ব্যাখ্যা লোবাৰ কেইজন পিতৃ বা কেইজনী মাতৃয়ে প্ৰয়োজনবোধ কৰে? এইসকল কলেজৰ ছাত্ৰ-ছাত্ৰীয়ে কলেজৰ শ্ৰেণীত পাঠ শিকাৰ সময়তে হোটেল-চিনেমা হলত বয় ফ্ৰেণ্ড-গাৰ্ল ফ্ৰেণ্ডৰ সুখময় সময় উপভোগ কৰোঁতে পাঠ শিকাৰ সময় আৰু ধাউতি হেৰুৱায়। পৰীক্ষাত পাছ কৰিবলৈ পঢ়াৰ কাম নাই। নকল কৰিলেই পাছ কৰিব পাৰি। ধৰা পৰিলে নকল ধৰা শিক্ষক-গুৰুক ছুৰিকাঘাত বা লপা-থপা কৰি জীৱনৰ ধমকি দিয়াটো নিয়ম। নতুবা ক'ৰবাৰ পৰা 'আউট' হোৱা পৰীক্ষাৰ প্ৰশ্ন কাকত কিনিও পাছ কৰিব পাৰি। যিসকল ছাত্ৰৰ মাক-বাপেকে পুত্ৰক গাৰ্ল ফ্ৰেণ্ডক হোটেলত খুওৱা বা চিনেমাত খৰচ কৰাৰ বাবে পইচা দিব নোৱাৰে, সেইসকলৰ বহুতে নহ'লেও একাংশই, হয়তো পকেট মাৰ, জুৱাৰীলৈ পৰ্যবসিত হয়। নতুবা, ভুৱা পুলিচ অফিচাৰ বা আলফাৰ বেশত হয়তো ধন আদায়ো কৰে। গতিকে সমাজখন যে জহন্নামে গ'ল, তাত কোনো সন্দেহ নাই অ' ঘিণাই," মই ক'লোঁ।

"হেৰি নহয়, বহুবল্কী! তই অকল ল'ৰাবোৰকে দোষ দিলে নহ'ব। ছোৱালীবিলাকো এই ক্ষেত্ৰত পিছ পৰি থকা নাই। বুজিছ নে নাই? মানে তৰ্জুত জুখিলে ৫০:৫০।

"মই ছোৱালী পিছ পৰি থকা বুলি কোৱা নাই। ছোৱালীৰ সহযোগ-সমৰ্থন নহ'লে এই বয়ফ্ৰেণ্ড-গাৰ্লফ্ৰেণ্ডৰ নাটকবোৰ অভিনীত হ'ব কেনেকৈ? কিছু ক্ষেত্ৰত ছোৱালীবোৰে হয়তো ল'ৰাকো চেৰ পেলাইছে। দেহৰ প্ৰতিটো অংগ ভাঁজ প্ৰকট হোৱাকৈ পিন্ধা জিনৰ লংপেন্ট, উৰ্দ্ধদেশৰ মুকলি প্ৰদৰ্শন, মিনিস্কাৰ্ট, নাক-কাণৰ য'তে-ত'তে ফুটা কৰি অলংকাৰৰ নামত এসোপা কিবা ওলোমাই সৃষ্টিৰ বিৰুদ্ধে

কৰা আচৰণ, বিউটি পার্লাৰলৈ গৈ পুৰুষক প্রলুব্ধ আৰু আমন্ত্রণ কৰিব পৰাৰ জোখাৰে মেক-আপ কৰাৰ দৌৰ, ল'ৰাৰ স্কুটাৰ-মোবাইকৰ পিছত উঠি, মুখত চিগাৰেট লোৱাৰ দৃশ্য— এই সকলোবোৰ এতিয়া আধুনিকা সাজিবলৈ যোৱা যুৱতীসকলৰ এক নৱলব্ধ সংস্কৃতিত পৰিণত হৈছে।

"কথা হ'ল এনে আধুনিকাৰ আখৰা কৰিবলৈ পইচা আহে ক'ৰ পৰা? যেতিয়ালৈ দেহৰ সৌন্দর্য থাকে তেতিয়ালৈ খৰিদ্দাৰ আৰু পইচাৰ অভাৱ নাই। আজিকালি হেনো, বিউটি পার্লাৰ কিছুমানত পুৰুষ-যুৱতীৰ মিলনৰ ব্যৱস্থাও আছে। কিছুমান কলেজত পঢ়া সুন্দৰীয়ে হেনো পাৰ্ট টাইম 'কল গাৰ্ল'ৰ কাম কৰে। তাৰ বাবে বিউটি পার্লাৰ, হোটেলত ব্যৱস্থা আছে। দালালেই সকলো ব্যৱস্থা কৰে। এনেকৈয়ে দুই এগৰাকী যুৱতী গণধৰ্ষণৰ বলি হোৱাৰ নজিৰো আছে।

"অলপতে ষ্টাৰ টিভিত কলেজত পঢ়া সুন্দৰী যুৱতীসকলে পঞ্চতাৰকাযুক্ত হোটেলত কেনেকৈ কলগাৰ্লৰ ভূমিকা লয়, তাৰ এটি জীৱন্ত বিৱৰণী দিছে। নামবোৰ সলাই, চেহেৰাবোৰ ধৰিব নোৱাৰা কৰি ভালে কেইগৰাকী সুন্দৰীয়ে, ইয়াৰে দুই এগৰাকীয়ে আনকি কথাছবি অভিনেত্ৰীৰ লেখীয়া গাভৰুৱে, এনিশাত ৫৫,০০০-৬০,০০০ টকা ঘটাৰ ব্যভিচাৰ দৰ্শকৰ বাবে উন্মুক্ত কৰিছে। টি.ভি. শ্বোত দেখুওৱা মতে, এটা সম্ভ্ৰান্ত পৰিয়ালত মাক-জীয়েক উভয়ে বেলেগে বেলেগে এনে ব্যৱসায় কৰে। কিন্তু উভয়ে উভয়ৰ কথা জানে। যি আধুনিকা মাক নিজেই দুষ্কৰ্মত জড়িত সেই আধুনিকা মাকে নিজৰ বিপথগাৰ্মী দুহিতাক শাসন বা বাৰণ কৰিব কোনটো নাকেৰে? যি স্বামী নিজে পৰস্ত্ৰীগামী, দুৰ্নীতিপৰায়ণ সেই স্বামীয়ে স্ত্ৰীক শাসন কৰিব কেনেকৈ?

"ষ্টাৰ টিভিত দেখুওৱা ঘটনাবোৰ অসমৰ বাহিৰৰ। কিন্তু অসমতো এনে ঘটনা ঘটি আছে। এনে বিপথগামী যুৱক-যুৱতীক পুলিচে এইখন গুৱাহাটীতে গ্ৰেপ্তাৰ কৰি জেইল হাজতত ৰখা বা জেৰা কৰি জামিনত এৰি দিয়াৰ ঘটনা কাগজে পত্ৰই প্ৰকাশ পাই আছে।

"এতেকে আজিৰ প্ৰজন্ম যদি অধঃপতনে গৈছে বা বিপথগামী হৈছে, তেন্তে তাৰ বাবে অকল যুৱ-প্ৰজন্মক দোষ দি আমি নিজে ধোৱা তুলসীৰ পাত হ'বলৈ যোৱাটো হ'ব ভণ্ডামিৰ চূড়ান্ত। আজিৰ যুৱ-প্ৰজন্ম যি দুষ্কৰ্ম, ব্যভিচাৰত লিপ্ত হৈছে, সেইবোৰ আমাৰ প্ৰজন্মৰ পৰা পোৱা শিক্ষা বা দীক্ষাহে। শিক্ষকে প্ৰশ্নকাকত নেবেচিলে, ছাত্ৰ-ছাত্ৰীয়ে কিনিব পাৰিবনে? শিক্ষকে টিউচনৰ ধান্দা বাদ দি ছাত্ৰ-ছাত্ৰীক আকৰ্ষণ কৰিব পৰাকৈ পাঠদান কৰিলে ছাত্ৰ-ছাত্ৰী নিজৰ কেৰিয়াৰৰ কথা বিসৰ্জন দি হোটেল-চিনেমা হল, বিউটি পার্লাৰত মুকলিভাৱে বেপেৰোৱা হৈ ঘূৰি ফুৰিব পাৰে নে?", মই ক'লোঁ।

"আৰু এটা কথা কওঁ, বহুবল্কী। এই যে ম'বাইলৰ কথা কৈছ, হেৰি, তাত কিবা বোলে পৰ্ণগ্ৰাফীৰো কথা আছে হয় নে?", খিলাইৰ প্ৰশ্ন।

"আজিকালি ম'বাইলত সমস্ত পৃথিৱীখন বোলে ধৰি ৰাখিব পাৰি। তাত হেনো ভি ডি অ' কেমেৰা, এম. এম. এছ, এছ. এম. এছ— সকলো ব্যৱস্থা আছে। সেইবোৰত হেনো নাৰীৰ উলংগ ৰূপ, যুৱক-যুৱতী, পুৰুষ-মহিলাৰ যৌনকৰ্মও প্ৰদৰ্শন কৰা হয়। সেয়ে, আজিকালি ধনী মানুহৰ ল'ৰা-ছোৱালীয়ে এইবোৰ দামী ম'বাইল ফোন কিনে আৰু লগতে জহন্নামে যোৱাৰ লাইচেঞ্চখনৰো গৰাকী হৈ এই অন্ধকাৰ জগতখনলৈ নিজকে ঠেলি নিয়াত ইন্ধন যোগায়", মই ক'লোঁ।

"তেনেহ'লে, বহুবল্কী! অসম চৰকাৰে এইবোৰ ম'বাইল ফোনৰ বিক্ৰী অসমৰ সকলো ঠাইতে বন্ধ কৰি নিদিয়ে কিয়?"

"বন্ধ কৰিব নোৱাৰে। বোধকৰোঁ, আইনো নাই। আইন থাকিলেও বন্ধ নকৰে। কিয়নো এইবোৰ বন্ধ কৰা মানে পুলিচে হাতৰ কুঠাৰ ভৰিত মৰা হ'ব। যিখন চৰকাৰে চহৰে-নগৰে, গাঁৱে-ভূঞে, অলিয়ে-গলিয়ে মদৰ দোকান খুলি যুৱ-প্ৰজন্মক মদৰ বন্যাত ডুবিবলৈ এৰি দি ৰাজহৰ নামত এটা প্ৰজন্মকে ধ্বংস কৰিব পাৰে, সেইখন চৰকাৰে ম'বাইল ফোনৰ বিক্ৰী বা যৌনতাৰ প্ৰদৰ্শন বন্ধ কৰিব কিহৰ দৰ্কাৰত?

"আৰু শুন! এইখন গুৱাহাটী মহানগৰীৰ বুকুতেই যৌন-উত্তেজক ছবিসহ অশ্লীল কিতাপৰ ৰমৰমীয়া চোৰাং ব্যৱসায় চলি আছে-- পুলিচ-হাকিমৰ আশীৰ্বাদতে। ৰাইজৰ চকুত ধূলি মাৰিবলৈ ক'ৰবাত এজন দুজনক পুলিচে গ্ৰেপ্তাৰ কৰে। কিন্তু পাছ মুহূৰ্তত পইচা লৈ এৰিও দিয়ে। তই ভাবি চা চোন? চৰকাৰে ৰাজহৰ নামত হাজাৰ হাজাৰ মদৰ দোকানৰ পাৰ্মিট দি যুৱ প্ৰজন্মক তিলতিলকৈ হত্যা কৰিব লাগিছে। কিন্তু কোটি কোটি টকাৰ কৰ ফাঁকি দিয়া সকলৰ পৰা প্ৰাপ্য ৰাজহ আদায় কৰাৰ নাম নাই। পোৱা ধন ন'লৈ ৰাজহৰ নামত এটা প্ৰজন্মক ধংস কৰাৰ বাবে চৰকাৰৰ কি অধিকাৰ আছে অ'? তেন্তে যুৱ প্ৰজন্মক ধ্বংস কৰিছে কোনে? সমাজখনে, পিতৃ-মাতৃয়ে, চৰকাৰে।

"চৰকাৰক ৰাজহ কিয় লাগে? ৰাইজৰ কল্যাণৰ বাবে নহয়, সেই ৰাজহ আত্মসাৎ কৰিবলৈহে। এফালে সমাজখন এইদৰে শোষিত-প্ৰৱঞ্চিত; আৰু আনফালে যুৱ প্ৰজন্ম বিধ্বস্ত। এইখন গুৱাহাটীৰ বুকুত স্কুলীয়া ছাত্ৰই সহপাঠীক হত্যা কৰিছে। এইখন গুৱাহাটী মহানগৰীতে বহুতো যুৱতী, মহিলা ধৰ্ষিতা, গণ-ধৰ্ষিতা, অপহৃতা আৰু নিহত হৈছে। নৈতিকতা, অনুশাসনৰ ঠাই লৈছে অপৰাধ, উচ্ছৃংখলতা আৰু নানান দুষ্কৃতিয়ে। এই যুৱ চামেই এদিন সমাজৰ ধৰণী হ'ব। ভাবি চা চোন। সেইখন সমাজৰ ৰূপটো কেনে কুৎচ হ'ব?

"বহুবক্তী আৰু এটা সাংঘাতিক যুব প্ৰজন্ম ধ্বংসৰ কাৰবাৰ সংগোপনে চলি আছে। ইয়াত নিশ্চয় পুলিচ-প্ৰশাসনৰ আশীৰ্বাদ আছে। এই কিবাবোলে ড্ৰাগছ নে সেই জাতীয় কিবা এবিধ বিষাক্ত দ্ৰব্য। সেইবোৰ দ্ৰব্য পাণদোকান, মনোহাৰী দোকান, ফাৰ্মাচী আদিত হেনো বিক্ৰী হয়। আজিৰ ফুলকুমলীয়া ল'ৰা-ছোৱালীৰ অধিকাংশই হেনো এইবিধ ৰাগিয়াল দ্ৰব্যত আসক্ত হৈছে। চিগাৰেট, বিড়ি আৰু পুৰীয়াবোৰত হেনো পোৱা যায় এইবিধ বিষাক্ত দ্ৰব্য। সেইবোৰ খালে হেনো স্নায়ুবোৰ বিধ্বস্ত হৈ এসময়ত সেৱকসকল পংগু হৈ পৰে। এনেকৈয়ে যুৱ প্ৰজন্মক তিলতিলকৈ ধ্বংসৰ পথলৈ সমাজখনে ঠেলি নিছে। হয়নে নহয়?"

"আচলতে সেইবোৰ এতিয়া সচৰাচৰ, নিত্য-নৈমিত্তিক ঘটনাত পৰিণত হৈছে। হিৰ'ইন, ক'কেইনৰ দৰে এই বিষাক্ত দ্ৰব্যবোৰেও সেৱকক চিৰকাললৈ আসক্ত কৰি ৰাখে। এই নতুন দ্ৰব্যবোৰ হেনো কিছুমান মণিপুৰৰ পৰা অহা গাভৰুৱে যোগান ধৰে। প্ৰথমতে ফুলকুমলীয়া ল'ৰাবোৰক এই গাভৰুসকলে যৌন আকৰ্ষণৰ দ্বাৰা প্ৰলুব্ধ কৰে। পাছত এই দ্ৰব্যৰ ব্যৱসায়িক জালখন পেলাই শিকলি যুৱ-ড্ৰাগছ সেৱকৰ সৃষ্টি কৰে। এইবোৰ কুকৰ্মৰ কথা পুলিচ প্ৰশাসন, নেতা-বুদ্ধিজীৱীকে ধৰি সকলোৱে জানে। কিন্তু সকলো ন্যস্ত স্বাৰ্থ পূৰণত মত্ত হৈ জাতি ধ্বংস, যুৱ প্ৰজন্ম ধ্বংসৰ মহাপাপত নিৰ্বিকাৰ নিমজ্জিত হৈছে। আত্মঘাতী অসমীয়াক তেনেহ'লে উদ্ধাৰ কৰিব কোনে?"

"আজিকালি বোলে আৰু এটা সাংঘাতিক ঘটনা হ'ব ধৰিছে। বুজিছ নে নাই? আলফাই বোলে সৰু সৰু স্কুলৰ ল'ৰাবোৰক পইচা দি বোমাৰ বিস্ফোৰক দ্ৰব্য কঢ়িওৱাত নিয়োগ কৰিছে। অলপতে আলফাৰ এনে বিস্ফোৰক দ্ৰব্য কঢ়িওৱা সৰু ল'ৰা এটা নিজৰ হাতৰ বোমা ফুটি বোলে মৰিল। এইটো বাৰু কম দুখৰ কথানে? আলফাই নিজে ধ্বংস হৈ ক্ষান্ত থকা নাই। জাতিটোকে ধ্বংস কৰিবলৈ ওলাইছে।"

"আৰু কিছুমান মনকৰিবলগীয়া কথা। তয়ো নিশ্চয় মন কৰিছ। এই যে ৰাস্তাই-ঘাটে এই ল'ৰাবোৰৰ আচৰণ চাবিচোন! একেবাৰে অভাষ্য-অশ্লীল কথা। নিজৰ ছোৱালী-ভনীজনীক লগত লৈ তই ৰাস্তাৰে বা ফুটপাথেৰে খোজকঢ়াটো এক ভীষণ লজ্জাজনক কথা হৈছে। এই যে কিবাবোলে আমাৰ এক শ্ৰেণীৰ পাবত গজা বুদ্ধিজীৱী আছে? এওঁলোকে সমাজৰ সন্মান ডিঙি উপচাই খাইছে। কিন্তু সমাজৰ কল্যাণৰ হকেনো কি কৰিছে? এটা মস্ত ডাঙৰ ঘোঁৰাৰ ডিম্ব নহয় নে?", ঘিণাইৰ প্ৰশ্ন।

"তই ঠিকেই মন কৰিছ। আজিকালিৰ ল'ৰাবোৰে ফুটপাথেৰে আৰু ৰাস্তাৰ সোঁৱে-বাৱেঁ স্কুটাৰ-মোবাইক চলাই, মদৰ ৰাগিত কাৰোবাৰ গাড়ী-স্কুটাৰত নিজে

খুন্দিয়াই সি আন গাড়ী বা স্কুটাৰৰ মালিকক পিষ্টল দেখুৱায়। এইসকল দাদাৰ মুখত অসমীয়াৰ চিৰপৰিচিত, চিৰব্যৱহৃত সংস্কৃত শব্দ দুটামান নামাতিলে হৃদয়ত তেজ চলাচল বন্ধ হৈ যায় বুজিছ? এই সকলোবোৰ উত্তাল যৌৱনৰ ভূমিকম্প। যৌৱনকাল হ'ল নিয়ন্ত্ৰিত উপভোগেৰে জীৱন গঢ়াৰ বতৰ। এই যৌৱন এদিন গোলাপ ফুলৰ পাহি অথবা বৰ্ষাৰ বানপানীৰ দৰে শুকাই যাব। তেতিয়া এই অধঃপতিত যুৱকসকল যে ডাষ্টবিনৰ দ্ৰব্য হৈ পৰিব আৰু সমস্ত সমাজখনো যে অধঃপতনে যাব, সেই কথা কিন্তু এওঁলোকে পাহৰি গৈছে।"

"হয় অ' বহুবৰ্ণী! কিন্তু তোৰ-মোৰ যৌৱনকাল এনে নাছিল। হেৰৌ এবাৰ সেইটো ঘূৰাই পোৱাৰ বাবে তই-মই ঈশ্বৰক দৰ্খাস্ত এখনকে দিওঁ। ঈশ্বৰে যদি আমাৰ দৰ্খাস্ত কিবা কৰি মঞ্জুৰ কৰে, তেন্তে তোক কৈছোঁ নহয়, ঈশ্বৰ প্ৰভুক মই যিমান লাগে সিমান ভেটীকে দিম আৰু আজিৰ এই বিপথগামীসকলক আমি দেখুৱাই দিম— যৌৱন মানৱ জীৱনৰ কেনে এক সৰ্বোৎকৃষ্ট আশীৰ্বাদ।" •••

*অভিমত ২২ অক্টোবৰ ২০০৫*

# ৰাজপথৰ ক্ৰন্দন বাৰ্ত্তা

ৰাতিপুৱা খোজকাঢ়ি আহিয়েই মূৰৰ টেমিটো গৰম হৈ গ'ল। গৰম মানে এনেকুৱা গৰম যে ইয়াৰ উত্তাপ ১০০° ছেলছিয়াছত উঠি খোলাটো যেন বিস্ফোৰিত হৈ যাব।

নহ'বনো কিয়? গুৱাহাটীখন একেবাৰে গেলি-পচি গ'ল। কোনোফালে এটা খোজ পেলাবৰ সন্ধি নাই, চকু মেলাৰ উপায় নাই, নাকত সোপা দিয়াৰ বিকল্প নাই। ৰাতিপুৱাতে এফেৰি নিৰ্মল বায়ু সেৱন কৰোঁ বুলি গৈ কুকুৰ-মেকুৰী-গৰুৰ গেলা-পচা শৱৰ দুৰ্গন্ধ, জাবৰৰ পাহাৰ আৰু নলাৰ দুৰ্গন্ধত পেটৰ নাড়ী উলট-পালট হৈ বমি কৰিবলগীয়া অৱস্থা হয়।

অকল এইখিনিয়ে নে? এফালে বাছ-ট্ৰাকৰ এখনে আনখনক চেৰ পেলাই আগবঢ়াৰ তীব্ৰ প্ৰতিযোগিতাত জীৱন বিপৰ্যস্ত, পেঁত-পেঁত, ভেঁট-ভেঁট হৰ্ণ-পেঁপাৰ শব্দত কাণ কলা, ক'লা ধোঁৱাৰ প্ৰদূষণত শ্বাস বন্ধ আৰু পেট পূৰ্ণ, ৰাস্তাত শাৰী শাৰীকৈ পাৰ্ক কৰা চিটিবাছ-ট্ৰাকৰ হেণ্ডিমেনে নলাৰ পৰা উঠাই অনা পানীৰ বাল্টি দলি মাৰি গাড়ী ধোৱাৰ নামত পদযাত্ৰীৰ দেহা-পোছাক নষ্ট, কুকুৰৰ পায়খানা, হোটেলৰ উচ্ছিষ্ট বিচাৰি মানুহৰূপী শগুণৰ উপদ্ৰৱ— এই আটাইবোৰ মিলি গুৱাহাটী মহানগৰী নৰককুণ্ডত পৰিণত হৈছে।

এই নৰককুণ্ডৰ সৃষ্টি কোনে কৰিছে? আমি নৰকবাসী সকলেই ইয়াৰ সৃষ্টি কৰিছোঁ। এৰা, সভ্যতাৰ মুখা পিন্ধা, শিক্ষা-সংস্কৃতিৰ ছাব মৰা আমি বাসিন্দাবৃন্দই নানান দুষ্কৰ্ম-অপকৰ্মত লিপ্ত হৈ গুৱাহাটী মহানগৰীক মৃত্যুশয্যাত শুৱাই থৈছোঁ। কেলঢোপ-কেলঢোপকৈ জীয়াই থকা গুৱাহাটীক এই কৰ্কট-এইড্ছ ৰোগৰ পৰা ৰক্ষা কৰাৰ ঔষধ-চিকিৎসা-চিকিৎসক একেবাৰে নাই।

সভ্যতাৰ মুখা পিন্ধা আদিম বৰ্বৰতাৰ অন্ধকাৰত ভ্ৰমৰত আমি যুক্তি, আইন-কানুন কবৰ দি, ন্যায়-অন্যায়ৰ কথা পাহৰি উন্মাদ হৈছোঁ আনক মাৰি নিজে তৰাৰ বাসনাত। দোষী-অপৰাধীক ৰাইজৰ আদালতত শাস্তি দিয়াৰ সামৰ্থ্যও নাই। এই অচল-জীৱনৰ কিবা প্ৰয়োজন বুলি মই আৱেগ জৰ্জৰিত হ'লোঁ। সেয়ে, বিষয়টোৰ ওপৰত গভীৰভাৱে আলোচনা কৰিবলৈ মেললৈ মোৰ সকলো সংগীকে চমন কৰি আনিলোঁ। ঘিণাই, ভোদাই, সোণাই, মেমেৰা, লেঙেৰা আটায়ে হাজিৰ হ'ল।

"কি অ' বহুবল্কী। তই দেখোন আজি আদালতৰ গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰা দি আমাক ধৰাই আনিলি? ক'ত কি অঘটনখন ঘটালিনো? তই আকৌ লাগ-বান্ধ নোহোৱাকৈ কথা কৈ ফুৰা মানুহ। বৰ ভয় খালোঁ অ', কিজানি কোনোবাই লাঠী-যাঠি লৈ তোৰ দেহাটোকে অশুচি কৰি পেলালে? উশাহবন্ধ কৰি দৌৰি আহিছোঁ। পাছে, আগতে অলপ চাহৰ অৰ্ডাৰ দে", নহ'লে যে মেল নজমিব? হয়নে?", মেমেৰাই ক'লে। বাকীবোৰেও হয়ভৰ দিলে।

"চাহ খাবি বাৰু। কিন্তু বিনিময়ত তহঁতৰ প্ৰত্যেকে গুৱাহাটীৰ ৰাস্তাৰ বিষয়ে একোখন সৰু ৰচনা লিখিব লাগিব", মই ক'লোঁ।

"সেইটোনো কি ডাঙৰ কথা অ' বহুবল্কী? আমি সদায় নিজ চকুৰে দেখি অহা গেলা পচা জাবৰৰ দম আৰু জৰাজীৰ্ণ ৰাস্তা-ঘাটৰ ৰূপটো চকুৰ আগত ভাহি আছে। বোলো

'বাৰ মাহৰ তেৰ গীত লওৰে গণিয়া
তাকে বৰ্ণাই কান্দে মধুমতী কইনা'

বুলি কথা এফাকি আছে জানই নহয়? সেইবোৰ পাপ কথা শুনিলে বুকু ভাঙি পৰে, চকুৰ পানী সৰে, বুজিছ? আমি প্ৰত্যেকে কৈ যাওঁ। তই শুনি যা", ভোদায়ে ক'লে।

"ৰ'বি, ৰ'বি। মই আগতে কওঁ। তোৰটো পাছলৈ থৈ দে", মেমেৰাই ক'লে। "শুনি যাবি দেই। সেই ওচৰৰে পুলিচ থানাখন দেখিছ নহয়? কিবা বোলে, সেই গীতানগৰ নে কি পুলিচ থানাৰ কথা কৈছোঁ। হঠাৎ মই সেই পিনেদি আহি দেখিলোঁ, ৰাস্তাত দুমাইলমান দীঘল ট্ৰাকৰ লাইন। শেষৰ ট্ৰাকখনৰ ড্ৰাইভাৰক সুধি গম পালোঁ, থানাৰ দাৰোগা-পুলিচবোৰে ট্ৰাক চেক কৰাৰ নামত প্ৰতিখন ট্ৰাকৰ পৰা পাঁচশ টকাকৈ বিচাৰিছে। যিয়ে দিব পাৰিছে, তাক যাব দিছে। যিয়ে দিয়া নাই, হেঁৰৌ, কালিৰ পৰা ট্ৰাক জব্দ।"

"অলপ আগুৱাই আহি দেখিলোঁ, এজন পুলিচে ট্ৰাকৰ ড্ৰাইভাৰজনক টানি বাহিৰলৈ আনি লাঠীৰে মূৰত কোবাই তেজ উলিয়াই দিলে অ', বহুবল্কী। এয়া পাপ কৰ্ম নহয় কি? ৰাস্তাৰ মাজতে ট্ৰাকৰ লাইন। ৰাস্তা ব্লক হৈ কি হ'ল জান? ট্ৰেফিক জেম! এনেতে সেইফালেদি অহা ম'বাইক আৰু মাৰুতি গাড়ীৰ সংঘৰ্ষ-দুৰ্ঘটনা। ম'বাইকৰ দাদাজনৰ মূৰ ফালি এতিয়া হাস্পতালত। তেন্তে, ইয়াৰ বাবে দায়ী কোন? পুলিচ হয়নে নহয়? মানে তোৰ ৰক্ষকেই ভক্ষক।

"আৰু শুন। পুলিচে পইচা লোৱা কায়দাটো জাননে? ড্ৰাইভাৰ তললৈ নামি আহি নোটকেইখনমান পুলিচৰ ভৰিৰ ওচৰত পেলাই দিব। পুলিচে সেইখিনি বুটজোতা পিন্ধা ভৰিৰে গচকি ধৰিব। আৰু অলপ পাছত ইফালে-সিফালে চাই

নোটখিনি পকেটস্থ কৰিব। কোনো কোনোৱে আকৌ ড্ৰাইভাৰলৈ লাঠীডাল আগবাই দিয়ে। ড্ৰাইভাৰে লাঠীৰ ফুটাত নোটখিনি ভৰাই দিয়ে। বছ। পুলিচৰ কাম হৈ গ'ল। কোনেও নাজানিলেও। কি সুন্দৰ কায়দা, দেখিলি। কিন্তু গাড়ী ৰখাই পইচা আদায় কৰি যে পুলিচে ৰাস্তাত ট্ৰেফিক জেম, দুৰ্ঘটনা কৰিলে, তাৰ বিচাৰ কোনে কৰিব? এই দুৰ্নীতি পাপ কৰ্মৰ বাবে চৰকাৰে শাস্তি নিদিলেও ঈশ্বৰে ইহঁতক শাস্তি নিদিবনে বাৰু?"

"ধেৎ কি বাজে কথাবোৰ কৈ সময় নষ্ট কৰি আছ, অ', মেমেৰা? পুলিচে ট্ৰাক ৰখাই, ড্ৰাইভাৰক মুৰ ফটোৱা বা টকা লোৱা সেইবোৰ কথা ঈশ্বৰ প্ৰভুৱে কিয় চাই থাকিব? বাৰু সেইটো বেলেগ কথা। কিন্তু পুলিচে সেইবোৰ কাম পেটৰ দায়তহে কৰে? সেইবোৰ দুৰ্নীতি সকলোৱে কৰে। পুলিচে কৰিলেনো কি মহাভাৰতখন অশুদ্ধ হ'ল? সেই দুৰ্ভোগখিনি হ'ল ড্ৰাইভাৰবোৰৰ দুৰ্ভাগ্য। পুলিচে ট্ৰাক ৰখালেই কিবা যান-জট হয়নে? বেমাৰ হৈছে কৰ্কট, তই দৰৱ দিছ পানী লগাৰ, ভোদায়ে ক'লে। এতিয়া মই কওঁ, শুন":

"জাননে, যান-জট কিয় হয়? গুৱাহাটীত দুজনকৈ ডি.টি অ' আছে, মুঠ মিলি দিনে কমেও ৫০/৬০খন যান-বাহন পঞ্জীয়ন হ'লে বছৰ দিনত কিমান হয় হিচাপ কৰাচোন? ৩৬৫×ধৰ৫০=১৮,২৫০ খন? ৰাস্তা হ'ল কোটিকলীয়া। তদুপৰি ভগা-ছিগা, খলা-বমাবোৰ আছেই। যি ৰাস্তাৰে দুখন গাড়ী অহা-যোৱা কৰিব পাৰে, সেই ৰাস্তাৰে চাৰি-ছখনকৈ গাড়ী-ম'বাইক, ৰিক্সা, অটৰিক্সা, চাইকেল আৰু মানুহৰ চলাচল ঘটে।

"তাতে মানুহবোৰক সকলোকে লাগে আগতে যাব। লাইন, অনুশাসন বুলি কথা নাই। বহুতো ৰাস্তাৰ ডিভাইদাৰ বুলিও ব্যৱস্থা নাই। উপপথবোৰেদি মূল ৰাস্তালৈ গাড়ী সোমোৱাৰ উপায় নাই। ৰাস্তাৰে মানুহ পাৰ হোৱাৰ সাধ্য নাই। দুৰ্ঘটনাৰ অন্ত নাই। মানুহ-গৰু মৰাৰ সীমা সংখ্যা নাই। এইবোৰ ঘটনা ঘটি থকা কোনে নাজানে?

"এতিয়া কথা হ'ল, ৰাস্তা নোহোৱা চহৰখনলৈ এনেকৈ যদি বছৰত ওঠৰ-বিছ হাজাৰ নতুন নতুন গাড়ী চলিবলৈ লাগে, তেন্তে গাড়ী-মটৰ চলাচল বন্ধ হ'ব আৰু নহ'ব? কিন্তু এনেকৈ কিমান দিন চলিব পাৰিব?

"এইবাবেই অফিচত সময় মতে গৈ পোৱাৰ এতিয়া উপায় নাই, ডাক্তৰৰ চেম্বাৰলৈ বা হাস্পতাল, নাৰ্ছিংহোমলৈ সময়ত গৈ পোৱাটো অসম্ভৱ কথা। মিটিঙৰ কথাটো বাৰু নধৰোঁ। মিটিঙবোৰ এনেও সময়ত নহয়। সময় ধৰি দিব এটা মানুহ আহিব এঘণ্টাৰ পিছত। সময়মতে মিটিং নহয় বুলি জানিয়েই সকলোৱে পলমকৈ অহাটো নিয়ম।

"সেয়ে, মই এটা সিদ্ধান্ত কৰিছোঁ। প্ৰথমতে ৪০-৫০ হাজাৰ মানুহ গোটাই এই ডি.টি.অ' দুজনক ঘেৰাও কৰোঁ। সিহঁতে হেনো দালালৰ জৰিয়তে বা পোনপটীয়াকৈ প্ৰতিখন যান-বাহনতেই দেয় ভেটীৰ পৰিমাণ বান্ধি দিছে। বাছ, ট্ৰাক, ব'লেৰো, স্ক'ৰপিঅ', মাৰুতি, মোবাইক সকলোৰে বাবে একোটা 'ৰেট' ধৰা আছে। টকাৰ লোভত দিনে-নিশাই গাড়ী পঞ্জীয়ন কৰাত দুয়োজন ডি.টি.অ'ৰে হেনো প্ৰতিযোগিতা।

"কিন্তু ইমানবোৰ গাড়ী চলাবলৈ কাৰ বাপেকেনো ৰাস্তা বান্ধি থৈছে, তাৰ বিচাৰ কৰাৰ কাৰো দৰ্কাৰ নাই। অকল ডি.টি.অ'ক ঘেৰাও কৰিলে নহ'ব। আচল মানে মূল অপৰাধী হ'ল মন্ত্ৰী, মুইখ মন্ত্ৰী। মন্ত্ৰীয়ে এই অনিয়ম কৰিবলৈ নিৰ্দেশ দিলে ডি.টি.অ'ই কি কৰিব পাৰে? বাধা নিষেধ পালন কৰাৰ নীতি নিৰ্ধাৰণ কৰিলে, ডি.টি.অ'ই নমনাৰ সাধ্য আছেনে?

গতিকে, গোটেই গুৱাহাটীবাসীক একলগ কৰি ডি.টি.অ', এম.ভি.আই, দালালবোৰ আৰু মন্ত্ৰী মুইখ মন্ত্ৰীক আমি ঘেৰাও কৰোঁ। মানে আজিয়েই ঘেৰাও কাৰ্যসূচী কৰোঁ। হয় গুৱাহাটীত নতুন গাড়ী পঞ্জীয়ন সীমিত বা বন্ধ কৰক, নতুবা নতুন ৰাস্তা নিৰ্মাণ কৰক, নহ'লে এনেকৈ জধে-মধে গাড়ীৰ পঞ্জীয়ন কৰা বন্ধ কৰক। নহ'লে মন্ত্ৰী-মুইখ মন্ত্ৰীয়ে পদত্যাগ কৰক", ভোদায়ে ক'লে।

দেখিছোঁ, মেমেৰা আজি বেছ গৰম। সিও ভোদাইৰ লগত যোগ দি ক'লে;

'এৰা, ডি.টি.অ', এম.ভি আটাইবোৰে, দালালৰ পৰা টকা খাব আৰু ৰাইজক এনেকৈ হাৰাশাস্তি কৰিব। সেইটো নহ'ব। আমি এতিয়া এটা "গুৱাহাটী সুৰক্ষা সেনা বাহিনী" গঠন কৰোঁ। বিষয়া নেতাই পইচা খাই গাড়ী পঞ্জীয়ন কৰা বন্ধ নকৰিলে পদত্যাগ কৰাৰ বাবে আমি তেৰাসৱক বাধ্য কৰিম।"

ঘিণাই আৰু লঙেৰায়ো গৰ্জি উঠিল। "আৰু শুন। পদত্যাগৰ পিছত সিহঁতৰ জীনা হাৰাম কৰি দিম, বাপেকে।"

"হে'ৰৌ মেমেৰা, ঘিণাইহঁত। তহঁতে কথাবোৰ ইমান পাতলকৈ নক'বি। ডি.টি.অ', এম.ভি.আই, মন্ত্ৰীয়ে পইচা খোৱা বুলি এনেকৈ বদনাম ৰটি ফুৰিলে তহঁতে জেইলৰ ভাত খাবি। নেদেখা বা প্ৰমাণ নথকা কথা ক'ব নাপায়। এইখন জীৱন্ত সমাজ। গাড়ী কিনা বন্ধ কৰিবি কি কৰি? সকলোকে গুৱাহাটীলৈ আহিবলৈ লাগে। চাকৰি-বাকৰি, ব্যৱসায়-বাণিজ্য কৰাৰ সুবিধা ইয়াত আছে। খাল-বিল, পাহাৰ-পৰ্বতত মাটি সিচঁৰতি হৈ আছে। আকাশলংঘী অট্টালিকা সজা বিল্ডাৰ আছে। মাটি নহ'লেও শূন্যত ঘৰ বান্ধিব পৰা ব্যৱস্থা আছে। সেইবোৰ অট্টালিকাত থুপ খাই থকা ভব্য-গব্য, ধনী-মানী লোকসকলে গাড়ী নহ'লে চলিব কেনেকৈ?

"গুৱাহাটীৰ বুকুত ওপঙি থকা হাজাৰ হাজাৰ বাসিন্দাসকলৰ উত্তগুলিৰ

বাবেই আজি ৰাস্তাৰ কাষৰ চৰকাৰী মাটি বেদখল কৰাৰ উপৰি ৰাস্তাৰ ওপৰত ঘৰ বা দোকান ঘৰো সাজিবলগীয়া হৈছে। উচ্ছেদৰ ব্যৱস্থা ল'বলৈ গ'লেই গোষ্ঠীগত, সংখ্যালঘুৰ অস্ত্ৰপাট মাৰি ভোট নিদিয়াৰ হুংকাৰ। তেন্তে গগৈহঁতৰ দোষেই বা ক'ত? গুৱাহাটীখন কিবা তেওঁলোকে পৰিকল্পনা কৰি নিৰ্মাণ কৰিছেনে? এই অনিয়ম এই বেদখল সদায় চলি আহিছে, সদায় চলি যাব। ইয়াক ৰুধিব কোনে?” মই ক'লোঁ।

“কি বাজে কথা কব অ', বহুবক্তী? গুৱাহাটীলৈ মানুহৰ প্ৰব্ৰজন ঘটিছে, ঘটক। কিন্তু সেইবুলি পাহাৰ ধ্বংস কৰি, খাল-বিল চৰকাৰী মাটি বেদখল কৰি ঘৰ বন্ধাৰ অনুমতি দিব কিয়? জীৱটোৰ শক্তি অনুযায়ীহে ভাৰৰ ওজন দাঙিব? ধৰ. গুৱাহাটীও এটা নিৰ্জীৱ জীৱ। এই জীৱটোৰ ওপৰত এনেকৈ দিনে-নিশাই জনসংখ্যা-কংক্ৰিটৰ পাহাৰ উঠাই দিলে, সি এদিন নমৰিবনে? কোনোবা আহিছে আহক। গুৱাহাটীৰ আশে-পাশে ঘৰ বান্ধি থাকক। চহৰলৈ নিয়মীয়াকৈ অহাৰ বাবে মটৰ-গাড়ী, ৰে'ল-গাড়ী, ৰাস্তাৰ ব্যৱস্থা কৰক, মেমেৰাই ক'লে।

অসমৰ কোনখন জিলাৰ কোনজন মানুহ গুৱাহাটীলৈ আহিব নোখোজে, তই কচোন মোক? কিন্তু সেই বুলিয়ে গুৱাহাটীখন এইদৰে অচল কৰি পেলাব দিব পাৰি নেকি? চৰকাৰ এখন আছে কিয়? এইবোৰ কথা চাব নোবাৰে নেকি? মই কৈছোঁ নহয়, মই আজিয়েই পাচুগোপাল বৰুৱা, নিলয় দত্ত উকীলৰ ওচৰলৈ গৈ মুইখ মন্ত্ৰী, যান-বাহন মন্ত্ৰী আৰু কিবা বোলে, তোৰ হিমন্ত বিশ্ব বুলি এজন জোৱান 'উপ-মুখ্য·মন্ত্ৰী' যে ওলাইছে— কৰ্তব্য অৱহেলা কৰি গুৱাহাটীবাসীৰ জীৱন অচল কৰাৰ বাবে, মানে গুৱাহাটীক কবৰ দিয়াৰ যো-জা কৰাৰ বাবে এইসবক জেইলৰ ভাত খুৱাইহে এৰিম। আৰু তই যে কৈছ, ভেটী খোৱাৰ কথা? তাৰ ক'ত প্ৰমাণ থাকে অ'?” এইবাৰ সোণায়ে গৰ্জন কৰি উঠিল।

মই দেখিলোঁ, ইহঁতৰ কথাবোৰ একেবাৰে দলিয়াই পেলাব নোৱাৰি। বাহুল্য নিশ্চয় আছে, কিন্তু যুক্তিও আছে। ধৰক, ৰাজগড়ৰ ৰাস্তাটোৰ কথা। কোনোবা এজন 'ডেয়াৰ-ডেভিল' জীৱই ৰাস্তাৰ আধা অংশতেই ঘৰ এটা বান্ধি পেলালে। কিন্তু উপায়ুক্ত, পৌৰনিগমে বেদখল উচ্ছেদ কৰিলে জানো? ৰাস্তাৰ ওপৰত ঘৰ বন্ধাৰ অনুমতি কোনে দিলে? গুৱাহাটীখনক নৰককুণ্ডত পৰিণত কৰাত, চৰকাৰৰ সকলো বিভাগৰ, সকলো কৰ্তৃপক্ষৰ পূৰ্ণ অৰিহণা আছে।

ধৰক, পৌৰনিগমৰ কথাই। বাসিন্দাসকলৰ তেজক পানী কৰি অৰ্জা পইচাখিনিৰ পৰা নিগমে কাবুলীৰ দৰে খাজনা-কৰ আদায় কৰি নিব। কিন্তু নলা চাফা কৰাৰ কোনো ব্যৱস্থা নাই। ফুটপাথৰ মেনহ'ল বন্ধ কৰাৰ বা ৰাস্তা মেৰামতি কৰাৰ কোনো মতলব নাই। পানী যোগানৰ খবৰ নাই।

নগৰ-পৰিকল্পনা বিভাগে পৰিকল্পনাৰ নাম-গোন্ধ নুশুনাকৈ জধে-মধে ঘৰ

বন্ধাত সহায় কৰিলে। খাল-বিল পোত গ'ল। পাহাৰ-পৰ্বত ভৰ্ত্তি হ'ল। কানীয়া অসমীয়াসকলে নিজৰ কাম কৰি নাখাই গুৱাহাটীৰ বুকুত আঢ়ৈ লাখ বাংলাদেশীও থাপিলে। ফলত গুৱাহাটীত লেতেৰা অঞ্চল বিস্তাৰিত হ'ল। কিন্তু এই লেতেৰা অঞ্চলবোৰ গঢ়াত বাধা দিয়াত বা গঢ়াৰ পাছতো ভাঙি দিয়াৰ কৰ্তব্য চৰকাৰী পক্ষই কৰা নাই। ফলত গুৱাহাটী এজাক বৰষুণতে বানপানীৰ সাগৰ হয়। বাসিন্দাৰ বেমাৰ-আজাৰ হয়।

ডাক্তৰ বা প্ৰদূষণ নিয়ন্ত্ৰণৰ কথাই ধৰক। অলপতে কেব্‌ল টিভিৰ 'আজটক' চেনেলত দেখিলোঁ— দেশৰ ভিতৰত গুৱাহাটীখনেই আটাইতকৈ প্ৰদূষিত চহৰ। এৰা তো। ৰাস্তাৰ গেলা জাবৰৰ পাহাৰ, তেল শোধানাগাৰ-উদ্যোগৰ আবৰ্জনা, বাছ-ট্ৰাকৰ পৰা বিস্ফোৰিত ক'লা ধোঁৱাত ৰাস্তা-ঘাট অন্ধকাৰ, কুকুৰ-মেকুৰীৰ গেলা শৱৰ দুৰ্গন্ধ— এইবোৰ সকলো প্ৰদূষণ নিয়ন্ত্ৰণ কৰ্তৃপক্ষৰ কৃতিত্ব। দোষ দিব কাক?

তথাপি সিহঁতক ক'লোঁ, "বোলো— হে'ৰৌ সভাসদৰ সদস্যবৰ্গ! বহুবক্তীৰ কথা অমৃত সমান, সেহি কথা মাথোঁ শুনে পূণ্যবান।' তহঁতেও শুন। তহঁত এক চকুৰা হ'লে নহ'ব। তহঁতে কেবল চৰকাৰ-পৌৰনিগমৰ দোষহে দেখ। কিন্তু মই দিনে-ৰাতিয়ে যে গুৱাহাটীখনক গেলাই-পচাই নৰককুণ্ডত পৰিণত কৰিছে, সেই কথা নকৱ কিয়?

"ধৰ, নলাৰ কথাই। পানী নিৰ্গত হোৱাৰ বাবেহে নলা লাগে? কিন্তু তই মই সভ্যতাৰ সাজ পিন্ধা মানুহবোৰে দেখোন নলাত জাবৰ-জোঁথৰ পেলাই নলা বন্ধ নকৰিলে চকুত টোপনি নাহে, ভাত পেটলৈ নাযায়? নলাত আবৰ্জনা পেলোৱাটো আমাৰ তেজত আছে। আবৰ্জনাবোৰ নিজৰ বাৰীত পুতি থৈ বা আন ধৰণে নিস্পত্তি কৰাৰ ব্যৱস্থা কোনে কৰিছে? নলা বন্ধ আমি কৰি থাকিম আৰু পৌৰ নিগমে চাফা কৰি যাব, এয়া কিবা কথা হ'ল নেকি? এইটো জানো সম্ভৱ?

"ৰাস্তাত ভগা-ছিগা হ'লেও ডাষ্টবিন আছে। কিন্তু কেইজনে সেই ডাষ্টবিনত জাবৰ জমা কৰে? ৰাস্তাত-নলাত জাবৰৰ দ'ম জমা কৰা দেখা নাই জানো? ডাষ্টবিনৰ জাবৰ-জোঁথৰত পেলনীয়া কাগজ-বটল বিচৰা বাংলাদেশীয়ে সেইবোৰ সিঁচৰতি কৰি দুৰ্গন্ধ বিয়পাইছে। সেইপিনেদি খোজ কঢ়া আমাৰ দৰে ভদ্ৰলোকসকলে এবাৰ হুকা-বাধা কৰিছোঁনে?

"ধৰ, ৰাস্তাত গৰু-কুকুৰৰ শৱ এটা গেলি-পচি দুৰ্গন্ধ বিয়পাইছে। কিন্তু পৌৰ নিগম কৰ্তৃপক্ষক আমি কেতিয়াবা টেলিফোন এটা কৰি খবৰটো দি উঠাই নিয়াৰ দাবী কৰিছোঁনে? ৰাস্তাৰ লাইট নজ্বলিলে কেতিয়াবা বিজুলী অফিচত এটা টেলিফোন কৰিছোঁ নে? অথচ অন্ধকাৰ ৰাস্তাত বা পদপথত এন্ধাৰত খোজ কঢ়াৰ বিপদৰ কথা

আমি কোনে নাজানো?

"আমাৰ ভদ্ৰলোক ভদ্ৰমহিলাসকলে ৰাতিপুৱা নোদোকা কুকুৰ দুটাকৈ ৰাস্তাত মেলি দি পদযাত্ৰীক ভয়গ্ৰস্ত  কৰে। কিন্তু কুকুৰ পোহাৰ আভিজাত্যত গা-ধোৱা সৰৰ নিজৰ কুকুৰক ৰাস্তাত শিকলি লগোবাৰ জ্ঞান আছেনে? ইংৰাজী নামত মতা, ইংৰাজীতে কথা-কোৱা, কুকুৰক ৰাস্তাত কোনে হগুৱায়? নলাত, ৰাস্তাত আমাৰ দৰে ভদ্ৰলোকসকলে পেচাব-পায়খানা কৰোঁ। বিবাহভৱন সাজি আমি ৰমৰমীয়া ব্যৱসায় কৰিছোঁ। কিন্তু এই ভৱন হোটেলৰ উচ্ছিষ্ট, অৱশিষ্ট খাদ্য, প্লাষ্টিক, গছপাতৰ প্লেট-গিলাচ আদি সোপাকে পেলাই ৰাস্তা দুৰ্গন্ধময় কৰা নাইনে? বাৰীৰ গছৰ ডাল, সীমাৰ 'হেজ্জ' কাটি ৰাস্তাত তই মই পেলোৱা নাইনে?

নিজৰ সীমাৰ দেৱালখন দুই ইঞ্চি হ'লেও আগুৱাই দি ৰাস্তাৰ কাষত শিল, ইটা-বাঁহৰ দম কৰি তই মই ৰাস্তা অচল কৰা নাইনে? ৰাস্তাত বাছ পাৰ্কিং কৰাসকল নাগৰিক নহয়নে? নাগৰিক হিচাপে আমাৰ কেইজনৰ পৌৰ জ্ঞান আছে? কেইজনে এই দায়িত্ব পালন কৰিছোঁ? নিজৰ চহৰখন চাফ-চিকুণকৈ ৰখাৰ নাগৰিকসকলৰ দায়িত্ব নাই নেকি? মুঠৰ ওপৰত আমি সভ্যতাৰ সাজ-পোছাক পিন্ধা অসভ্য নাগৰিক। অকল চৰকাৰ বা পৌৰ নিগম নহয়, নাগৰিক সকলো গুৱাহাটীক হত্যা কৰাৰ বাবে সমানে দায়ী।" ৰাজপথৰ বিননি কোনে শুনিব?, মই ক'লোঁ।

ইমান সময় নিতাল মাৰি শুনি থকা সোণায়ে ক'লে, "হে'ৰৌ বহুবল্কী। যি দেখিছোঁ, এইবোৰৰ বাবে অযথা চকুপানী টুকি লাভ নাই। মুঠৰ ওপৰত আমি সভ্যতাৰ মুখা পিন্ধা মানুহ ৰূপী দুঠেঙীয়া জন্তু। মানে নকলী অৰ্থাৎ ভেঁজাল জন্তু। সেয়ে, মই এটা সিদ্ধান্ত কৰিছোঁ। আমি পৌৰ নিগম, অসম চৰকাৰ-আটায়ে লগলাগি গুৱাহাটী মহানগৰীক লেতেৰা প্ৰদূষিত জৰাজীৰ্ণ চহৰলৈ পৰ্যবসিত কৰিছোঁ। মানে মৃত্যু মুখত পেলাইছোঁ। ৰাজপথৰ নীৰৱ ক্ৰন্দন-বেদনা কোনোবাই শুনিছেনে? কোনোবাই এই মৃত্যু বেদনা অনুভৱ কৰিছে নে? নাই কৰা। কৰিব নোৱাৰোঁ। কিয়নো আমি সভ্যতাৰ মুখা পিন্ধা এটা নিলৰ্জ্জ অসভ্য জাতি। সেয়ে মই এটা কথা ভাবিছোঁ। আমি গুৱাহাটীৰ ওঠৰ লাখ বাসিন্দাৰ চহী গোটাই এখন ঈশ্বৰলৈ দৰ্খাস্ত দিওঁ, বোলে মানৱ জীৱনে আমাক আমুৱালে বা নুসুজিলে, ছাৰ। অৰ্ধজন্তু হৈয়ো জন্তু-জানোৱাৰৰ পূৰ্ণ আৰামটো পোৱা নহ'ল। গতিকে ঈশ্বৰ প্ৰভুৱে আমাক দয়া কৰি আমাৰ দৰ্খাস্ত মঞ্জুৰ কৰক। বোলোঁ আমি যেন অৰ্দ্ধ জন্তুৰ পৰা এবাৰ পূৰ্ণ জন্তুলৈ উন্নীত হওঁ। হাঃ হাঃ হাঃ কেনে, পালি বহুবল্কী?"•••

*অভিমত ২৯ অক্টোবৰ ২০০৫*

# অথ গৃহ কন্দল সংবাদ

আজিকালি বস্তু-বাহানিৰ যিহে জুই-ছাই দাম হৈছে..... স্বামী-গৃহিণী উভয়ে চাকৰি বা আন কিবা ধান্দা নকৰিলে চলাই টান হৈ পৰিছে। অকল চাউল-দাইল, শাক-পাচলি, মাছ-মাংস-কণীৰেই নহয়, চুলি কটা, ধোবাৰ ঘৰত কাপোৰ ইস্ত্রি, গেছৰ চিলিণ্ডাৰ, পেট্ৰল, কেৰাচনি, বিজুলীকে সামৰি এনে এপদ বস্তু নাই, যাৰ দাম বিগত দহটা বছৰৰ ভিতৰত অন্ততঃ দহগুণ বঢ়া নাই। ফলত মতা মানুহজনৰ চাকৰিৰ দৰমহাৰে ঘৰ-সংসাৰ চলোৱাটো প্ৰায় চন্দ্ৰলৈ যোৱাৰ টিকট কিনাৰ দৰে অসম্ভৱ হৈ পৰিছে।

অৱশ্যে ইয়াত খাঁটি দৰমহাৰ পইচা অৰ্থাৎ, কপালৰ ঘাম মাটিত পেলাই মাহেকৰ মূৰত পোৱা, দৰমহাৰ কথাহে কোৱা হৈছে। যিসকল ইঞ্জিনিয়াৰ-প্ৰশাসকে ক্ষমতাৰ অপব্যৱহাৰ কৰি ঠিকা-ঠুকুলি আবন্টন কৰোঁতে ঠিকাদাৰৰ ভাগীদাৰ হৈ ক'লা ধনৰ পাহাৰ গঢ়ে অথবা, যিসকল কেৰেণী-বৰবাবুৱে টেবুলৰ তলেৰে আৱেদনৰ তলত গাঁথি দিয়া নোট নহ'লে বা দাবী কৰা মতে ভেটী নিদিলে ৰাইজলৈ চকু মেলি চোৱাৰ সময় বা সংস্কৃতি নাই, তেওঁলোকৰ কথা ইয়াত কোৱা নাই।

নিশ্চয়, সেই শ্ৰেণীৰ ভেটীখোৰ, ক'লা ধনৰ গৰাকী তথা ক্ষমতাশালী লোকবো ধন-বিতৰ পয়োভৰত কেতিয়াবা জীৱন দুৰ্বিষহ হৈ পৰে। যেনে এইসকল ক'লা ধনেৰে গঢ়া অগাধ সম্পত্তিৰ গৰাকীয়ে চি বি আই, ভিজিলেঞ্চ আৰু আয়কৰ কৰ্তৃপক্ষৰ ভয়ত ৰক্তচাপ বৃদ্ধি, ডায়েবেটিছ, হাৰ্ট এটাক' আদি গুৰুতৰ ৰোগত ভুগি সম্পত্তি ভোগ কৰিব নোৱাৰাৰ অৱস্থাও হয়। কোনোৱে বা ভাই-ভতিজা, বন্ধু, ইষ্ট-কুটুম্বৰ নামত (বেনামী) সম্পত্তি কিনি পাছত ব্ৰহ্মা ঠগন খাই হাৰ্টফেইলো কৰে। আজিৰ আলোচনাৰ বিষয় সেইবোৰ নহয়।

আজিৰ বিষয় হৈছে আৰ্থিক দুৰৱস্থা বা নিয়ন্ত্ৰণ-বহিৰ্ভূত পৰিস্থিতিয়ে কেনেকৈ ঘৰুৱা শান্তি-শৃংখলা ব্যাহত কৰিব পাৰে, বিশেষকৈ ঘৰৰ গৃহিণীজনীয়ে যেতিয়া মুকলি পৰিৱেশত বিচৰণ কৰিবলৈ অথবা ঘৰুৱা অভাৱ-অনাটন পূৰণ কৰিবলৈ বুলি ঘৰখন নিয়াৰিকৈ চলোৱাৰ পৰিৱৰ্তে ঘৰৰ বাহিৰ ওলাই গৈ চাকৰি বা আন কিবা ধান্দা কৰাৰ বাবে বাধ্য বা ইচ্ছুক হয় আৰু ফল স্বৰূপে ঘৰত নানান আহুকালৰ সৃষ্টি হয়, সেই কথাহে। পিছে, শ্ৰদ্ধেয় পাঠক! আজিৰ আমাৰ মেলখন

এনেবোৰ সমস্যা লৈয়েই বেছ জমি গ'ল। শুনকচোন!

"হেৰৌ বহুবক্ষী! এই যে সৰুতে আমি কিবা 'হোম ছুইট হোম.....' বুলি ইংৰাজী কবিতা এটা পঢ়িছিলোঁ, তোৰ মনত আছে নহয়? বুজিছ, একেবাৰে সেয়া মিছা কথা। সৰুৰে পৰা আজিলৈকে বিশ্বাস কৰি আহিছিলোঁ যে নিজৰ ঘৰখনৰ সমান মধুৰ, সুখ-শান্তিৰ ঠাই এইখন পৃথিৱীত আৰু ক'তো নাই। কিন্তু কথাষাৰ যে মিছা, সেই কথা আজিহে বুজিলোঁ। এতিয়া মই সাত পুৰুষৰ নামত শপত খাই তোক ক'ব পাৰোঁ যে ঘৰখনৰ সমান অশান্তিৰ ঠাই আন ক'তোৱেই নাই", মেমেৰাই উত্তেজিত কণ্ঠত কথাখিনি একে উশাহতে কৈ গ'ল।

তাৰ যে আজি গৃহিণীৰ লগত এখন ৰাম-ৰাৱণৰ যুদ্ধ লাগি গ'ল, সেই কথা মোৰ বুজিবলৈ বাকী নৰ'ল। সেয়ে মই তাক পোনে পোনে সুধিলোঁ, "আজিৰ তোৰ গৃহযুদ্ধখন বেছ ডাঙৰকৈ লাগি গ'ল হ'বলা, হয়নে মেমেৰা?"

"ডাঙৰ মানে? ডাঙৰ হ'ব আৰু নহ'ব? দুপৰীয়াখন দোকানৰ পৰা আহি ভোকৰ ভাতসাঁজ যদি তোৰ গৃহিণীয়ে ৰন্ধা নাই বুলি কয়, তেন্তে খংহে নে? আৰু কত কি কাণ্ড ঘটি যাব পাৰে, কোনে জানে? হেৰৌ। গেছ নাই যদি আগতে অনাৰ ব্যৱস্থা কৰিব লাগে নে নালাগে? ঘৰৰ মানুহজনীয়ে আগতীয়াকৈ জনালেহে গেছ আনিব পাৰি? তাকে নকৰি যদি 'চিলিণ্ডাৰত গেছ নাথাকিলে মই কেনেকৈ ভাত ৰান্ধোঁ' বুলি ওফাইদাং মৰা কথা কয়, তেন্তে কাৰ খং নুঠিব?" মেমেৰাই ক'লে।

"হেৰৌ মেমেৰা! ঘৰ-সংসাৰ কৰিছ যিহেতু এইবোৰ তিতা-কেঁহা তই ভুগিবই লাগিব। সহ্য-ধৈৰ্য্যই হ'ল গাৰ্হস্থ্য জীৱনৰ মহৌষধি। পিছে, ঘৈণীয়েৰৰ ওপৰত যে ৰবমতাটো হৈ টেটু ফালি লম্ফ-জম্ফ কৰিলি, তইনো নিজে গেছৰ চিলিণ্ডাৰটো আনি নিদিলি কিয়? তই যদি দোকানত ব্যস্ত, তোৰ ঘৈণীয়েৰো স্কুলৰ চাকৰি আৰু ল'ৰা-ছোৱালী তিনিটিৰ যত্ন লোৱাত ব্যস্ত। হাজাৰ হওক, তেৰোঁ মানুহহে?", মই তাক ঠাণ্ডা কৰিবলৈ ঘৈণীয়েকৰ হৈ মাত মাতিলোঁ।

"ধেৎ তেৰি! তই একো নজনাকৈ এনেকৈ কথা নক'বিচোন? ৰান্ধনিঘৰত কিবা মই ৰন্ধা-বঢ়া কৰোঁনে? সেইজনীয়েহে ক'ব লাগে বোলে গেছ শেষ হ'বৰ হৈছে? কিন্তু ক'ব কেনেকৈ? সেই মাষ্টৰ এজন সদায় চুপতি মাৰিবলৈ আহি সময় নাই অসময় নাই, মোৰ ঘৰত চাহ-ভাতৰ শ্ৰাদ্ধ কৰে। হেৰৌ! এটা চিলিণ্ডাৰেৰে কমেও ২০ দিন যাব লাগে। কিন্তু ১২ দিনতে যদি সেইটো শেষ হৈ গ'ল, তেন্তে ক'ব কেনেকৈ? লাভৰ মূৰত আজি ল'ৰা-ছোৱালী তিনিটাৰো পেটত বান্ধ দিয়াৰ অৱস্থা। এতিয়া যেনিবা গেছৰ দোকানীক কাবৌ-কাকুতি কৰি কোনোমতে গধূলিৰ ব্যৱস্থা কৰি আহিছোঁ। কিন্তু......"

"কিন্তু মানে, ৰ'বিচোন মই কওঁ। তই এটা কথা নাজান নেকি যে আজিকালি

গেছুৰ বিতৰকে আধাখালী গেছুৰ চিলিণ্ডাৰো বিক্ৰী কৰে? এইবোৰ নজনাকৈ নিজৰ মানুহজনীক এনেকৈ জগৰীয়া কৰিব নাপায় দেই", ঘিণায়ে ক'লে।

"শুন! তোৰ নিজৰ মানুহজনীক যদি তই বিশ্বাস কৰিব নোৱাৰ, তেন্তে সেয়া তোৰহে দুৰ্বলতা। সতীৰ্থ এজন ঘৰলৈ আহিলে গৃহিণীজনীয়ে বাৰু সোধা-পোছা নকৰিলে তোৰ ঘৰখনৰেই সন্মান নাযাব নে?", মই ক'লোঁ।

"বহুবল্লীয়ে ঠিকেই কৈছে। ঘৰৰ মানুহজনীক যিকোনো কথাতে সন্দেহ কৰিলে ঘৰৰ শান্তিৰ পৰিৱেশত জুই জ্বলিব। অৱশ্যে যুক্তি প্ৰমাণ থাকিলে বেলেগ কথা। স্বামী-স্ত্ৰীয়ে পৰস্পৰৰ মাজৰ বিশ্বাস হেৰুৱালে ঘৰখন ধ্বংস হৈ যাব পাৰে।

"মই এখন ঘৰৰ কথা জানো। অৱশ্যে তেওঁলোক সমাজৰ মুধাফুটা লোক। ধনৰ বল, বাহুবল, সামাজিক প্ৰতিপত্তি, ৰাজনৈতিক সম্বল সকলো আছে। নাই মাথোন শান্তি। গিৰিয়েক ডাঙৰ ব্যৱসায়ী। আজি দিল্লী, কালি মুম্বাই ঘূৰি দেশখন কলাথ কৰি ফুৰে। পঞ্চতাৰকাযুক্ত হোটেলত বিলাসবহুল জীৱন-যাপন কৰে। সুন্দৰী ৰমণীৰ সংগসুখত নিশা কটায়। ঘৈণীয়েকজনী দেখনিয়াৰ, সম্ভ্ৰান্ত আৰু অত্যাধুনিকা। ক'ৰবাত থিয়েটাৰ, ক'ৰবাত ক্লাব বা সংগীত চৰ্চাত ব্যস্ত। পুৰুষজনে যেতিয়া ৰমণীৰ সংগসুখত ঘৰে-বাহিৰে এনেকৈ ব্যস্ত হৈ থাকে, স্ত্ৰীগৰাকীয়ে কিয় সহ্য কৰিব, কচোন? তেৰোঁ এগৰাকী লাৱণ্যময়ী, আকৰ্ষণীয় মহিলা। তেওঁ এইদৰে অৱহেলিত হৈ জাবৰৰ দ'মত পৰি থাকিব কিয়?

"গতিকে, স্বামীৰ প্ৰতি প্ৰতিশোধ ল'বলৈ তেৰোঁ অন্য পুৰুষৰ ওচৰলৈ যাবলৈ বাধ্য হ'ল। ইফালে ঘৰত এহাল যুৱক-যুৱতী ল'ৰা-ছোৱালী আছে। টকাৰ বল আছে। ঘৰত চাকৰ-চাকৰণী, ড্ৰাইভাৰ আছে। মাক-বাপেকৰ মৰমৰ পৰা সিহঁত দুয়ো বঞ্চিত। সিহঁতক চাবলৈ মাক-দেউতাক কোনো নাই। গতিকে সিহঁতো নিয়ন্ত্ৰণৰ বাহিৰত।

ঘৰত 'মেইড'জনী' আছিল। এদিন তাইৰ গাত লেঠা হ'ল। তাই নাম ক'লে ভদ্ৰলোকৰ পুত্ৰৰ। টকা থকা মানুহ। ছোৱালীৰ মাক-বাপেকক কিছু টকা পইচা দি কোনোমতে সাৰি গ'ল। কিন্তু টকা-পইচাই সকলো সময়তে ৰক্ষা কৰিব নোৱাৰে। সেই যে ছোৱালীজনী? কি হ'ল জান? ড্ৰাইভাৰজনৰ লগত পলাই যে গ'ল একেবাৰে গ'ল। এতিয়া চা! সেইঘৰ মানুহৰ বাৰু কিবা শান্তি থাকিব পাৰেনে?", ঘিণায়ে ক'লে।

সোণায়ে কথাবোৰ একান্ত মনে শুনাৰ পাছত ক'লে, "সেইবোৰ তথাকথিত সম্ভ্ৰান্ত পৰিয়ালৰ কথা বেলেগ অ', ঘিণাই। তই নুবুজাকৈ কথা নক'বিচোন? সেইবোৰ ভেটীখোৰ, ক'লা ধনৰ গৰাকী, আধুনিক পৰিয়ালৰ সহজাত পৰম্পৰা। কথা ক'ব লাগে সৰ্বসাধাৰণ পৰিয়ালৰ। দৈনন্দিন জীৱনত ঘটি থকা কথা। ধৰ,

তোৰ মোৰ দৰে পিতৃ-মাতৃৰ প্ৰধান কৰ্তব্য হ'ল ল'ৰা-ছোৱালীক শিক্ষা-দীক্ষা দিয়া। দীক্ষা বোলোতে মই সংস্কৃত আচৰণৰ কথাও কৈছোঁ। নিজৰ সন্তানে ঘৰত নিয়মীয়াকৈ পঢ়া-শুনা কৰিছে নে নাই, স্কুললৈ সময় মতে গৈছে নে নাই, স্কুলত বা স্কুলৰ বাহিৰত বা ঘৰত ল'ৰাটোৰ সংগ কোন, ইত্যাদি কথাৰ প্ৰতি যদি মাক-বাপেকে কাণসাৰ নিদিয়ে, তেওঁলোকনো কিহৰ মাক-বাপেক হ'ল অ'?" সোণায়ে বিজ্ঞ ব্যক্তিৰ দৰে ভাষণ এটা দিলে আৰু লগতে সংযোজন কৰিলে, "ঘৰখন এৰি দি মাক-বাপেকে এনেকৈ ধন-ৰোমাঞ্চৰ ধান্দা কৰি ফুৰিলে এইবোৰ অঘটন নঘটি কি ঘটিব?"

সোণাইৰ কথাত সহমত প্ৰকাশ কৰি মেমেৰাই ক'লে, "সোণায়ে ঠিকেই কৈছে। হেৰৌ। মোৰ চুবুৰীয়া মানুহ এঘৰৰ কথাকে কওঁ, শুন। মানুহঘৰৰ দুজনী গাভৰু ছোৱালী আৰু এটা ল'ৰা। হাইস্কুলত পঢ়া ল'ৰা এটাক হেৰৌ ম'বাইল ফোন, ম'বাইক দিব লাগে কিয় অ'? সি স্কুললৈ যাওঁ বুলি গাৰ্লফ্ৰেইণ্ডক ম'বাইকৰ পিছত তুলি ক'ৰবাত পিক্‌নিক খাবলৈ যায়।

"এদিনাখন এজন মানুহক সি উত্তাল হৈ ম'বাইকেৰে খুন্দিয়ালে। বাটৰ মানুহ দুজনমানে তাক ধৰিবলৈ যাওঁতে এজনক চুৰি মাৰি সি পলাল। পুলিচ ঘৰলৈ আহিল। মাক-বাপেকে পুলিচক টকা খুৱাই কেছ লিপা-পোঁচা কৰি থ'লে। ওচৰৰ মানুহক কয় বোলে সেইজন মানুহ মদ খাই ঢলং-পলংকৈ ম'বাইকৰ আগত পৰিছিলহি। তেওঁৰ ল'ৰা বুলিহে সি কোনোমতে বাচিল।

"ল'ৰাটো ল'ৰাই। ছোৱালী দুজনীও আধুনিকাৰ ড্ৰেছ পিন্ধি ঘূৰি ফুৰে নতুন নতুন বয়ফ্ৰেইণ্ডৰ লগত। মাকজনী আকৌ মাষ্টৰণী! সেইজনী মাকে স্কুলৰ ল'ৰা-ছোৱালীক কি নীতি-শিক্ষা দিব ভাবি চা চোন এবাৰ তহঁতে? মাক মাষ্টৰণী, বাপেক ইঞ্জিনীয়াৰ। দুয়োৰে ঘৰখনতকৈ অসৎ ধান্দাৰ অধিক আকৰ্ষণ। তেন্তে, এইবোৰ অঘটন নঘটিবনে?

ইমান সময়ে নিমাত হৈ শুনি থকা ভোদায়ে ক'লে, "এনে কিছুমান 'ইন্টাৰেষ্টিং' কথা ময়ো জানো। মানে এহাল গিৰিয়েক-ঘৈণীয়েকৰ কথা। সেইঘৰৰ আকৌ মাইকীজনীয়েহে মতাটোক চলায়। কোনোবাই কলিং বে'ল টিপিলে, ঘৈণীয়েকজনীয়ে চিঞৰি চিঞৰি গিৰিয়েকক ক'ব, "হেৰা! বাহিৰত কোনোবাই বে'ল টিপি আছে শুনা নাইনে? জিণ্টী-সোণটিহঁতৰ পঢ়াত "ডিষ্টাৰ্ব" হয় যে নাজানা নেকি? চোৱাচোন, অসময়ত কোনেনো এনেকৈ বাৰে বাৰে বে'ল টিপি মৰিবলৈ আহিছে?" 'ভদ্ৰলোকে বাহিৰলৈ গৈ দেখে যে তেওঁৰে এসময়ৰ 'বছ' হৰিহৰ কলিতাই তেখেতৰ ছোৱালীৰ বিয়ালৈ মাতিবলৈ আহিছে। মানুহজনৰ একেবাৰে লাজত মৰি যাওঁ মৰি যাওঁ অৱস্থা হ'ল আৰু বাহিৰতে বিয়াৰ নিমন্ত্ৰণী

চিঠিখন দি গুচি গ'ল। উভতি যাওঁতে এনে ষ্টেগুৰ্ড নোহোৱা মানুহক বিয়ালৈ নিজে মাতিবলৈ অহাৰ বাবেও অনুতপ্ত হ'ল।

আন এদিন শ্ৰাদ্ধলৈ মাতিবলৈ অহা মানুহো এক অস্বস্তিত পৰিছিল। মানুহে, হ'ল বুলি সাধাৰণ শিষ্টাচাৰকণ শিকিব লাগে দে চোন? সেই মহিলাজনীয়ে আকৌ গিৰিয়েকক টেলিফোন ছুবই নিদিয়ে। কয়, 'তুমি নালাগে, মই টেলিফোন ধৰিবলৈ আহিছোঁ নহয়?' কাৰণটো বুজিলি নে? গিৰিয়েকৰ ওপৰত সন্দেহ। কোনোবা মাইকী মানুহৰ টেলিফোন, মানে ক'ৰবাত গিৰিয়েকে কিবা লেটি-পেটিখন কৰিছে নেকি সেই সন্দেহ।" এই মহিলাজনীয়ে কিন্তু চাকৰি নকৰে। কৰে সমাজসেৱা। হাঃ হাঃ হাঃ ........."

"হেৰৌ মেমেৰা, সোণাই, ভোদাই ঘিণাইহঁত! এইবোৰ ঘৰুৱা কথা ক'লে পৰচৰ্চা কৰা হয়। এইবোৰ কথা কৈ কি অন্ত কৰিবি? আজিকালিৰ মহিলাসকল শিক্ষা-দীক্ষাত পুৰুষৰ সমানে আগবাঢ়িছে। কঠিন আৰ্থিক অৱস্থাই হালকে চাকৰি-বাকৰি কৰিবলৈও বাধ্য কৰিছে। তাতে নাৰীৰ অধিকাৰ সাব্যস্ত কৰাৰো যুগ আহিছে। সেয়ে গৃহিণীসকলৰ দায়িত্ব দুগুণ বাঢ়িছে।

"কিছুমানে সামাজিক কামতো ভূয়সী অৰিহণা যোগাইছে। গতিকে নাৰীক চাৰিবেৰৰ মাজত আৱদ্ধ কৰি ৰখাৰ দিন এতিয়া নাই। পুৰুষৰ সুখ-দুখ-অনুভূতি থকাৰ দৰে সেই অনুভূতি সমানে আছে নাৰীৰো। দিনৰ দিনটো চাকৰি কৰি ঘৰখনৰ এশ শতাংশ দায়িত্ব বহন কৰা এগৰাকী গৃহিণীৰ পক্ষে সম্ভৱপৰ নহয়। এই ক্ষেত্ৰত পুৰুষজনেও সহানুভূতি-সহায় আগবঢ়োৱাটো অপৰিহাৰ্য। পৰচৰ্চা, আড্ডাত সময় কটোৱাতকৈ ঘৰুৱা দিশত মনোনিবেৱশ কৰাটো কিমান সুন্দৰ কথা এবাৰ ভাবি চাচোন", মই ক'লো।

"আৰু এটা কথা। আমি সাজ-পোছাক আৰু আচৰণত পশ্চিমীয়া সংস্কৃতি অনুকৰণ কৰিছোঁ। পশ্চিমীয়া দেশত পুৰুষ স্ত্ৰীয়ে সমানে ঘৰখন চলোৱাৰ দায়িত্ব বহন কৰে। ৰান্ধনি ঘৰত ৰন্ধা-বঢ়া, বাচন-বৰ্তন ধোৱা, ঘৰ সৰা-মোচা, কাপোৰ ধোৱা, বজাৰ কৰা- সকলো ক্ষেত্ৰতে স্বামী-স্ত্ৰীয়ে সমানে দায়িত্ব লয়। কিন্তু আমাৰ অসমীয়া সমাজত কেইজন পুৰুষে স্ত্ৰীৰ বিপদ-আপদ হ'লে ভাত-চাহ কৰিবলৈ নিঃসংকোচে আগবাঢ়ি আহে নো?

"অৱশ্যে এইটো ঠিকেই যে ঘৰখন নিয়াৰিকৈ চলোৱাৰ প্ৰধান দায়িত্ব হ'ল গৃহিণীৰ। মাতৃসুলভ তথা স্ত্ৰীসুলভ গুণৰাজিৰে বিভূষিতা গৃহিণী এগৰাকীৰ বাবে ঘৰখন চাফ-চিকুণ বা পৰিপাটিকৈ সজোৱাটো যিমান সহজ আৰু সম্ভৱ, ঘৰখন পোহপাল দিয়াৰ বাবে অৰ্থ উপাৰ্জনত দায়বদ্ধ পুৰুষজনৰ বাবে সেইটো সম্ভৱপৰ নহয়। সেইদৰে মাতৃজনীয়ে নিজৰ সন্তানৰ পঢ়া-শুনাত চোকা নজৰ ৰখা, সন্তানক

সময় নাই, তেন্তে ওপৰেৰে যোৱা ৰাস্তা কনাই নল'ৱনো কিয়?

"তৰুণ গগৈ, অঞ্জন দত্তইতে দেখা নাইনে গুৱাহাটীৰ ৰাস্তা ট্ৰেফিক জেমত অচল হোৱা? হেৰৌ! তহঁতে হয় ৰাস্তা বহল কৰ, নতুবা ওপৰেদি-তলেদি যোৱা নতুন ৰাস্তা কৰ, নহ'লে সহজে কথাটোকে কৰ। মানে ৰাস্তা-ঘাট নোহোৱালৈকে নতুন গাড়ীৰ পঞ্জীয়ন বন্ধ কৰ। এতিয়া দুৰ্নীতিত ডুব গৈ, পেট্ৰল, মিঠাতেল, দৰৱ, চেনীত ভেঁজাল কৰি, বননি ধ্বংস কৰি, আঁচনিৰ ধন আত্মসাৎ কৰি, গুৱাহাটী মহানগৰীৰ মাটি বেদখল- বিক্ৰীৰ বাবে মুকলি কৰি, গুৱাহাটীক বানপানীত ডুবাই ক'লা ধন গোটোৱাসকলৰ জয় জয় ময় ময় অ' বহুৰূপী। নিৰীহ প্ৰাণীসকল তেন্তে ক'লৈ যাব? হয় নে নহয়? মই মিছা কথা কৈছোঁ নেকি বহুৰূপী?", খিলাইয়ে কৈ গ'ল।

"তই মিছা নহয়, ঠিক কথাই কৈছ। দুজনকৈ ডি টি অ' আৰু এম ভি আই নিতৌ এশখন যান-বাহন পঞ্জীয়ন কৰি আছে। তাত মন্ত্ৰী, বিধায়ক, আমোলাৰ স্বাৰ্থও আছে। স্বাৰ্থমানে তোৰ পাগৰ ধনৰ ভাগ-বতৰাৰ কথা কৈছোঁ। একোখন মটৰগাড়ী পঞ্জীয়নত যি টকা লোৱা হয়, সেইবোৰৰ প্ৰাপ্য অনুপাতত ভাগ-বতৰা হয়। ভোটৰ বিনিময়ত লাভখোৰ বেপাৰী-দালালে পাহাৰ কাটি আছে। বাসিন্দাৰ জীৱনৰ নিৰাপত্তা নাইকিয়া কৰা বিল্ডাৰসকলৰ পৰা উৎকোচ লৈ পৌৰ নিগমৰ দালাল-বিষয়া-মন্ত্ৰীসকলো ধনী হৈছে। সেইবাবেইতো কৈছোঁ, দুই-এগৰাকী সৎ চিন্তা কৰা সচেতন ব্যক্তি অতিষ্ঠ হৈ গুৱাহাটীৰ কবৰ খান্দি উচিত কথাই কৰিছে। তোৰ মনত নাইনে বাৰু যে দুবছৰ মান আগতে মাছখোৱাৰ বাইজে ৰাস্তাৰ পুখুৰীত মাছ জীয়াই চৰকাৰক উপলুঙা কৰিছিল? শৰাধৰ উদ্যোক্তাসৱে এনেকৈ কৰ্তৃপক্ষক উপলুঙা কৰি ৰাইজক সজাগ-সচেতন কৰি তোলাৰ প্ৰয়াস কৰিছে। হয়তো এইচামে গুৱাহাটীবাসীক খিকাৰ দিছে এইদৰে", মই ক'লোঁ।

"তেন্তে ঠিকেই আছে। তই-মইনো তাত যোগ নিদিওঁ কিয়?"

"তই-মই যোগ দিয়া-নিদিয়া কথাৰ গুৰুত্ব নাই। আচল কথা হ'ল, গুৱাহাটীৰ মৃত্যু আসন্ন! ইয়াক তই-মই ৰক্ষা কৰিব নোৱাৰোঁ, যেতিয়ালৈ গুৱাহাটীৰ ভব্য-গব্য কাণ্ডজ্ঞানহীন বাসিন্দাসকলৰ পৌৰজ্ঞান আৰু এগৰাকী সভ্য-সংস্কৃত নাগৰিক হিচাপে ইয়াত বাস কৰাৰ সংস্কৃত জ্ঞানৰ উদয় নহয়। গুৱাহাটী যদি আজি গেলি-পচি আসন্ন মৃত্যুত পতিত হৈছে তেন্তে তাৰ বাবে চৰকাৰ, চৰকাৰৰ বিভিন্ন কৰ্তৃপক্ষ আৰু সবাতোকৈ অধিক পৰিমাণে সভ্যতাৰ মুখাপিন্ধা আমি অসভ্য নাগৰিকসকলহে দায়ী।

"ৰবিচোন বহুৰূপী! সেই যে বাৰ্ড কমিছনাৰ নে কি এবিধ অদ্ভুত বস্তু ওলাইছে? হেৰৌ সেইবোৰ প্ৰাণীক দেখিলে তোৰ হাঁহি হাঁহি পেটৰ নাড়ী ভাল ডাল হ'ব অ'। হেৰৌ! একোজন ঘটিৰাম-বাটিৰাম, দালালো ভি আই পি লাইট লগোৱা গাড়ীত ঘূৰি ৰাইজৰ পইচাৰ শ্ৰাদ্ধ কৰা নাইনে? মানে, হবু চন্দ্ৰ ৰজাৰ গবু চন্দ্ৰ মন্ত্ৰী। কিন্তু ৰাইজে

পুতেকৰ মাজত সদায় কাজিয়া। মানে একেবাৰে সৰু-সুৰা কথাত। এদিন টিভিৰ ৰিম'টটো লৈ গিৰিয়েক-ঘৈণীয়েকৰ মাজত বিৰাট কাজিয়া। গিৰিয়েকে ক'লে ঘৈণীয়েকক, "টিভিৰ ৰিম'টটো ক'ত লুকাই লুকাই থোৱা? উলিয়াই দিয়া।" ঘৈণীয়েকে ক'লে গিৰিয়েকক, "কি লুকাই থোৱাৰ কথা কৈছাঁহে? সেইটো তুমিহে লুকাই থৈ মোক ছিৰিয়েলখন চাব নোৱৰা কৰা নাই? টিভিটো তুমিহে চাব লাগে নে? ওৰে দিনটো গেবাৰি খাটি অকণমান টিভিটো চাওঁতেও বৰ মতাটোৰ সহ্য নহয়। টিভিটো মোকহে মা-দেউতাই বিয়াৰ যৌতুকত দিছে। ইমান যদি টিভি চোৱাৰ চখ, তেন্তে নিজে এটা কিনি নোলোৱা কিয়?" এনে অপমানত গিৰিয়েকৰ অন্তৰখন ভাঙি গ'ল।

"এদিন আকৌ ককায়েক-ভনীয়েকৰ ম'বাইল ফোন লৈ ধোবাৰ-পাট কাজিয়া। ককায়েকে কয়, "তোক ম'বাইল ফোন কিয় লাগে? বয়ফ্রেণ্ডৰ লগত ঘূৰি ফুৰাৰ কথা দেউতাক কওঁ নে?" ভনীয়েকে উত্তৰ দিলে, "তইহে ক'ব পাৰ নেকি? মযো ক'ম, "তই যে বন্দনাৰ লগত সিদিনা কলেজলৈ নগৈ সোণাপুৰলৈ গৈছিলি?" সিহঁত দুয়ো ইংৰাজী মাধ্যমত পঢ়া। সিহঁতে আকৌ কাজিয়া কৰিছে ইংৰাজী ভাষাত। বুজিছ; কাষৰ মানুহৰ এইবোৰ কথাকাণ্ড দেখি-শুনি চকু কপালত উঠে। হেৰৌ! অসমীয়াত কথা ক'লে কোনখন মহাভাৰতনো অশুদ্ধ হয় অ'? তাতে বাপেকে আকৌ মিটিঙত লেকচাৰ মাৰি কয় বোলে, 'অসমীয়া ভাষাৰ উন্নতিৰ ক্ষেত্ৰত ইংৰাজী মাধ্যমৰ স্কুলবোৰ হেঙাৰ হৈছে।' ভণ্ডামিৰ মানে চূড়ান্ত, বুজিছ? কি কৰ, তই সোণাই?"

"মই একমত। আৰু কিছুমান সৰু সৰু কথা আছে। মানে পৰিপাটি-শৃংখলাৰ কথা। দৈনিক বাতৰি কাকতখন পঢ়ি উঠি একাদিক্ৰমে ভাঁজ দি ৰখা, বিছনাখন পৰিপাটিকৈ সজাই ৰখা, শেলফৰ কিতাপখিনি চিজিল কৈ ৰখা, চছমাযোৰ কলমটো ঠিক ঠাইত ৰখা, পাকঘৰৰ বস্তুখিনি মানে গেছৰ অ'ভেনটোৱে হওক বা শেলফৰ বটল-টেমাই হওক, ধূলি-মাকটি মচি ঠিক ঠাইত, চাফ-চিকুণ, চিজিলকৈ ৰাখিলেহে ঘৰখনৰ সৌন্দৰ্য্য বাঢ়ে। সেইদৰে খিৰিকীৰ আইনাৰ ধূলিখিনি মচা বা নিজে ব্যৱহাৰ কৰা বাথৰুমটো চাফ-চিকুণকৈ ৰখা বা নিজৰ পায়খানাটো নিজে চাফা কৰাৰ শিক্ষাও ল'ৰা-ছোৱালীক মাক-বাপেকেই দিব লাগে। বাথৰুম নিয়মীয়াকৈ চাফা নকৰাৰ বাবে বহুতে পিছল খাই কঁকাল-মূৰ ভাগিব, ইটোৱে সিটোক লেতেৰা কৰিছে বুলি কাজিয়া কৰিব, কিন্তু তথাপিও বাথৰুম চাফাকৈ ৰখাৰ কষ্টখিনি কৰাৰ চিন্তা নকৰে।", "তই কি কৰ, বহুবল্লী?

"তই সুন্দৰ কথা কৈছ, সোণাই মই তহঁতক আজি এজনী গৃহিণীৰ কথা ক'ম। তেওঁ সঁচা অৰ্থত আদৰ্শ গৃহিণী। উচ্চ শিক্ষিতা যদিও তেওঁ চাকৰি নকৰে।

কলেজত প্ৰফেছৰ কাম কৰিছিল। কিন্তু বিয়াৰ পাছতে চাকৰি এৰি দি এশ শতাংশ গৃহিণী হৈ পৰিয়ালৰ আৰু ওচৰ-চুবুৰীয়াৰ প্ৰশংসাৰ পাত্ৰী হৈছে। তোৰ মোৰ সময় নাযায়, ৰাতি নুপুৱায়। কিন্তু সেইজনী আদৰ্শ গৃহিণীৰ উশাহ ল'বলৈ সময় নাই। মানে ৰুটীখনত একামোৰ মাৰিও টেলিফোন ধৰে বা কলিং বে'ল বাজিলে বাহিৰলৈ ওলায়। ৰাতিপুৱাতে উঠি ঘৰ সৰা-মোচা, বিছনা সজোৱা, চোফা-চকীৰ ধূলি-মাকটি মচি কুশ্বনবোৰ ঠিক কৰা, খিৰিকীৰ আইনা মচা, পট-প্লেন্টত সাৰ পানী মিলোৱা, স্বামীক খুৱাই-বোৱাই অফিচলৈ আৰু ল'ৰা-ছোৱালীক স্কুল-কলেজলৈ পঠোৱা, বাথৰুম-পায়খানা চাফা কৰা, নিজৰ ঘৰৰ জাৱৰখিনি বাৰীৰ এচুকত পুতি থোৱাকে ধৰি এশ-এবুৰি কামত তেওঁৰ ভাত-চাহ খোৱাৰ আৰু কাজিয়া কৰাৰ সময় নাই।

সেয়ে, মানুহে যদি সোধে বোলে আপুনি চাকৰি-বাকৰি নকৰা মহিলা হৈ দিনটোৰ সময়বোৰ কেনেকৈ কটায়, তেতিয়া তেওঁ হাঁহে। সেইজনী আদৰ্শ মহিলা, খিৰিকীৰ আইনাত মাখিৰ পায়খানা অথবা ফুলৰ পাতত মহৰ কণী বিচাৰিয়েই নহয়, নিজৰ নলাত বা দুৱাৰ মুখত কুকুৰৰ পায়খানা চাফা কৰিহে শান্তি পায়," মই ক'লোঁ।

"তেন্তে আমি এইবোৰ ঘৰুৱা শিক্ষাদানৰ এখন স্কুল খুলি ব্যৱসায় এটা চলাই দিলে কেনে হয়?", সোণাই-ঘিণাইৰ প্ৰস্তাৱ। •••

*অভিমত ১০ ডিচেম্বৰ ২০০৫*

# অথ দিছপুৰ সংবাদ

"হয়নে বহুবল্কী, দিছপুৰত হেনো কালি এটা ডাঙৰ ভূমিকম্প আহি দিছপুৰখনকে একেবাৰে ওলট-পালট কৰি থৈ গ'ল?" ঘিণায়ে একপ্ৰকাৰ দৌৰি অহাদি আহি মোক সুধিলে।

"হেৰৌ! ভূমিকম্প অকল দিছপুৰলৈহে আহিবনে? আহিলে গুৱাহাটীলৈকে আহিব। আমিতো কোনো ভূমিকম্প অহা গম পোৱা নাই?, মই ক'লোঁ।

"ধেৎ তেৰি! ঐ বহুবল্কী! তই বুঢ়া হ'লিহি। কিন্তু কিছুমান সৰু কথাও তই বুজি নাপাৱ কিয় অ'? ভূমিকম্প মানে, সেই ৰিখটাৰ স্কেল'ত জোখা, মানে মাটি-ঘৰ জোকাৰি দিয়া, ভূমিকম্পৰ কথা কৈছোঁ নেকি? সেই বুকুত কঁপনি উঠা ভূমিকম্পৰ কথাহে কৈছোঁ মই?", সি ক'লে।

"পিছে, দিছপুৰৰ কোনখন বুকু কঁপিলনো? তই যে কি অদ্ভুত কথাবোৰ কব, ঘিণাই!"

"হেয়া। আকৌ সেই একেই কথা। ঐ বহুবল্কী! দিছপুৰত এখন ৰাজধানী আছে নে নাই? সেই ৰাজধানীত শাসনৰ বাঘজৰী টনা তৰুণ গগৈ চৰকাৰ এখন আছে নে? তৰুণ গগৈৰ সাংগোপাংগ মন্ত্ৰীবোৰ আছে নে নাই? তেন্তে সেইবোৰৰ বুকুত যদি কঁপনি উঠে, দিছপুৰত কঁপনি নুঠিল নে? মানে কথাবোৰ তই 'লজিকেলি' ভাবিবিচোন? হেৰৌ বহুবল্কী! দিছপুৰখনত এতিয়া বনজুই জ্বলিছে হেনো। এই মন্ত্ৰী বিধায়কৰ কিছুমানে এতিয়া এই জুইত পুৰি মৰিব লাগিছে, বাপেকে!"

"ইমানবোৰ পেঘেনীয়াব লাগিছে কিয়? একেবাৰে চিধাকৈ ক'লেনো কি হয়?", মই ক'লোঁ।

"তাকেতো কৈ আছোঁ। হেৰৌ ইজনে সিজনক লেং মৰা-মৰি, অৰিয়া অৰিত নিমজ্জিত মন্ত্ৰী সকলৰ বুকুত এতিয়া বৰভূঁইকঁপৰ কঁপনি, বুজিছ? সেই যে শৰৎ বৰকটকী, দেবানন্দ কোঁৱৰহঁতকে তৰুণ গগৈয়ে মন্ত্ৰী সভা সংকোচনৰ নামত ডাষ্টবিনত পেলাই দিলে। এতিয়া সেই খেদা খোৱা মন্ত্ৰীসকলে দল পকাই তৰুণ গগৈক খেদিবৰ বাবে নিদ্ৰাহাৰা হৈছে। শুনামতে, ইয়াক ফলৱৰ্তী কৰাৰ আঁচনিখনো চূড়ান্ত হৈছে। দিল্লীৰ দেৱ-দেৱীসকলক পূজা নকৰিলেতো নহ'ব? গতিকে

চাৰিওফালৰ পৰা দিল্লীত ভৰা ব্ৰীফকেছৰ উজান উঠিছে। অৰ্থাৎ অসমৰ টকা গৈ দিল্লীত উজান উঠিছে। উজানৰ কাৰে মাছৰ দৰে বুটলি শেষ কৰিব পৰা নাই দিল্লীৰ প্ৰভুসকলে।

"ইফালে বিধায়ক কিনাবেচাৰ উত্তাল বন্যাতো প্লাৱিত দিছপুৰ। তৰুণ গগৈক খেদি শৰৎ বৰকটকী বা দেবানন্দ কোঁৱৰ মুখ্যমন্ত্ৰী হ'ব। ইতিমধ্যে বিধায়ক সকলক কিনাৰ ক্ষেত্ৰতো প্ৰতিযোগিতা হৈছে। বিদ্ৰাহী কংগ্ৰেছী সকলৰ মাজতে ৩/৪ জন প্ৰতিদ্বন্দী আছে। এওঁলোকে দেখাত উমৈহতীকৈ বিধায়কক হাত কৰাৰ যুদ্ধত নামিছে যদিও নিজাববীয়াকৈ গোপনে ইটোৱে সিটোক লেং মৰাৰ ষড়যন্ত্ৰ অব্যাহত আছে। ইফালে তৰুণ গগৈও এলাপেচা নহয়। তেওঁৰ গাদী সুৰক্ষিত কৰাৰ স্বাৰ্থত কেলেঙ্কাৰিত জড়িত মন্ত্ৰীক সকীয়াইছে বোলে কিবা গণ্ডগোল কৰিলে চি বি আইৰ জালত ফচিব আৰু মন্ত্ৰীতো বাদেই, জেলৰো বগা ভাত খাব লাগিব। ইফালে বিৰোধী পক্ষৰ দলভাঙি বিধায়কক নিজৰ সমৰ্থনলৈ অনাৰো চেষ্টা অব্যাহত আছে। তেওঁক সমৰ্থন কৰা সকলক পঞ্চাশ লাখকৈ দিব। সেয়ে একোজন বিধায়কৰ বিক্ৰীমূল্য ৫০ লাখৰ পৰা হেনো তোৰ এক কৌটি হৈছে। ৰাইজৰ ধনেৰে বিধায়ক বেচা-কিনাৰ এনে লেতেৰা ৰাজনীতিত নিমজ্জিত চৰকাৰে ৰাইজৰ কি উন্নতি সাধিব অ'?"

"তাতে নিত্য নতুন কেলেঙ্কাৰিৰ জুইয়ে তৰুণ গগৈক পুৰি মাৰিছে। হেৰৌ! তই আছ ক'ত? যোৱাকালি উচ্চ ন্যায়ালয়ে টকা লৈ পুলিচক নিযুক্তি দিয়া ১৫খন নিযুক্তি তালিকা বাতলি কৰিলে। কি যে চৰম লজ্জাৰ কথা। কিন্তু এই গঁড়ৰ ছাল পিন্ধা দগাবাজসকলৰ লাজ বুলি কিবা কথা আছে জানো? হেৰৌ! এশ দুশও নহয়, একেবাৰে ৫৪৮৬ জনক কনিষ্ঠবল ৰূপে নিযুক্তিৰ বাবে পিছ দুৱাৰেদি টকা লৈ বাছনি কৰিছিল এই তৰুণ গগৈ চৰকাৰে। এজনৰ অন্ততঃ ৫০,০০০ হাজাৰকৈ হ'লেও কিমান টকা হ'ল? বুজিছ, ধেমালি নহয়, কমেও ২৭/২৮ কোটি টকাৰ খেল।

"এতিয়া এই সকলোবোৰ অংকৰ হিচাপ ওলট-পালট হৈ গ'ল অ' বহুবল্কী, ওলট-পালট! সেই ২৭/২৮ কোটি টকা দেৱতাসকলৰ প্ৰসাদ ভাগ হোৱা দি কিন্তু ভাগ হৈ গ'ল। এতিয়া ভেটী দি চাকৰি লোৱা দুৰ্ভোগীয়া সকলৰ কি বুকুভঙা অৱস্থা হ'ব চাচোন? সেইবোৰে ঘৰ-মাটি বিক্ৰী কৰি নে মাকৰ গহনা বিক্ৰী কৰি টকাবোৰ যোগাৰ কৰিছিল কোনে জানে? এতিয়া যদি সেই পাঁচ হাজাৰ প্ৰত্যাশীৰ কোনোবাই কিবা এটা অঘটন ঘটাই দিয়ে? এই দুৰ্ভগীয়াসৱৰ কোনোবা এজনে আত্মহত্যা কৰে যদি? নতুবা, এতিয়া হিমন্ত বিশ্ব বুলি এবিধ যে কংগ্ৰেছী বোমা ওলাইছে। তেওঁ

কৈছে বোলে ৰঞ্জন গগৈৰ এজনীয়া আদালতে দিয়া ৰায়ৰ বিৰুদ্ধে খণ্ডপীঠ আদালতত চৰকাৰে আপীল কৰিব। কিন্তু টকা খাব সিহঁতে আৰু আদালতত কোটি-কোটি টকা খৰচ হ'ব ৰাইজৰ। হেৰি মানে, এই আপীলটো কিবাকৰি বন্ধ কৰিব নোৱাৰিনে?", ঘিণায়ে সুধিলে।

"হেৰৌ ঘিণাই! প্ৰথম কথা, তোৰ পুলিচৰ টকাৰ অংকটোৱেই ভুল। বাতিল হোৱা নিযুক্তিৰ সংখ্যা ৩,২৭২জনহে। দ্বিতীয়তে, এই গাইপতি ৫০,০০০ টকা লোৱাৰ তই কৰা হিচাপটো? অৱশ্যে, তই মোটা বুদ্ধিৰ মানুহ হিচাপে মোটামুটি হিচাপ এটা কৰিছ! কিন্তু তই নাজান, অ' ঘিণাই, তই নাজান। এইবোৰ কচাইৰ দল। শুকান বালি চেপি ৰস উলিয়াবলৈ ইহঁতে জানে। য'ত যিমান পাৰে চেপি চেপি ৰস উলিয়াব। অৱস্থা বুজি ২ লাখো উলিয়াব।"

"আনহাতে, ইহঁতৰ কঠুৱা অন্তৰবোৰত কেতিয়াবা দয়া-মমতাৰ পুলি-পোখাও গজে। আত্মীয়-স্বজন বা কাৰোবাৰ পৰা কিবা অন্য সুবিধা আদায় কৰিলে বিনা টকাতো নিযুক্তি দিব পাৰে। দেখা নাই, ভোটৰ অংক কৰিয়েই চৰকাৰী চাকৰিয়ালৰ বয়স ৫৮ বছৰৰ পৰা ৫৯ বছৰ কৰিলে? এতিয়া একেবাৰে ৬০ বছৰ কৰাৰো চূড়ান্ত সিদ্ধান্ত লৈছে। ছহিদ পৰিয়ালক বা শিল্পীক পেঞ্চন বা ভাষা সাহিত্য উন্নয়নৰ বাবে সাহিত্য সভাক দিবলৈ চৰকাৰখনৰ পইচা নাই। কিন্তু ৰাজনীতি কৰিবলৈ, পানীৰ দৰে ধন-বিত বিলাবলৈ অফুৰন্ত টকাৰ ভাণ্ডাৰ আছে।"

"আন এটা দিশো আছে। এই নিবনুৱা সমস্যাত ডুবি থকা অসম ৰাজ্যত কুৰি লাখৰো অধিক নিবনুৱাৰ চকুপানীৰ ঢল বাগৰিছে। এই যে তৰুণ গগৈয়ে চাকৰিয়ালসকলৰ চাকৰিৰ ম্যাদ দুবছৰ বঢ়াই দিলে, তাৰ অৰ্থ হ'ল, নিবনুৱা কিছুসংখ্যকক দুবছৰলৈ চাকৰি পোৱাৰ পৰা বঞ্চিত কৰা হ'ল। এইসকল দুৰ্গত যুৱক-যুৱতীৰ চকুপানীৰ বন্যাত তৰুণ গগৈহঁত ডুবি নমৰিব বুলি কিয় ভাবিছ? তদুপৰি ৰীট আবেদন যোগে কৰা গোচৰত চৰকাৰী ধনৰ শ্ৰাদ্ধ কৰাৰ কথাতো আছেই? এয়া দুখীয়া ৰাইজৰ পৰা সংগ্ৰহ কৰা টেক্সৰ ধন। ইয়াত অসমৰ অন্ততঃ আঢ়ৈ কৌটি লোকৰ তেজ ঘাম মিহলি হৈ আছে। তেনেহ'লে এনে বে-আইনী কামত ৰাইজৰ ধন ভাঙিব কিয়?", মই ক'লোঁ।

"হেৰি নহয়, বহুবল্কী," ভোদায়ে মুখ মেলিলে, "এই কিবা বোলে সহকাৰী এনফৰ্চমেন্ট ইন্সপেক্টৰ আৰু এনফৰ্চমেন্ট চেকাৰৰ চাকৰি দিওঁতেও তৰুণ গগৈৰ চৰকাৰৰ মন্ত্ৰী-বিষয়াই মিলি দুৰ্ঘোৰ দুৰ্নীতি কৰিলে, হয়নে? বাতৰি-কাকতত ওলোৱা মতে এই চাকৰিৰ ৬৪টা পদৰ ভিতৰত হেনো ২৬টা পদৰ প্ৰাৰ্থী বাছনি কৰিছে পিছ দুৱাৰেদি? বুজিছ, এটা পদ, মানে এজন মানুহক চাকৰি দিয়াৰ বাবে ভেটীৰ পৰিমাণ

হেনো দহলাখ। অর্থাৎ মুঠ ভেটি দুই কোটি ষাঠি লাখ টকা। কি যে দিন-কাল হ'ল। হেৰৌ! তইঁত চৰকাৰৰ মন্ত্ৰী-বিধায়ক নে দিন ডকাইত? হ'ল বুলি এনে নির্লজ্জ, অসভ্য দৈত্য-দানৱৰ হাতত ৰাজ্যখনৰ শাসনভাৰ পৰিব লাগে নে?

আৰু মনত পৰিছে, ৰ'বি। কিছুমান হেনো আবকাৰী পৰিদর্শক আৰু সহ পৰিদর্শকৰ পদো পূৰণ কৰিবলৈ ওলাইছে। কিন্তু, মজাৰ কথা কি জান? পদ পূৰণৰ বাবে ৰাইজক বুৰ্বক বনাবলৈ এটা পৰীক্ষা পাতিছে। কিন্তু, দালালৰ যোগেদি পৰীক্ষাৰ পূৰ্বেই এই নিযুক্তিৰ বাবে প্ৰাৰ্থী চূড়ান্ত কৰা আছে। আমি যেন এক বৰ্বৰতাৰ যুগলৈহে উভতি গৈছোঁ সভ্যতাৰ মুখা পিন্ধি। ছিঃ কটা!"

"হেৰ' ভোদাই, ঘিণাই। তইঁতে এইবোৰ কথাত দুখ কৰিছনো কিয়? এইবোৰ আমাৰ ভাগ্যৰ বা কৰ্মৰ ফল। কৰ্মৰ ফল এইবাবেই যে তৰুণ গগৈ চৰকাৰখনক আমি অসমৰ ৰাইজেই শাসনৰ গাদীত বহুওৱা নাছিলো নে? অৱশ্যে উপায়ো নাছিল। অগপ-ৰ সন্মিলিত চৰকাৰৰ দুষ্কৰ্ম-দুৰ্নীতিয়ে আকাশখনকে ফুটাই পেলাইছিল। সেই অমানুহসকলৰ পৰা নিস্তাৰ পাবলৈকে ৰাইজে চব জান্তা-একো নজনা তৰুণ গগৈৰ কংগ্ৰেছ দলক্কে ভোট দিলে। তৰুণ গগৈহঁত এতিয়া আমাৰ হৰ্তা-কৰ্তা ভাগ্যদাতা নহয় জানো? তেন্তে এইবোৰ ভাগ্যৰ ফল হয় নে নহয়?"

"আৰু তইঁতক মনত পেলাই দিওঁ ৰবি। গাদীৰ লোভত ৰাজ্যখনৰ কুৰি লাখ নিবনুৱাৰ সংস্থাপনৰ বাবে তৰুণ গগৈয়ে কমেও ১২ টা প্ৰতিশ্ৰুতি দি দিছপুৰ দখল কৰিছিল। অথচ, প্ৰতিশ্ৰুতি পালনৰ ক্ষেত্ৰত এই নিৰ্বাচনী ইস্তাহাৰখন ধোৱাঁ চাঙত তুলি থ'লে। উন্নয়নৰ ফটা ঢোল কোবাই বাতৰি-কাকতৰ পৃষ্ঠাই পৃষ্ঠাই বিজ্ঞাপন জাৰি কৰি কোটি কোটি টকা শ্ৰাদ্ধ কৰাৰ বাদে একোকে কৰিব নোৱাৰিলে তৰুণ গগৈৰ চৰকাৰে। ৰাজ্যখনত বৰ্তমানে কমেও ২১,২৭১ টা পদ চৰকাৰৰ বিভিন্ন বিভাগত খালী পৰি আছে। ৯০ শতাংশ পদ শিক্ষা আৰু পুলিচ বিভাগত আছে। কিন্তু এই চাৰে চাৰি বছৰত টকাৰ বিনিময়ত আৰু অঙহী-বঙহীৰ মাজৰ কেইজনমানক পিছ দুৱাৰেদি নিযুক্তি দিয়াৰ বাদে সেইবোৰ পদ পূৰণৰ বাবে একোৱে নকৰিলে এওঁলোকে। বৰ্তমানৰ কুৰি লাখ নিবনুৱাৰ মাজত হাজাৰ হাজাৰ ইঞ্জিনীয়াৰ ডাক্তৰো আছে", মই ক'লোঁ।

"তৰুণ গগৈ মানুহজনেই হ'ল ওভতগোৰে নচা মানুহ। এফালে তিনিখনকৈ মেডিকেল কলেজ ঔষধ, যন্ত্ৰ-পাতি, ডাক্তৰ-নাৰ্ছৰ অভাৱত নৰককুণ্ডত পৰিণত হৈছে। আনফালে কিছুমান হাফডাক্তৰ লৈ বোলে নতুনকৈ মেডিকেল কলেজ-চিকিৎসালয় খোলে। ডাক্তৰে মেডিকেল কলেজত কাম নকৰি নাৰ্ছিংহোমত কাম কৰে। ইফালে ডাক্তৰৰ অভাৱত ৰোগীয়ে নৰকৰ যন্ত্ৰণা ভোগে। ডাক্তৰৰ পদ খালী

আছে। কিন্তু নিকনুৱা ডাক্তৰো আছে। এইবোৰ সব মানে খেলিমেলি, বিভ্রাট। আমাৰ দৰে জীৱৰ বাবে অবোধ্য", ঘিণায়ে ক'লে।

"হেৰৌ। ঘিণাই, ভোদাই। তইঁতে ইয়াৰ আগতে আদালতত চৰকাৰী গোচৰৰ পয়োভৰ হৈছে বুলি কৈছই। হেৰৌ। বিভিন্ন বিভাগৰ মুঠতে ৩০ হাজাৰৰো আধিক গোচৰ উচ্চ ন্যায়ালয়কে ধৰি বিভিন্ন আদালতত বছৰৰ পাছত বছৰ ধৰি বিচাৰাধীন হৈ আছে। ইয়াৰ ভিতৰত অকল হাইকৰ্টতে ৬০০০ৰো অধিক গোচৰ পৰি আছে...।"

"হেৰি নহয়, বহুবল্কী। এইসোপা গোচৰ আদালত কিমান বছৰলৈ জীয়াই থাকেনো? মানে ইহঁতৰ আয়ুস?"

"ধৰি ল পাঁচ বছৰৰ পৰা কুৰি বছৰলৈ গোচৰ চলে। গোচৰৰ এনে সুদীৰ্ঘ আয়ুসত তিনিও পক্ষ মানে চৰকাৰ, আদালত আৰু উকীলৰ সমানে অৰিহণা আছে। এইবোৰৰ বাবে উকীল ধৰোঁতে কোটি কোটি টকা খৰচ হোৱাৰ উপৰি বিষয়া-কৰ্মচাৰীসকল এই গোচৰৰ এফিডেভিট, প্রতিবেদন তৈয়াৰ কৰোঁতে ব্যস্ত থাকে। ফলত ৰাইজৰ কামৰ পিনে চকু দিবলৈ এই সবৰ আহৰি ক'ত?

"আটাইতকৈ ডাঙৰ কথা, হ'ল এইবোৰৰ ভিতৰৰ যি অলপসংখ্যক গোচৰ নিষ্পত্তি হয়, ইয়াৰে ৯৫ শতাংশতে চৰকাৰ হাৰে। ইয়াৰ কাৰণ দুই ধৰণৰ। প্ৰথমতে, এইবোৰ গোচৰৰ উৎপত্তি হয় মন্ত্রী-বিষয়াই দুৰ্নীতি-অনিয়ম কৰি দিয়া নিযুক্তি বা সিদ্ধান্তৰ বাবে। এই দুৰ্নীতি-অনিয়মবোৰ উকীলে ধুই মচি পেলাব কেনেকৈ? দ্বিতীয়তে, চৰকাৰী গোচৰ তদাৰক কৰিব কোনে? চৰকাৰী উকীলে চৰকাৰী বিষয়াই তথ্য-পাতি যোগান নধৰাৰ বাবেই হওক বা আন কিবা অজুহাততেই হওক বা নিজৰ ফীজৰ পৰিমাণলৈকে বঢ়াবলৈ হওক, গোচৰ স্থগিত কৰাৰ বাবে আদালতত দৰ্খাস্ত কৰে। কিন্তু স্থগিতকৰণৰ একে নাটকখনৰেই পুনৰাবৃত্তি হয়। গতিকে, চৰকাৰী কেছত চৰকাৰ হৰাটো নিয়ম। চৰকাৰ কিবা কৰি জিকিলে, মন্ত্রী-বিষয়াৰ বেদনাত বুকু ভাঙে বুজিলি?" মই ক'লোঁ।

"সেইটো আকৌ কি অদ্ভুত কথা অ', বহুবল্কী? চৰকাৰ জিকিলে মন্ত্রী-বিষয়াই ভালহে পাব লাগিছিল?", সোণায়ে সুধিলে।

"তই ঠিকেই ভাবিছ। কিন্তু ভাবিলে কি হ'ব? চৰকাৰ জিকামানে মন্ত্রী-বিধায়কক ভেটী দি চাকৰি লোৱা সকলে গোমৰ ফাক কৰি নিদিবনে? তেনেহ'লে, ভেটীখোৰ সকলৰ সহ্য হ'ব কেনেকৈ?" মই ক'লোঁ।

"ঐ বহুবল্কী। আৰু এটা দৰ্কাৰী কথা মনত পৰিছে। তৰুণ গগৈহঁতে নিৰ্বাচনী ইস্তাহাৰত ফটকা ফুটাইছিল বোলে এইবাৰ অসমখনত উদ্যোগ-বাণিজ্যই ৰঘুমলাৰ দৰে পুলি-পোখা মেলি অসমৰ অৱস্থা নদন-বদন কৰিছে এৰিব। মোৰ মনত পৰাত

'চব-জাত্ৰ' মুখ্যমন্ত্ৰীজনে লাখ লাখ টকা ভাঙি বোম্বেলৈ দলে বলে গৈছিল উদ্যোগীক অসমত পুঁজি নিয়োগ কৰাৰ বাবে ফুচুলাবলৈ। পিছে কিবা হ'ল নেকি, ক'চোন? কোনোবা এজন উদ্যোগীয়ে অসমত উদ্যোগ-বাণিজ্য স্থাপনৰ বাবে এবাৰো অসমলৈ ভুমুকি মাৰি চালে নে? এইবোৰ চব ফুটুকাৰ ফেন, বুজিছ", ভোদায়ে ক'লে।

"কোনোবাই মৰ সাহ কৰি আহিব খুজিলেও জানো চৰকাৰী বিষয়াই আহিব দিব? খোজে প্ৰতি বিজুলীৰ লুকা ভাকু আৰু দিছপুৰৰ প্ৰভুসকলৰ ভেটীৰ দাবী। আলফাৰ দাবীতো আছেই। তেন্তে কোন আহিব ইয়ালৈ?"

"নহয় অ' বহুবক্তী। উদ্যোগ পাতিব অসমত। ভাবী উদ্যোগী সকলক ইয়ালৈ মাতক। তেওঁলোকে কথাবোৰ চব জমিনে জৰীপ কৰিলে উচিত সিদ্ধান্ত লোৱাৰ সুযোগ পাব। জ্যোতি বসুইতেও সেইটোকে কৰিছে। উদ্যোগীসকলক নিমন্ত্ৰণ-সম্ভাষণ জনাই সন্তুষ্ট কৰিছে। ফলত বংগ দেশত উদ্যোগ পতাৰ বাবে উদ্যোগী সকলৰ মাজত প্ৰতিদ্বন্দ্বিতা চলিছে। তেন্তে মুম্বাইলৈ ৰাইজৰ ধন ভাঙি যাব লাগিছে কিয়?" ভোদায়ে সুধিলে।

"হেৰৌ ভোদাই। সেইবোৰ কথা নোকোৱাই ভাল অ'। হেৰৌ, অকল মুম্বাইহে নে? তই হাঁহি হাঁহি মৰিবি বুজিছ? বোলো তৰুণ গগৈ যে আমেৰিকালৈ উদ্যোগপতিক নিমন্ত্ৰণ কৰিবলৈ গৈছিল, সেই কথা পাহৰিলি হ'বলা। তৰুণ গগৈয়ে অসমৰ কাকতগোষ্ঠীৰ পৃষ্ঠাত অসমৰ উন্নতিৰ খতিয়ানৰ বিজ্ঞাপন দি কোটি কোটি টকা খৰচ কৰিলে। ইফালে তেওঁৰ বিকশিত অসমত পাঁচ হাজাৰ উদ্যোগৰ অপমৃত্যু হ'ল তেওঁৰ কাৰ্যকালতেই। অসম চৰকাৰৰ দুৰ্নীতি-অৱহেলাৰ ফলস্বৰূপে এটাৰ পাছত এটাকৈ বৃহৎ উদ্যোগবোৰ বন্ধ হ'বলৈ ধৰিছে।

"বুজিছ, যোৱা বছৰত নে এইবছৰৰ প্ৰথম পিনে দক্ষিণ-পূব এছিয়াৰ সৈতে বাণিজ্য সম্প্ৰসাৰণৰ উদ্দেশ্যে 'কাৰ ৰেলী'ও পাতি অসম চৰকাৰ বাঃ বাঃ ল'লে। পিছে সকলো 'ফুটুকাৰ ফেন'। নতুন উদ্যোগ স্থাপনৰ কথা বাদেই থকাবোৰো মৃত্যুমুখত পৰিছে, নমৰাবোৰ আন ঠাইলৈ উঠাই নিবলৈ ওলাইছে আৰু উদ্যোগ স্থাপনৰ বাবে অসমলৈ আহিব খোজা উদ্যোগপতিসকল ওভতনি ৰাস্তাৰে হিমাচল, উত্তৰাঞ্চল আদি ৰাজ্যলৈ ঢাপলি মেলিছে। এয়াই হ'ল তৰুণ গগৈৰ সফলতাৰ কৰুণ কাহিনী। বুজিছ, তৰুণ গগৈ মুম্বাই-আমেৰিকা নহয় সমগ্ৰ পৃথিৱীখন ঘূৰিলেও কোনো কাহানিও কোনো এজন উদ্যোগী অসমলৈ নাহে। আহিব নো কিয়? বিজুলী নাই কোনো আন্তঃগাঁথনি নাই, নাই মানে তোৰ একোৱেই নাই", মই ক'লোঁ।

"বহুবক্তী। এই মাটি-বাৰীৰ বন্দবস্তিতো বোলে কিবা কেলেংকাৰি হৈছে? অলপ কচোন কি জান?" সোণায়ে সুধিলে।

"সেইবোৰ কথা কৈ অন্ত নাই অ', সোণাই। বুজিছ। এই গুৱাহাটী মহানগৰীৰ হাজাৰ হাজাৰ একৰ মাটি ভূমি-মাফিয়াৰ কৱলত। এই মাফিয়াসকল তৰুণ গগৈ চৰকাৰৰ আশিষধন্য। হ'বই দেচোন! চাৰিমাহ পাছত আহিল নহয়, ইলেকশ্বন? টকা-পইচাবোৰ ক'ৰ পৰা আহিব? এম এল এ কিনা, দিল্লীৰ প্ৰভু-দেৱীসকলক পূজা-পাতল দিয়া টকা সিকা লাগিবই দেচোন? এতিয়া এই মাফিয়াসকলৰ যোগেদি, আৰক্ষীৰ সহায় লৈ মহানগৰীৰ বিভিন্ন অঞ্চলত বেদখল কৰাৰ সুযোগ দিছে। আনকি, মাফিয়াৰ নামত মাটি-বাৰীৰ বিভাগীয় কাগজ-পত্ৰ তৈয়াৰ কৰি দিছপুৰ চক্ৰই কোটি কোটি টকাৰ ৰমৰমীয়া ব্যৱসায়ো চলাইছে।"

"তেন্তে বহুৰক্ষী' দিছপুৰখন দুৰ্নীতিৰ স্বৰ্গত পৰিণত হৈছে দেখোন? হেৰৌ, মন্ত্ৰী-বিষয়াই এনেকৈ মাটি বেচি অসমখন উদং কৰিলে অসম বাচিব কেনেকৈ?, সোণাইৰ প্ৰশ্ন।"

"অসম নাবাচিলেও তেওঁলোক বাচিব। প্ৰথমতে নিজৰ স্বাৰ্থ, তাৰ পিছত ৰাইজৰ, বুজিছ? ৰাইজ জহমামে যাওঁক। তেওঁলোকৰ ক্ষতি কি?"

"গুৱাহাটীৰ পাহাৰে-ভৈয়ামে যুগ যুগ ধৰি বসবাস কৰি থকা প্ৰায় এক লাখ ষাঠি হাজাৰ পৰিয়ালে মাটিৰ পট্টন নাপালে। কিন্তু চৰকাৰী বিষয়াৰ কৃপাধন্য মাফিয়াসকলে মহানগৰৰ খালী মাটিসমূহ কুক্ষিগত কৰিছে। গুৱাহাটী মহানগৰীত এখন শিশু উদ্যান বা মুকলি ঠাই অলপ নাই। অথচ, পাহাৰ কাটি আকাশলংঘী অট্টালিকা বান্ধিবলৈ, পৃথানি, মালপানী বা আগৰবালাহতঁক পট্টন দিবলৈ মাটিৰ অভাব নাই, বুজিছ। হেৰৌ, এইবোৰ মাটি পানীৰ দৰত হস্তান্তৰ কৰা হৈছে। গুৱাহাটী মহানগৰীক ধ্বংস স্তূপত পৰিণত কৰাত তৰুণ গগৈহঁত সিদ্ধহস্ত আৰু উন্মাদ হৈ পৰিছে," মই ক'লোঁ।

"আৰু এটা কথা কওঁদেই বহুৰক্ষী। এই বাংলাদেশীসকলেও দেখোন অসমখন ছানি পেলাইছে? গাঁৱে-ভূঞে পৰি থকা মাটি বৰ্তমান বাংলাদেশীৰ হাতত। কানীয়া অসমীয়াসকলেও এই বাংলাদেশীক মাটি বিক্ৰী কৰি আছে। আন কথা বাদেই, অসমৰ ভালেমান সত্ৰত বাংলাদেশীয়ে লাখ লাখ বিঘা মাটি বেদখল কৰি ধৰ্মীয় পবিত্ৰতা নষ্ট কৰাই নহয়, নানান অপৰাধ সংঘটিত কৰি আইন-শৃংখলা ব্যাহত কৰাৰ উপৰি অপৰাধ, মানে হত্যা-ধৰ্ষণ-অপহৰণ-চুৰি-ডকাইতি আদিৰো পোহাৰ মেলি অসমত সন্ত্ৰাসৰ সৃষ্টি কৰিছে। সত্ৰসমূহৰ নিৰাপত্তাত ব্যাঘাত জন্মাইছে। তথাপিও দিছপুৰ নীৰৱ, নিনাদ। সত্ৰৰ প্ৰভুসকলো চৰকাৰৰ পদলেহনত ব্যস্ত। এনেকৈ কিমান দিন চলিব অ'?" ভোদায়ে ক'লে।

"চলিব চলিব, অসমীয়া মৰিলেও বাংলাদেশী সকলক চৰকাৰে বচাবই

কিয়নো সিহঁতৰ হাতত ভোট আছে। আৰু ভোটত ক্ষমতা লাভৰ অস্ত্ৰ আছে। সেইবাবে তৰুণ গগৈহঁত বাংলাদেশী বন্ধুসকলক আনিবলৈ আৰু সুৰক্ষা দিবলৈ উত্ৰাৱল হৈছে। মাতৃভূমিক বিদেশীৰ হাতত সমৰ্পণ কৰিবলৈ ওলোৱাসকলক দেশদ্ৰোহী নকয় নে? বাতৰি-কাকতত প্ৰকাশিত খবৰ অনুসৰি নিৰ্বাচনৰ পূৰ্বে মৌলবাদী সংগঠনসমূহে অসমত মানৱ বোমাৰ আক্ৰমণ চলাই সন্ত্ৰাসবাদ সৃষ্টি কৰাই নহয়, বৃহত্তৰ বাংলাদেশত অসমক অন্তৰ্ভুক্ত কৰাৰ আঁচনিও প্ৰস্তুত কৰিছে। এই কাৰ্যকলাপৰ কথা স্বয়ং কেন্দ্ৰীয় চোৰাংচোৱা বিভাগে সদৰী কৰিছে। তালিবানী অলকায়দাৰ জৰিয়তে বাংলাদেশী মৌলবাদী সংগঠনসমূহে এনে অভিযান চলোৱা বুলি প্ৰকাশ পাইছে।

“বাৰু। এতিয়া অসমৰ বাবে মান-সন্মানৰ কথা এটালৈ আহোঁ। এই তৰুণ গগৈ মানুহজনে ইমান উপৰুৱাকৈ কথা কয় কিয় অ'? হাজাৰ হ'লেও তেওঁ ৰাজ্যখনৰ এজন মুখ্যমন্ত্ৰী নহয় জানো? তেন্তে মুখ্যমন্ত্ৰীসুলভ গাম্ভীৰ্যকণ তেওঁৰ নাই কিয়? ইমান দিনে ৰাষ্ট্ৰীয় ক্ৰীড়া সমাৰোহ সময়মতে অনুষ্ঠিত কৰিব বুলি দম্ভালি মাৰি অৱশেষত ফেইল মাৰি ৰাইজৰ ওচৰত ক্ষমা খুজিলে। হেৰৌ, ক্ষমা খুজিলেই ক্ষমা পায় নে? এখন ক্ৰীড়া সমাৰোহ পতাৰো সাধ্য নোহোৱা চৰকাৰখনক ৰাইজে ব্ৰহ্মপুত্ৰৰ সোঁতত উটুৱাই নিদিব কিয়? আৰু এই বুৰ্বক অসমীয়া মখা যে। ৰাইজক এনেকৈ লঘু-লাঞ্ছিত আৰু প্ৰবঞ্চিত কৰাৰ বাবে ৰাজহুৱা বিচাৰ কৰি ইহঁতক শাস্তি নিদিয়ে কিয়?” খিলাইৰ প্ৰশ্ন।

“সেইবোৰৰ উত্তৰ মোৰ হাতত নাই, অ' খিলাই। মাথোন ইয়াকে ক'ব পাৰোঁ যে ৰাষ্ট্ৰীয় ক্ৰীড়া সন্মিলনখন যে অসমত সময়মতে অনুষ্ঠিত নহ'ল তাৰ একমাত্ৰ কাৰণ মন্ত্ৰী-বিধায়ক-আমোলাৰ বিয়াগোম দুৰ্নীতি। যিকোনো এটা আঁচনিৰ কথা আহিলে এই তেজপিয়াসকলে শৰত শগুণ পৰা দি পৰে আঁচনিৰ ধন হৰিলুট কৰাৰ বাবে। মনত নাই, ক্ৰীড়াগ্ৰাম/ষ্টেডিয়াম নিৰ্মাণ কৰাৰ মাটিৰ দাম লৈ আৰু ঠিকাদাৰ নিযুক্তিত দুৰ্নীতি-খেলিমেলি হোৱাত হাইকৰ্টত গোচৰ উঠিল আৰু কাম বন্ধ থাকিল?

এতিয়া তৰুণ গগৈয়ে, নিজৰ হকে ওকালতি কৰে এই বুলি-- বোলে “মণিপুৰেও সময়মতে ৰাষ্ট্ৰীয় ক্ৰীড়া সমাৰোহ পাতিব পৰা নাছিল।” অসমত দিনে অন্ততঃ ৪০/৫০ টা হত্যা, ধৰ্ষণ, অপহৰণ, চুৰি, ডকাইতি, আত্মহত্যাৰ অপৰাধ ঘটি আছে। কিন্তু তৰুণ গগৈৰ যুক্তি হ'ল— এইবোৰ ঘটনা দেশৰ কোনখন ৰাজ্যত হোৱা নাই? মানুহ সকলোতে মৰে। তাৰ বাবে চৰকাৰে পদত্যাগ কৰাৰ কথা বাদেই, মুখ ঘমোৱাৰেই বা কাৰণ কি? দিছপুৰৰ যাদুকৰী শক্তিয়ে ইহঁতৰ মুখৰ পৰা কাণ্ডজ্ঞান,

লাজ-লজ্জা হৰণ কৰে। সেয়ে, ইহঁতে নিজৰ সমৰ্থনত যুক্তি বিচাৰি পাগল হয়। বুজিছ?”

“আৰু শুন। দিল্লীত ধৃত মইনুল হকে দিয়া স্বীকাৰোক্তি মতে অসমত আই এছ আইৰ ১২টা নিৰীক্ষণ কেন্দ্ৰ আছে। ইহঁতৰ প্ৰথম লক্ষ্য হ'ল গুৱাহাটী, তেজপুৰ, যোৰহাট। চোৰাংচোৱাৰ গোপন প্ৰতিবেদন অনুসৰি অহা কুৰি বছৰত বাংলাদেশী নাগৰিকৰ আগ্ৰাসন হ'ব ভয়ংকৰ। ৰাজ্যখন অল কায়দা, তালিবানী, আই এছ আই সন্ত্রাসবাদীৰ ভু-স্বৰ্গত পৰিণত হৈছে। ৰাজ্যত এনে এজন গৃহমন্ত্রী আছে, যাৰ আই.এছ.আইৰ স'তে সম্পৰ্ক আছে বুলি বাতৰি কাকতত প্ৰকাশ পাই গৈছে। কিন্তু তৰুণ গগৈৰ সেইবোৰ কথাত গুৰুত্ব দিবলৈ সময়-সকাম নাই। আলফা-হুলফাৰ ধন দাবীৰ সন্ত্রাসত ৰাজ্যবাসী সন্ত্রস্ত-বিপৰ্যস্ত হৈছে। তৰুণ গগৈৰ সেইবোৰলৈ মন-কাণ দিবলৈ সকাম-সময় নাই। তেওঁৰ বাবে এইবোৰ সাধাৰণ গতানুগতিক ঘটনা।”

“তেওঁ এতিয়া ৫৪ কোটিটকীয়া বাজেটেৰে অসমৰ নিৰ্বাচন যুঁজ চলোৱাৰ অভিযানত নিদ্রাহাৰা। ১০৫খন বুলেটপ্রুফ গাড়ী কিনি নিজৰ নিৰাপত্তা সুনিশ্চিত কৰাত ব্যস্ত। গাদীৰ স্বাৰ্থত হাইকমাণ্ডলৈ শ শ কোটিটকীয়া উপঢৌকন সংগ্ৰহ কৰাৰ মিছ্লনত ব্যস্ত। আচল কথা, ইফালে মন্ত্রী সভাৰ ভিতৰতে ইটোক লেং মাৰি সিটো বৰ্ত্তি থকাৰ যুঁজত দিছপুৰ মগ্ন। দিছপুৰখন ৰাইজৰ সেৱাৰ কাৰণে নহয়, নিজৰ স্বাৰ্থ পূৰণৰ বাবে মন্ত্রী-বিষয়া সকলে খেল-ধেমালি কৰাৰহে কেন্দ্ৰ। অহা পাঁচ বছৰলৈ গাদী ৰক্ষা কৰিব লাগিব। তিনি কোটি মানুহ নামৰ জীৱধাৰী ব্যক্তিয়ে সচৰাচৰ চলাৰ দৰে চলিব। পথাৰত প্ৰগতি-উন্নয়ন নহ'লেও কাগজে-পত্ৰইতো হৈয়েই আছে?” মই সিহঁতক বুজালোঁ আৰু ক'লোঁ আজিলৈ মেল সামৰোঁ। বৰ দীঘলীয়া হ'ল। পিছেপৰেও সময় সুবিধা হ'লে এইবোৰ ফেনেকিম।”

“তেন্তে ইমান পৰে যি বুজিলোঁ, 'ইট হেজ গন্ টু এ পইন্ট অব ন' ৰিটাৰ্ণ। কিন্তু এনেকৈ নহ'ব। মানে 'দাছ ফাৰ এণ্ড্ ন' ফাৰ্দাৰ' নিয়ম পালন কৰিব লাগিব। বহুতো হৈ গ'ল। ইয়াতেই ইয়াৰ শেষ হ'ব লাগিব। এতিয়া আমি এটা কাম কৰোঁ। মানে তোৰ মোৰ দৰে বুদ্ধিজীৱীসকলে(!) লগলাগি তলৰ থাপৰ বুদ্ধিজীৱী, কৃষিজীৱী, শ্ৰমজীৱী, অলসতাজীৱী আদিক লৈ এখন জৰুৰীকালীন ৰাজ্যিক ভিত্তিত সভা পাতোঁ। নাম হ'ব “বুদ্ধিজীৱী সম্মিলন”। প্ৰস্তুতি সমিতিৰ সভাপতি হ'ব বহুবল্কী, মই হ'ম আহ্বায়ক। আমাৰ লগৰ কেইজন আৰু দুই চাৰিজন হ'ব সদস্য। সম্মিলনতো বহুবল্কীয়ে সভাপতিত্ব কৰিব বুলি মই আজিয়েই প্ৰস্তাৱ ৰাখিলোঁ। কিন্তু তাতো মই হ'ম সম্পাদক প্ৰধান। আমাৰ একমাত্ৰ কাৰ্যসূচী হ'ব এইবোৰ ৰাষ্ট্ৰদ্ৰোহী শক্তিক ব্ৰহ্মপুত্ৰত দলিয়াই পেলাই আমি ক্ষমতাত

অধিষ্ঠিত হোৱা। পিছে, মই এতিয়াই এটা কথা স্পষ্ট কৰি থওঁ। আমাৰ কোনো উন্নয়নৰ আঁচনি বা প্ৰতিশ্ৰুতি নাথাকে। কিয়নো আমি মিছা প্ৰতিশ্ৰুতি নিদিওঁ। প্ৰতিশ্ৰুতিনো কিয় লাগে? কামটো এনেও নহয়? কাম নহ'লেও পাঁচটা বছৰ চলি যাব। আমি অসমৰ বাইজলৈ আগবঢ়োৱা একমাত্ৰ মহৎ সেৱা হ'ব— কংগ্ৰেছ চৰকাৰৰ উৎপীড়ন-শোষণৰ পৰা অসমৰ বাইজক নিস্তাৰ দিয়া। বছ। তাতকৈ আৰু মহৎ সেৱা কি আছে? আমাৰো মংগল হ'ব। পাঁচ বছৰ পাছত অন্ততঃ সা-সম্পত্তিৰে নদন-বদন হৈ আমি সমাজৰ সন্মান বুটলিম। আৰু অৱশ্যে, আমাৰ পেটবোৰো একোটা ঢোল হ'ব নিশ্চয়। হওক। কি বেয়া হ'ব? হাঃ হাঃ হাঃ সোণায়ে হাঁহিলে। •••

*অভিমত ২৪ ডিচেম্বৰ ২০০৫*

# অথ উচ্চ সদনৰ ৰহস্য মন্থন

আজি কিবাকিবি কথাত মোৰ মনটো সেমেকি আছে। মেলৰ তাৰিখ আছিল যদিও আজিৰ মেলখন স্থগিত ৰখাৰ কথা চিন্তা কৰিছোঁ।

কিন্তু কি হ'ব? ভোদাই ইতিমধ্যে হাজিৰ হৈ উচ্চ স্বৰত ক'লে, "হেৰৌ বহবন্ধী! এই অসমত কিবা বোলে উচ্চসদন হ'ল? মই শুনিছোঁ, আছুৰে সকলো ৰাজনৈতিক দল-ব্যক্তি, বুদ্ধিজীৱী, সংবাদ-মাধ্যম— সোপাকে হেনো ভেজাল ধমকি দিছে বোলে কোনোবাই যদি উচ্চসদনৰ প্ৰস্তাৱৰ বিধানসভাত বিৰোধিতা কৰে, তেন্তে তেওঁলোকে গুৰুতৰ পৰিণাম ভোগ কৰিব লাগিব?

"হেৰৌ! উচ্চসদন কি বস্তু অ'? মানে গছে-বিৰিখে লগা সুস্বাদু ফল বা তেনে কিবা এবিধ হ'ব নেকি? বোপাই আমি হ'লোঁ মুৰুখ মানুহ। কথাবোৰ সিমান এটা বুজি নাপাওঁ। কিন্তু আছুৱে বিচাৰিছে যিহেতু, সেইবিধ বস্তু ভাল হ'বই দে চোন? দেখা নাই, অসমৰ পৰা বাংলাদেশী নাগৰিকক বহিষ্কাৰ কৰাৰ বাবে নগদ ছয় বছৰ ধৰি বিশ্ববিখ্যাত আন্দোলন এটা চলাই অসম আৰু অসমীয়ালৈ বিশ্ববাসীৰ কি উচ্চ প্ৰশংসা আদায় কৰিলে? তবু, কথাখিনি অলপ বুজাই ক' অ'?"

"হেৰৌ, ভোদাই! মইনো তোক কি বুজাম অ'? এইবোৰ কথাৰ আদি অন্ত নাই। তাতে বহবন্ধীৰ মুখতো লেকাম বোলা বস্তুটো নাই। পাছে কওঁ শুন। উচ্চসদন তই কি বস্তু বুলি সুধিছ। ধৰ এক প্ৰকাৰ বস্তুৱেই। গছত ফল লাগে আৰু গৰাকীয়ে ইয়াৰ ফল ভোগ কৰে। উচ্চসদনো এবিধ ফলধাৰী বৃক্ষ। ইয়াৰ ফল ভোগ কৰিব গৰাকীসকলে।"

"অসমত এখন বিধানসভা আছে। অসমৰ ১২৬টা সমষ্টিৰ পৰা ১২৬গৰাকী বিধায়কক অসমৰ ৰাইজে নিৰ্বাচিত কৰে। নিৰ্বাচিত বিধায়কসকলে পাঁচটা বছৰত ঈশ্বৰ প্ৰভুক "ছাছ্ছেন্দ" কৰি প্ৰভুৰ সকলো ক্ষমতা লাভকৰে আৰু নতুন অৱতাৰৰ সুফল-আনন্দ উপভোগ কৰে। এনে স্বাচ্ছন্দ্যভৰা জীৱন উপভোগৰ মোহ সম্বৰণ কৰিব কেনেকৈ? সেয়ে, যাতে এই ৰাজনীতিক প্ৰভুসকলৰ ঈশ্বৰৰূপী অৱতাৰ আৰু স্বৰ্গীয় সুখ-শান্তি স্থায়ীৰূপে অব্যাহত থাকে, তাৰ বাবে এওঁলোকে দুই ধৰণৰ ব্যৱস্থা ল'ব লগা হয়। প্ৰথম, ধন-সোণেৰে ভৰা এখন সুকীয়া সাম্ৰাজ্য গঢ়ি পৰৱৰ্তী নিৰ্বাচনী যুঁজত জয়লাভ কৰাটো নিশ্চিত কৰা। দ্বিতীয়, যাতে ভোদটাতা বুৰ্বকসকলে

আগৰবাৰ একো কাম নকৰাৰ অভিযোগ আনি পাছৰবাৰ ভোট নিদিলেও পূৰ্বৰ ক্ষমতাতে অধিষ্ঠিত হৈ থাকিব পাৰে তাৰ ব্যৱস্থা কৰা। এনে এটা সুন্দৰ ব্যৱস্থা যদি থাকে তেন্তে সেই ভোট নিদিয়া বুৰ্বক সকলক এটা ভাল শিকনিও দিব পৰা যায়। এনে শিকনি দিয়াৰ এটা উপায় হ'ল সেই অঞ্চলৰ আঁচনি ৰূপায়ণ প্ৰক্ৰিয়া সমূলি বন্ধ কৰা। কল্যাণমূলক আঁচনিৰ ধন সোপাকে আত্মসাৎ কৰাটো হ'ল সৰ্বোত্তম মন্ত্ৰ। এফালে ৰাইজৰ ওপৰত প্ৰতিশোধ লোৱাও হ'ল আৰু আনফালে কোৰোণাৰে গোটোৱা ধন-সোণেৰে পৰৱৰ্তী নিৰ্বাচনত জিকাৰ ৰাস্তাও মুকলি হ'ল।

"এই প্ৰক্ৰিয়া চলি থাকে আৰু বিধায়ক-মন্ত্ৰীসকলৰ ঐশ্বৰ্য-ক্ষমতাও আকাশলংঘী হৈ গৈ থাকে।

এনে হেন সুবিধা কাক নালাগে অ'? পিছে লেঠা হ'ল, এনে সুযোগৰ সুবিধা ইমান কম যে হাজাৰ হাজাৰ প্ৰত্যাশী পুৰুষে ইয়াৰ শ্ৰীবৃদ্ধি কৰাৰ বাবে চিন্তাচৰ্চা-গৱেষণা কৰাত লাগি গ'ল।"

"ঐ বহুবল্কী! তইনো এইবোৰ কি ছালে-বেৰে কোবোৱা কথা ক অ'? আমি হ'লোঁ মূৰ্খ মানুহ। ইমান পাক লগা কথা বুজাৰ শক্তি ঈশ্বৰ প্ৰভুৱে নিদিলে। তই সহজকৈ কৈ পেলা, "উচ্চসদন মানে নো কি বস্তু", ভোদায়ে এক প্ৰকাৰ উত্তেজিত হৈ ক'লে।"

"হেৰৌ, তাকেতো কৈ আছোঁ। ইমান অধৈৰ্য নহবিচোন? মই তোক কৈছোঁ নহয় কিবা গৱেষণাত লাগি গ'ল বুলি? সেইটো হ'ল নিজৰ ক্ষমতা অক্ষুণ্ণ ৰাখি টকা ঘটাৰ উপায় উলিওৱাৰ গৱেষণা। এইসকল স্বাৰ্থলোভী ৰাজনীতিকে টকা ঘটাৰ প্ৰক্ৰিয়া অব্যাহত ৰখাৰ বাবে এটা সুন্দৰ উপায় উদ্ভাৱন কৰি পেলালে।

"সেইটোৱে হ'ল অসমত এখন উচ্চসদন বা বিধান পৰিষদ সৃষ্টি কৰা। তেতিয়া ১২৬ জনৰ উপৰি আৰু কিছুমান বিধায়ক বা ধৰি ল উচ্চ বিধায়কৰ জন্ম হ'ব। এই কথা তই সহজে বুজি পাবি যে অসমত বহু জাতি-জনজাতি-উপজাতি আৰু তোৰ কিবা বোলে, গোষ্ঠীয়ে বসবাস কৰি আহিছে। এই ১২৬ জনীয়া বিধানসভাৰ ব্যৱস্থাই এই সকলোবোৰ গোষ্ঠীকে সামৰি ল'ব নোৱৰাত কিছু সংখ্যক ক্ষমতা-উন্মাদ লোক এনে ঐশ্বৰীয় সম্ভোগ ব্যৱস্থাৰ পৰা বঞ্চিত হৈ আছে। হাজাৰ হ'লেও সংবিধান অনুসৰি আমাৰ গণতন্ত্ৰত সকলো গোষ্ঠীৰে সমান অধিকাৰ আছে। তেন্তে, সেইসকলক বঞ্চিত কৰাটো সংবিধানৰ উল্লংঘন নহ'লনে? উচ্চ সদন হ'ল এনে উলঙ্ঘন প্ৰতিহত কৰাৰ এটা উপায়।"

"পাছে, এই বিধান পৰিষদ, মানে উচ্চসদনখন এতিয়াও গঠিত হোৱা নাই। এই আছু' বোলা বস্তুটোৰ ধমকিতে যোৱা শীতকালীন বিধানসভাৰ অধিৱেশনত এই

উচ্চসদন গঠনৰ প্ৰস্তাবটো সুকলমে পাছ হৈ গ'ল। কোনো এটা দলে, কোনো এজন নিৰ্দলীয় বিধায়কে এটা শব্দও ইয়াৰ বিপক্ষে উচ্চাৰণ কৰাৰ ইচ্ছা বা সাহস গোটাব নোৱাৰিলে। কেন্দ্ৰীয় চৰকাৰে আৰু সংসদেও ৰাজনৈতিক সহানুভূতিৰে ইয়াত সম্মতি দিলে। এতিয়া হেনো তৎকালীনভাৱে উচ্চসদন গঠন কৰাৰ বাবে দিল্লীলৈ এটা সঁজাতী দলো যাবলৈ ওলাইছে। গতিকে, ঈশ্বৰে কৰিলে নিৰ্বাচনৰ পাছতে অসমৰ তিনিকোটি বাসিন্দাৰ ভাগ্যত আৰু অন্ততঃ ৪২জন ঈশ্বৰৰূপী উচ্চবিধায়ক সৃষ্টি হ'ব আৰু ইয়াৰ ফলত অসমৰ জনগণৰ সকলো দুখ-দুৰ্গতি মোচন হৈ অৱস্থা নন্দন-কানন হ'ব," মই ক'লোঁ।

"ধেৎ বহুবক্তী! কি কথাবোৰ ক, অ'? মই যিটো কথা বুজা নাই, সেইটো হ'ল, এই আছুৰ নেতাসকলক কি ছুট খৰে খালে, ৰাজনীতিকসকলৰ কিবা ক্ষমতা উপভোগৰ সুযোগ হ'ল বা নহ'ল? ছাত্ৰ হৈ পঢ়া-শুনা কৰিব লাগে। এইবোৰ ৰাজনীতিৰ অংক কৰিব লাগিছে কিয়?

"ঐ ভোদাই! তই ভোদাই হৈয়েই থাকিবি নে কেতিয়াবা কিবা শিকিবি? হেৰৌ! তোৰ চকুৰ আগতে কিমান পয়মাল ঘটি গ'ল, তই দেখা নাই নেকি? হেৰৌ, আছুৰ পৰা অগপ, ন-অগপ, অগপ (প্ৰ) হ'ল নে নাই? এইসকলে দহবছৰ ৰাজসিংহাসন ভোগ কৰি কিমান কৰিলে দেখা নাই? হেৰৌ, বাংলাদেশী খেদাৰ নামত ছাত্ৰৰ পৰা ৰাজনীতিক হৈ অসমখন ধ্বংস কৰি নিজে একোজন টাটা-বিৰ্লা হ'ল। এই নৰাধমসকল দুৰ্নীতি-অপৰাধত নিমজ্জিত হ'ল। গুপ্তহত্যা, যুৱ-উচ্ছৃংখলতা, অসম বন্ধ সকলো হ'ল। এল অ' চি, গ্ৰীণ হাউছ কেলেংকাৰিও হ'ল। নাৰী কেলেংকাৰিও হ'ল। অসমৰ ৰাইজৰ দুখ-দুৰ্গতি কুলাই-পাচিয়ে নধৰা হ'ল। মুঠৰ ওপৰত হ'বলৈ একো বাকী নথকাকৈ হ'ল।

"দ্বিতীয়তে, ছাত্ৰ সংস্থাত থাকিবলৈ 'ছাত্ৰ' হৈ থাকিব নালাগে। কোনোবা এটা শিক্ষানুষ্ঠানত নামটো লগাই থ'লেই হ'ল। তেতিয়া বিয়াবাৰু কৰাই, ল'ৰা-ছোৱালী, নাতি-পুতিৰ মুখ দেখি সুখে-সন্তোষে জীৱন-যাপন কৰিলেও ছাত্ৰৰ ছাবটো মোচা নাযায়। সেইটোৱেই প্ৰয়োজন আটাইতকৈ বেছি। কিয়নো এই 'আছু' হ'ল ভৱিষ্যতৰ ৰাজনীতিকৰ আখৰা স্থল বা প্ৰথম পৰ্যায়। ক'ব পাৰ, ৰাজনীতিকলৈ ৰূপান্তৰিত হোৱাৰ অনুজ্ঞাপত্ৰ। গতিকে, ভৱিষ্যতলৈ দৃষ্টি ৰাখি এই সকলে উচ্চ বিধায়ক হোৱাৰ নিজৰ ভেটিটো নিৰ্মাণ কৰি লোৱাৰ আখৰা দিছে। সেইটোকে সকলোৱে কৰে। আছুয়ো কৰিছে," কিয় আছুৰ মূৰৰ বিষ এতিয়া বুজিলিনে?, মই ক'লোঁ?

"বোলো ময়ো এটা কথা বুজা নাই, বহুবক্তী! এই যে তই ক'লি, 'অসমত সকলো জনগোষ্ঠীকে প্ৰতিনিধিত্ব কৰাৰ জোখাই অসমৰ বিধানসভাত বিধায়কৰ

আসন নাই, তেন্তে অসমৰ বাবে ১২৬ জন বিধায়কৰ ব্যৱস্থা কৰোঁতে এই বিষয়টো বিবেচনা কৰা হোৱা নাছিল নেকি? ভাৰতবৰ্ষৰ এখন সংবিধান আছে। মানে সংবিধান, জনপ্ৰতিনিধিত্ব আইন, নিৰ্বাচন আয়োগ সকলো আছে। সকলো জাতি-উপজাতি-জনগোষ্ঠীকে প্ৰতিনিধিত্ব কৰাটো যদি এক সাংবিধানিক কথা, তেন্তে সংবিধান সংশোধন কৰি সংখ্যাটো বঢ়াই ল'লেই হ'ল? সেইটো নকৰাকৈ এতিয়া পিছুৱাবেদি সিদ্ধি খান্দিবলৈ ওলাইছে কিয়?"

"মোৰ দ্বিতীয় প্ৰশ্ন হ'ল— আছুৱে বাংলাদেশী বহিষ্কাৰৰ প্ৰতিশ্ৰুতিৰে অগপৰ ৰূপত ক্ষমতা দখল কৰি বাংলাদেশীসকলক নাগৰিকত্ব প্ৰদান কৰাৰ সকলো ব্যৱস্থা কৰিলে। ৰক্ষণাবেক্ষণৰ বাবেও যিমান পাৰে কৰিলে। আলফায়ো বাংলাদেশীৰ সপক্ষে মাত মাতিছে আৰু আছুৱে তাৰ প্ৰতিবাদো কৰিছে। তেন্তে আই এম (ডিটি) বাতিলৰ পাছত ছুপ্ৰিম কৰ্টৰ নিৰ্দেশ মতে তৰুণ গগৈৰ চৰকাৰে যে কোনো ব্যৱস্থা লোৱা নাই, সেই সম্পৰ্কে জোৰদাৰ দাবী তুলি চৰকাৰক বাংলাদেশী বহিষ্কাৰৰ প্ৰক্ৰিয়াটো চালু কৰাৰ বাবে বাধ্য নকৰায় কিয়? তাকে নকৰি এতিয়া উচ্চসদনত উঠি পৰি লাগিছে কিয়? নে আই এম (ডিটি) বাতিলৰ লগে লগে অসমৰ পৰা বাংলাদেশীসকল নিজে নিজে নাইকিয়া হ'ল? কথাটো বাৰু তই টং কৰিছনে?" সোণাইৰ প্ৰশ্ন।

"হেৰৌ সোণাই! মোৰ হাতত তইঁতৰ এইবোৰ জটিল প্ৰশ্নৰ উত্তৰ নাই। তোৰ দৰে ময়ো এইবোৰ ক্ষেত্ৰত অজ্ঞতাৰ এন্ধাৰত ভ্ৰমিছোঁ। ৰাজনীতিকসকলৰ ৰহস্যভেদৰ জোখাৰে 'ঈছৰ' প্ৰভুৱে মোৰ মগজুত ঘিউকণ নিদিলে। তথাপিও কওঁ অসমৰ সমাজখন বাৰেবৰণীয়া। এই মুলুকত কমেও ১৭৫টা ভাষা, উপভাষা, দোবান আছে। অৰ্থাৎ সমান সংখ্যাৰ জাতি-উপজাতি, গোষ্ঠী-জনগোষ্ঠীও আছে। এই সকলো জাতি-উপজাতি-জনগোষ্ঠীৰে উন্নতি সাধন কৰাটো চৰকাৰৰ সাংবিধানিক দায়বদ্ধতা। কিন্তু, ইয়াৰ বাবে যে প্ৰত্যেক গোষ্ঠী-জনগোষ্ঠী-জনজাতিৰে সংসদ বা বিধানসভাত বিধায়ক থাকিব লাগিব, তাৰ কোনো বিধান নাই। মানে থকাটো সম্ভৱপৰ নহয় আৰু প্ৰয়োজনো নাই।

"ভাৰতবৰ্ষ এখন গণতান্ত্ৰিক, ধৰ্মনিৰপেক্ষ দেশ। ইয়াত সকলোৰে সমান ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক, সাংবিধানিক অধিকাৰ আছে। এগৰাকী সাংসদে বা বিধায়কে নিজৰ সমষ্টিৰ সকলো ভাষা-ভাষী, জাতি-উপজাতি, গোষ্ঠী-জনজাতিৰ কল্যাণৰ হকে কাম কৰিব লাগে। কিয়নো, প্ৰত্যেকজন ভোটাৰৰ ভোটৰ বলতহে তেনে লোক সাংসদ বা বিধায়ক হৈছে। প্ৰতিটো ভোটৰ মূল্য সমান, লাগিলে ভোটদাতা যি ধৰ্মৰ বা গোষ্ঠীৰ লোকেই নহওক কিয়। সকলো গোষ্ঠী-ধৰ্মৰ লোকক

সংসদ বা বিধানসভাত প্ৰতিনিধিত্ব প্ৰদান কৰাটো ভাৰতীয় সংবিধানৰ অভিপ্ৰায় নহয়।

দ্বিতীয়তে, উচ্চসদন বা বিধান পৰিষদ গঠিত হ'লেও সকলো গোষ্ঠী-ধৰ্ম বা ভাষাৰ লোকক প্ৰতিনিধিত্ব কৰাটো অসম্ভৱ। সংবিধানৰ ব্যৱস্থা অনুসৰি বিধানসভাত থকা সংখ্যাৰ এক তৃতীয়াংশ সংখ্যাৰ বিধান পৰিষদহে গঠিত হ'ব পাৰে। সেই হিচাপত অসমৰ ক্ষেত্ৰত সৰ্বোচ্চ ৪২ জন এনে সদস্য হ'ব পাৰে। কিন্তু তেতিয়াও সকলো গোষ্ঠীৰ লোকক বিধানসভা বা বিধান পৰিষদত প্ৰতিনিধিত্ব কৰাটো হ'ব অসম্ভৱ। আজিৰ যুগত ৰাজনৈতিক প্ৰভাৱ আৰু ধন-জনৰ বল নাথাকিলে ৰাজনীতিৰ প্ৰবেশপত্ৰ পোৱাটো দিবাস্বপ্ন। অসমৰ বহু জনগোষ্ঠী নিৰক্ষৰতা, অজ্ঞতা আৰু বুভুক্ষাৰ কৱলত পতিত। এইশ্ৰেণীয়ে ৰাজনীতিৰ অৰ্থও হয়তো বুজি নাপায়। বিধান পৰিষদৰ বাবে মনোনয়ন পাব লাগিলে ধনজনৰ বল আৰু অপৰাধ-দুৰ্নীতিৰ কীৰ্তি-যশস্যা থাকিব লাগিব। চূড়ান্ত বিচাৰত, আমাৰ সমাজ ব্যৱস্থাত কোনোকালে কোনো পৰিস্থিতিতে বিধানসভা-সংসদত সকলো জাতি-জনজাতিৰ লোকক প্ৰতিনিধিত্ব কৰা সম্ভৱ নহয়। আনকি ই অকল অবাঞ্ছনীয়েই নহয়, ই গণতন্ত্ৰৰ পৰিপন্থী তথা ক্ষতিকাৰকো। কিয়নো, এনে কু-নীতিয়ে সমাজখনক জাতি-উপজাতি আৰু ধৰ্মৰ ভিত্তিত বিভাজিত কৰি গণতান্ত্ৰিক ভেটিটোৰেই গৰাখহনীয়া ঘটায়।

তোৰ দ্বিতীয় প্ৰশ্নটোৰো উত্তৰ মোৰ হাতত নাই। এই মুহূৰ্তত এইটোকে ক'ব পাৰোঁ যে আছুৰ নেতাসকলে বাংলাদেশী বহিষ্কাৰৰ ব্যৱস্থা কাৰ্যকৰী কৰি নিজৰ ভৱিষ্যৎ ধ্বংস নকৰাৰ প্ৰজ্ঞা লাভ কৰিছে— তেওঁলোকৰ পূৰ্বসূৰী প্ৰফুল্ল-ভৃগু-বৃন্দাবনহঁতৰ আদৰ্শৰ পৰা। অসমত বাংলাদেশী নাগৰিকৰ সংখ্যা এতিয়ামানে হয়তো ৬০-৭০ লাখ হৈছেগৈ। ইতিমধ্যে, অন্ততঃ পাঁচখন বাংলাদেশী অধ্যুষিত জিলা মুছলমান সংখ্যাগৰিষ্ঠ হৈছেই। আন তিনিখনত হেনো সমান সমান। অহা দহ বছৰৰ ভিতৰত মুখ্যমন্ত্ৰীৰ কথা বাদেই, মন্ত্ৰীসভাও বাংলাদেশীৰ প্ৰতিনিধি অবিহনে অসম্ভৱ হ'ব। এনেস্থলত, এই বাংলাদেশীক বহিষ্কাৰ কৰাৰ হকে মাত মাতি আছুৰ নেতাই হাতৰ কুঠাৰ ভৰিত মাৰিব বুলি যদি কোনোবাই ভাবে, তেন্তে তেওঁ মূৰ্খৰ স্বৰ্গতহে বাস কৰা বুলি ক'ব লাগিব", মই ক'লোঁ।

"হেৰি নহয়, বহুবন্ধী! অসমত যে নতুনকৈ উচ্চসদন গঠনৰ পোকে নেতাসকলৰ মূৰত এতিয়া কামুৰিলে, ইমান বছৰে দেখোন সেইখন ভূ-স্বৰ্গ নোহোৱাকৈ চলি গ'ল? একোতো অসুবিধা অন্ততঃ অসমৰ বাইজৰ হোৱা নাই? উচ্চ সদন গঠন হ'লে (কিবা যদি অসুবিধা আছেও) সেই অসুবিধা দূৰ হ'ব নেকি? যদি হয়, কেনেকৈ? তদুপৰি অসমৰ বাহিৰে আন আন ৰাজ্যৰ ক'ৰবাত এনে উচ্চসদন

আছে নেকি?” নদাই আৰু ভোদায়ে প্ৰশ্ন কৰিলে।

“হেৰৌ, নদাই, ভোদাই, সোণাই! এইবোৰ কথা নগতাই ভাল। ক'লেই লেঠা, বুজিছ? হেৰৌ, এইবোৰ গৌতৰ বিপৰীতে যোৱা কথা। এতিয়ালৈকে, বিহাৰ, উত্তৰ প্ৰদেশ, মহাৰাষ্ট্ৰ, কৰ্ণাটক আৰু কাশ্মীৰৰ বাহিৰে এইবিধ অবয়ব ক'তো নাই। এইবোৰ ব্ৰিটিছৰ সাম্ৰাজ্যবাদী শাসন চলোৱাৰ ঘূণে ধৰা, জাতীয় স্বাৰ্থৰ পৰিপন্থী ব্যৱস্থা। ইতিমধ্যে পশ্চিম বংগ আৰু পাঞ্জাবে এই ব্যৱস্থা পৰিহাৰ কৰিছে। অন্ধ্ৰপ্ৰদেশে ১৯৫৭ চনত এই ব্যৱস্থা গ্ৰহণ কৰিছিল যদিও ১৯৮৫ চনতে ইয়াক পৰিহাৰ কৰিছে-- সময়ৰ বিৱৰ্তনৰ স্বীকৃতিৰে।”

“তদুপৰি জম্মু আৰু কাশ্মীৰত এখন সুকীয়া সংবিধান থকাৰ উপৰি প্ৰশাসনিক-সাংবিধানিক ক্ষেত্ৰতো বিশেষ ব্যৱস্থা আছে। আনহাতে বিহাৰত এই উচ্চসদন এতিয়াও আছে যদিও সৰ্বস্বীকৃত সত্য হ'ল— ভাৰতবৰ্ষৰ ভিতৰত বোধকৰোঁ সকলো ফালৰ পৰা বিহাৰ অৰ্থনৈতিক-সামাজিক প্ৰগতিৰ ক্ষেত্ৰত আটাইতকৈ পিছপৰা ৰাজ্য। এই উচ্চ সদনলৈ কোনবোৰ ঘটিৰাম-বাতিৰাম ৰাজনীতিক নিৰ্বাচিত হয়, সেইটোও অনিশ্চিত কথা।

“সাধাৰণতে, সাধাৰণ নিৰ্বাচনত ৰাইজে ডাষ্টবিনত পেলোৱা জাবৰ সদৃশ দাগী-অপৰাধী, চোৰ-ডকাইতৰ গুণ থকা ব্যক্তিহে উচ্চ সদনলৈ মনোনীত হয়। কিছুমান হেনো মাফিয়া ডনো আছে। গতিকে, উচ্চসদনলৈ নিৰ্বাচিত হয় এই শ্ৰেণীৰ ব্যক্তিহে। অৱশ্যে, সম্মানীয় ব্যতিক্ৰম সকলোতে থকাৰ দৰে ইয়াতো আছে। কিন্তু সেয়া ব্যতিক্ৰমহে।

“মুঠৰ ওপৰত উচ্চ সদনৰ সৃষ্টি ৰাইজৰ মংগলৰ বাবে নহয়। ই কিছুমান দালাল, অপৰাধী, দুৰ্নীতিগ্ৰস্ত, সন্ত্ৰাসবাদীক ৰাজনৈতিক ক্ষমতাত সংস্থাপনৰ হে ব্যৱস্থা। অথবা, ই সৰ্বসাধাৰণ ৰাইজৰ তেজ শোষণৰহে ব্যৱস্থা। দৰ্কাৰী কথাটো হ'ল-- কংগ্ৰেছ, এজিপি, বিজেপি, চি পি আই, চি পি এম, সমাজবাদী পাৰ্টি— সকলো ৰাজনৈতিক দলেই এই উচ্চসদন সৃষ্টিৰ জৰিয়তে ৰাইজক শোষণ কৰাত একমত। ইয়াত কাৰো তিলমানো মতভেদ নাই,” মই ক'লোঁ।

“শুন বহুবক্তী! নিৰ্বাচন আহি আছে। মাত্ৰ ৪ মাহহে বাকী আছে। ভোটৰ বতৰত ৰাইজে এইবোৰ ৰাইজৰ প্ৰতিনিধিৰ কৃতি-দুষ্কৃতিৰ খতিয়ান লোৱাটো অপৰিহাৰ্য হৈছে। সেয়ে আমি আজিৰ মেলতে এই অদ্ভুত ব্যৱস্থাৰ অৰ্থনৈতিক ফলাফলৰ খতিয়ান তৈয়াৰ কৰিব লাগিব। ইয়াৰ পাছতে এটা প্ৰতিৰোধৰ কাৰ্যসূচীও প্ৰস্তুত কৰি উলিওৱাবো দৰ্কাৰ হ'ব। সেইখিনিকে আজিৰ মেলত ধাৰ্য কৰি লওঁ,” ভোদায়ে ক'লে।

"হেৰৌ! আদাৰ বেপাৰী জাহাজৰ খবৰ লৈ লাভ কি? অৱশ্যে, হিচাপটো কৰা বৰ এটা টান কাম নহয়। ধৰ তোৰ ৪২ জন উচ্চ বিধায়কৰ মাহিলি দৰমহা, ভ্ৰমণ বানচ, বিধায়কৰ পুঁজিৰ ধন, সু-সজ্জিত চৰকাৰী আৱাস, গাড়ী-মটৰ এই আটাইবোৰত বছৰত অন্ততঃ এশ কোটি টকাৰ অপচয়। ইয়াৰ লগত তই যোগ কৰ আঁচনিৰ ধনৰ আত্মসাৎ। ইয়াৰ হিচাপ কৰিব কোনে?"

"তদুপৰি দুৰ্নীতিৰ যোগেদি ৰাজহুৱা সম্পদৰ ধ্বংস আছেই। ৰাজনৈতিক ক্ষমতাৰ প্ৰভাৱেৰে সমাজৰ পৰা সুবিধা, সন্মানৰ মূল্যতো আছেই। ইয়াৰ বিপৰীতে, প্ৰগতিৰ ঘৰত এটা ডাঙৰ শূন্যই নহয়, সংখ্যাটো হ'ব ঋণাত্মক। কিয়নো বিধায়ক আৰু উচ্চ বিধায়ক লগলাগি এতিয়া শোষণকাৰী গোষ্ঠীৰ দলটো অধিক শক্তিশালী হ'ব আৰু ইয়াৰ বিপৰীতে জনগণ হ'ব সেই পৰিমাণে শোষিত-বঞ্চিত। এতেকে, অসমৰ ৰাইজৰ বাবে ই গ্ৰহণযোগ্য মুঠেও নহয়," মই ক'লোঁ।

"কথাবোৰ এতিয়াহে বুজিলোঁ। মুঠৰ ওপৰত এনে এক দুৰ্ঘোৰ জন-বিৰোধী ব্যৱস্থা লোৱাৰ ক্ষেত্ৰত এইসকল সন্মানীয় ৰাজনৈতিক ব্যক্তিক সমাজৰ পৰা বহিস্কাৰ কৰিবই লাগিব। এইবাৰ ভোট-ভিক্ষা কৰিবলৈ ৰাইজৰ ওচৰলৈ যাওঁতে ইয়াৰ ব্যৱস্থা কৰিব লাগিব।

"মোৰ কাৰ্য-আঁচনিটো এতিয়া তইঁতে শুন। সাৱধানে শুনিবি", ভোদায়ে ক'লে। আমি অতি সোনকালে প্ৰতিখন জিলা আৰু প্ৰতিটো মহকুমাতে একোটা "বহুবক্তীৰ জাতীয় স্বাৰ্থ সুৰক্ষা মঞ্চ" গঠন কৰোঁ। নিৰ্বাচন প্ৰতিদ্বন্দ্বীসকলে ৰাইজৰ ওচৰলৈ ভোট ভিক্ষা কৰিবলৈ যাওঁতে আমাৰ মঞ্চৰ পৰা লোৱা এখন মনোনয়ন কাৰ্ড দেখুৱালেহে ৰাইজে কোনো প্ৰতিদ্বন্দ্বীক প্ৰাৰ্থীৰ স্বীকৃতি দিব। এনে কাৰ্ড মঞ্জুৰ কৰাৰ আগতে প্ৰতিজন প্ৰাৰ্থীয়ে ৰাইজৰ আগত আঠু কাঢ়ি শপত লৈ এইখিনি সবিশেষ দাখিল কৰিব— ১) তেওঁৰ শিক্ষা-দীক্ষা, ২) অভিযুক্ত হোৱা অপৰাধৰ তালিকা, ৩) ঠগ-প্ৰৱঞ্চনাৰ অভিলেখ, ৪) সমষ্টি সম্পৰ্কে লিখা এখন ৰচনা, ৫) সত্য তথ্য বৰ্ণনাৰ প্ৰমাণ স্বৰূপে দণ্ডাধীশৰ আদালতত চহী কৰা এখন শপতনামা আৰু ৬) দুৰ্নীতি কৰি গোটোৱা ধন সম্পদৰ খতিয়ান।

অসমৰ ১২৬টা সমষ্টিত কমেও দুহেজাৰ প্ৰাৰ্থীয়ে প্ৰতিদ্বন্দ্বিতা কৰিব। ইয়াৰ প্ৰত্যেকটো সমষ্টিতে আমি ৰাইজৰ নিৰ্বাচন প্ৰাৰ্থী মনোনয়ন কমিটি গঠন কৰি দিম। এই কমিটিয়ে ওপৰোক্ত দিশসমূহ পৰীক্ষা কৰি যদি দেখে যে কোনো এগৰাকী প্ৰাৰ্থী দুৰ্নীতি অপৰাধত লিপ্ত আছে অথবা মিছা শপত নামা দাখিল কৰিছে, তেন্তে তেনে দুৰ্নীতি-অপৰাধগ্ৰস্ত প্ৰাৰ্থীৰ প্ৰাৰ্থিত্ব নাকচ কৰিব আৰু ডিঙিত কিহবাৰ একোধাৰ মালা পিন্ধাই সসন্মানে বাহিৰ কৰি পঠিয়াব। যিসকল দলীয় প্ৰাৰ্থী আমাৰ

বাইজৰ কমিটিৰ বাছনিত উঠে, তেওঁলোকৰ প্ৰত্যেককে একোখন সমষ্টিটোৰ বিষয়ে ৰচনা লিখিব দিব। যিসকলে ৰচনাখন লিখি নিজৰ জ্ঞানৰ পৰিচয় দিয়ে তেওঁলোকে বাইজৰ স্বীকৃতি পাব আৰু সমষ্টিৰ উন্নয়ন তথা কল্যাণৰ হকে পাঁচ লাখ টকা টিকিউৰিটি ডিপোজিট থ'ব, যাতে এম.এল.এ. হ'লে সমষ্টি উন্নয়নৰ কাম নকৰিলে অন্ততঃ সেই পাঁচ লাখেৰে উন্নয়নমূলক কিছুকাম কৰিব পাৰি। যদি আমাৰ বিচাৰত দলীয় প্ৰাৰ্থী গৰাকী নাকচ হয়, তেন্তে আমি বাইজে নিজাববীয়াকৈ প্ৰাৰ্থী মনোনয়ন কৰি সেইজনক ভোটত জয়যুক্ত কৰাম আৰু তেতিয়া আমি সঁচা অৰ্থত বাইজৰ চৰকাৰ এখন গঠন কৰিম। কেনে হ'ব? ●●●

*অভিমত ৩১ ডিচেম্বৰ ২০০৫*

# অথ কলিং বে'ল সংবাদ-দুঃসংবাদ

ঘৰত কলিং বে'ল বোলা বস্তুটো যে কিয় লগাইছিলোঁ, সেই কথা ভাবিলে এতিয়া নিজকে ধিক্কাৰ দিবলৈ মন যায়। আৰু অলপ দূৰলৈ গৈ ভাবিলে, এই যন্ত্রটো যিসকলে উদ্ভাৱন কৰিলে, অথবা যাৰ দুশ্চিন্তাই এই যন্ত্রটো ঘৰত লগোৱাৰ ব্যৱস্থাটো একেবাৰে পকা কৰি পেলালে, তেওঁলোককো মোৰ গৰিহণা খোৱাসকলৰ আৱৰ্তলৈ টনা-আঁজোৱা কৰি আনিবলৈ মন যায়। হ'ল বুলিতো সকলোৰে এটা সীমা আছে? দিন নাই, ৰাতি নাই; সময় নাই, অসময় নাই, দৰ্কাৰ-অদৰ্কাৰৰ বিচাৰ নাই, স্থান-কাল-পাত্ৰৰ বিবেচনা নাই, সেই কলিং বে'ল নামধাৰী বস্তুটোৰ টিং টং-ডিং ডং খনৰ বিৰতি-বিহীন শব্দত কাণ দুখন কলা, মূৰটো ঘোলা, ভৰি দুখন কোঙা আৰু বুকুখন ভঙাৰ অৱস্থা হৈছে। উহ ৰাম! কি যে উৎপীড়ন!

এই কলিং বে'লটোৰ বাবে ঘৰখনৰ শান্তি হেৰাল। বিভিন্ন কাৰণত, বিভিন্ন মানুহ, বিভিন্ন সময়ত আহি বিভিন্ন ধৰণে কলিং বে'লটো টিপি বহুবকীক লগ পাব বিচাৰে। কিন্তু ঘৰখনত অকল ময়েই থাকোঁ জানো? শ্ৰীমতীৰ মহিলা সমিতি, মহিলা ক্লাব আছে। তেওঁকো মানুহে লগ পাবলৈ ঘৰলৈকে আহে। কণুল-মিণ্টিহঁতক বিচাৰিও সিহঁতৰ লগৰ ল'ৰা-ছোৱালী আহে আৰু কলিং বে'ল বজায়।

দুৰ্গাপূজা, লক্ষ্মী পূজা, সৰস্বতী পূজা, কালী পূজা, গণেশ পূজা, বিশ্বকৰ্মা পূজা, ঝুলন পূজা, ৰাসপূজা, ছট পূজা আৰু কত যে কি পূজাৰ চান্দা বিচাৰি আহি কলিং বে'ল টিপে! অধ্যয়নত্যাগী ছাত্ৰই ব'হাগ বিহু উদ্‌যাপন, ব'হাগী বিদায় পালনৰো চান্দা বিচাৰি কলিং বে'ল টিপে। কাৰোবাৰ বেমাৰ হ'লে চিকিৎসাৰ পইচা বিচাৰি, থিয়েটাৰ-সাংস্কৃতিক সক্ৰিয়াৰ চান্দা বিচাৰি আহিও কলিং বে'লটো বজায়। তৰকাৰীবালা, মাছবালা, গাখীৰবালা, জাৱৰবালা, পৌৰনিগমৰ টেক্সবালায়ো বে'ল বজাই মাতে। কাৰ্পেটবালা, শলবালা, বাচনবালা, ধূপকাঠিবালাই বে'ল বজায়। মুৰ্গীবালা, কণীবালা, মেটবালা, গুৰবালা, জহাচাউলবালায়ো দয়া কৰি সেইবোৰ ভোগ বিলাসৰ সামগ্ৰী ঘৰলৈ কঢ়িয়াই আনি উপভোগৰ আমন্ত্ৰণ জনাই কলিং বে'ল টিপে। কাৰোবাৰ ঘৰ বিচাৰি অহা মানুহ, ঘৰভাৰা বিচৰা মানুহ, আত্মীয়-স্বজন, মেলে-মিটিঙে, শ্ৰাদ্ধই-ভোজে, বিয়াই-সবাহে মাতিবলৈ অহা মানুহবোৰতো আছেই। তাতে আজিকালি ভিক্ষা খুজিবলৈ অহাসকলেও গেটৰ পৰা চিএৰি ভিক্ষা খুজিবলৈ টান পায়। হয়তো! আজিৰ এই বিজ্ঞান-প্ৰযুক্তিবিদ্যাৰ উখল-মাখলত 'ভিক্ষা

কৰিবলৈ আছিল বুলি ভিক্ষাৰীয়ে সেইকণ সুবিধাও গ্ৰহণ নকৰাৰ কি যুক্তি আছে? গতিকে কলিং বেলটো নিৰবচ্ছিন্নভাৱে বাজি থাকে। মিউজিকেলবিধ হ'লেতো সুৰৰ ঝংকাৰত কেতিয়াবা এই বহুবক্তীৰ টোপনিও আহি যায়। মানে দুপৰীয়া বাগৰ দিওঁতে কলিংবেলৰ কৰ্কশ শব্দই ভঙা টোপনিৰ লোকচান পূৰণ হ'য় এই মিউজিকেল সুৰৰ ঝংকাৰত।

"আচলতে, মই বহুবক্তীৰ দোষ হ'ল— মই বৰ এলেহুৱা মানুহ। বে'লটো বাজিল বুলিয়েই কিবা উধাতু খাই লৰ মাৰিব পাৰিনে? সেয়ে, মই কেতিয়াবা শ্ৰীমতীকে কওঁ, "হেৰা। তোমাক কোনোবাই মাতি আছে যে শুনা নাই?" তেওঁ ক'ব, "চোৰাচোন তুমিয়েই। মই ভাতৰ চক এৰি এতিয়া যাব নোৱাৰোঁ। মানুহজনৰ কাম কাজ একো নাই, অথচ মুঠেও লৰচৰ কৰিব নুখুজে।" এদিন এনেকৈয়ে লাগি গ'ল দুয়োৰে খকা-খুন্দা, হাই-কাজিয়া। নালাগিবনো কিয়? মোৰ এই টেঁকা মৰা কথাটো তেওঁ ভালদৰে বুজি পায়।

সেইদিনা মই ক'লোঁ, "বাহিৰত কোনে বে'ল বজাই আছে চোৱাঁ।"

তেওঁ ক'লে, "ইঃ দেখিছ। বৰ হুকুম চলাবলৈ আহিছে! তুমিয়ে চোঁৱা, তোমাৰহে মানুহ?"

"কি ক'লা? মোৰ মানুহ? তুমি জানো দেখিছা? তেন্তে কোৱাচোন, কোন আহিছে?"

"নেদেখিলে কিয় ক'ম? কোনোবা এজনে তোমাকহে বিচাৰিছে?" শ্ৰীমতীয়ে ক'লে।"

"মোক মাতিছে বুলি কলা যে তুমি জানো মোক মতা শুনিছা? দেখাটো নায়েই?"

এনেকৈ আমাৰ কাজিয়া লাগি থাকোঁতে ইফালে বে'ল বজোৱাজনো অধৈৰ্য্য হৈছে। তেওঁ প্ৰথমতে এবাৰ দীঘলীয়াকৈ বজালে। পাছত কোনো সঁহাৰি নাপাই দুবাৰ বজালে। তেতিয়াও আমাৰ কোনো সঁহাৰি নাপাই মানে কাজিয়া শেষ নোহোৱাত ক্ৰমান্বয়ে সঘনে আৰু অধিক দীঘলীয়াকৈ বজাবলৈ আৰম্ভ কৰিলে। তেতিয়া মই খং উঠি এওঁক ক'লোঁ, "বোলো মিছা কথা কৈ বিয়াৰ এই দুকুৰিটা বছৰ পাৰ কৰিলা। স্বভাৱৰ পৰিবৰ্তন হ'লে নহ'ল। হেৰৌ, বাহিৰলৈ গৈছিলিয়েই যদি নক'লি কিয় যে মই ঘৰত নাই?" মই ক'লোঁ।

"তোমাৰ দৰে মই মিছলীয়া নহয়। আমি মিছা কথা কিয় ক'ম?" তেওঁ ক'লে।

মোৰ বিবাট খং উঠিল। তেওঁৰ ওপৰত বুলিয়েই নহয়। দুপৰীয়া ভাত খাবৰ সময়ত এনেকৈনো আনৰ ঘৰলৈ আহি মানুহে উৎপাতখন কৰিব লাগে নে?

হেৰৌ! অমুকৰ লগত যদি কিবা সকাম আছে, তেন্তে টেলিফোন এটা কৰি সময় লৈ আহ!

"খংটো ক'ৰবাৰ পৰা ভমক্কৈ দৌৰি আহিল। মই ঘৰত লুঙিখন পিন্ধি আছিলোঁ। বাহিৰৰ এই উপদ্ৰৱখন দেখি-শুনি খঙত ৰ'ব নোৱৰা হ'লোঁ আৰু ৰুদ্ৰমূৰ্তি ধৰি মনতে সজাই কথাখিনি এইদৰে ক'ম বুলি ওলাই গ'লোঁ, "হেৰি! আপোনালোকৰ কাণ্ডজ্ঞান বুলি কথা এটা বাৰু নাই নে? হ'ল বুলি অকণমানতো ওলাই আহিবলৈ সময় দিব লাগে? আপোনালোক আহিব বুলি আমি বাটত তেল-টেঙা লৈ ৰৈ থকা নাই নহয়?"

কথাখিনি ভবাৰ লগে লগে মনটোক এক অবুজ আনন্দই গিলি পেলালে। ভাবিলোঁ, আজিৰ এইপালি দৰবে আগন্তুকক জীৱনলৈ শিক্ষা দিব। হয়তো জীৱনত দ্বিতীয় দিন কাৰো ঘৰলৈ গৈ এনে উৎপাতখন নকৰিব। কিন্তু দুৱাৰ খুলি বাহিৰ ওলাই যি দেখিলোঁ তাৰ পাছত ডিঙিলৈকে শোভাযাত্ৰা কৰি অহা হাঁহিৰ শব্দৰাজি একে কোবে পেটলৈ উভতি গ'ল! মই এক মুহূৰ্তৰ বাবে হতবাক হ'লোঁ। সেয়া দেখোন শ্ৰীমতীৰ বায়েক-ভিনদেৱেক?

"কি কৰি আছিলানো? শুইছিলা যেন পাওঁ। ডিষ্টাৰ্ব কৰিলোঁ দেই", বাইদেৱে ক'লে।

"নাই বাইদেউ! এতিয়া জানো শোৱাৰ সময় হৈছে? মানে অলপ টিভিটো চাই আছিলোঁ। টিভিটো এওঁ ইমান ডাঙৰকৈ দিছে যে! মই কৈছোঁৱেই, বোলোঁ বাহিৰত কোনোবা অহা যেন লাগিছে। পিছে বৰ বেয়া লাগিছে। আপোনালোকেনো এনেকৈ বে'ল বজাই সোমাব লাগে নে? এইটো কিবা আপোনালোকৰ ঘৰ নহয় নেকি?"

বাইদেৱে-ভিনদেৱে কি ভাবিলে নাজানো। পিছে আমাৰ শ্ৰীমতী কথা সাজি কোৱাত পাকৈত বাবে বাইদেৱেকহঁতে কিবা ভাবিলেও যেনিবা শ্ৰীমতীয়ে সেইটো ফুচ ফাচ কৰি পঠালে। তেখেতসৱে ভাগিনীয়েকৰ বিয়ালৈ আমাক মাতিবলৈ আহিছিল। এওঁ চাহ পানী খুৱাই যেনিবা এঘন্টামান পাছতে পঠিয়ালে।

কিন্তু পাছৰ নাটকখন বেছ জমিল। মই তেওঁক চাৰ্জ কৰিলোঁ, "তোমাৰ বায়েৰা-ভিনদেউৰা আহিছে, তোমাৰ কাৰণে। কিন্তু তুমি ফাঁকি কথা কৈ মোক লঘুহে কৰিলা। কিন্তু, তুমি যে মিছলীয়া সেইকথা আকৌ এবাৰ প্ৰমাণ গৈ গ'ল।"

তেওঁ ক'লে, "মোৰ বাইদেউ-ভিনদেউ হ'লে কি হ'ল? বিয়াৰ চিঠিখন কাৰ নামত দিছে চোৱাচোন? তোমাৰ চিঠি তুমিহে ল'বা?"

এই কাজিয়াখন কৰাৰ পাছত সেইদিনা আৰু ভাত খোৱা নহ'ল। মানে ফাষ্টিং কৰি দিলোঁ। এতিয়া কথা হ'ল, মই নাখালে শ্ৰীমতীয়েনো কেনেকৈ খায়? তাৰ মানে

কলিং বে'লৰ কাৰণে সেইদিনা দুয়োৰে লঘোণ! ভাবিলোঁ, এনেকৈ আৰু নহ'ব। কলিং বে'লৰ ভৱিষ্যৎ সম্পৰ্কে 'ছিৰিয়াছলি' ভাবি কিবা এটা সিদ্ধান্ত ল'বই লাগিব। কথাটো দৰকাৰী হৈ পৰিছে এই বাবে যে কিবা এটা নকৰিলে এনে অস্বস্তি-অশান্তিৰ সদায় পুনৰাবৃত্তি ঘটি থাকিব।

কিন্তু ভবা আৰু কৰা দুটা বেলেগ বস্তু। বেচেৰা কলিংবেলটোৰ নো কি দোষ? তাক টিপিলে শব্দ কৰিবলৈহে লগোৱা হৈছে। ইমান বিশ্বাসী বস্তু এটাক নো হঠাৎ কেনেকৈ নিঃশেষ কৰি পেলাওঁ? কলিংবেলটোৰ পিনে এবাৰ চকু ফুৰালোঁ। ভাবিলোঁ নাই নোৱাৰি। গতিকে সেইদিনালৈ সি ৰেহাই পালে। এনেকৈয়ে সি তাৰ কাম সুন্দৰকৈ কৰি গৈছে।

আন এটা দেওবাৰৰ কথা কওঁ। সেইদিনা ৰাতিপুৱা ৭মান বজাত পিছফালৰ বাৰাণ্ডাত বহি বাতৰি-কাকতখন মনোযোগেৰে পঢ়িছোঁ। মানে কিবা এটা মজাৰ বাতৰি ওলাইছে। ক'বলৈ সংকোচ লাগে যদিও কওঁ বাৰু। কোনোবা এজন এম এল এ-ৰ ওচৰত গাভৰু এজনীয়ে কোলাত কেঁচুৱা লৈ কেঁচুৱাৰ পিতৃত্বৰ দাবী কৰিছে আৰু তাইক বিয়া কৰাবলৈ এম এল এ-ক ৰাইজে বাধ্য কৰাইছে। বাতৰিটোত ৰস ওলাইছে— এনে কদৰ্য ঘটনাত ৰাইজৰ প্ৰতিনিধি এগৰাকী জড়িত হোৱা বাবে। এই বাতৰিটোকে একান্ত মনে পঢ়ি থাকোঁতে মানে এবাৰ-দুবাৰ নহয়, উৰাই-ঘূৰাই পঢ়ি থাকোঁতে বে'লটো দুবাৰ দুবাৰকৈ কেবাবাৰো বাজিছে দেখি মই ওলাই আহি সুধিলোঁ, "কোন?"

"বহুবল্কী, মই অ'! মানে বহিখোৱা।"

"বহি খাবলৈ এৰি ইয়ালৈ কি কামত আহিলিনো, এই ভৰ পুৱাখনতে?"

"এহ, ৰ'বিচোন? মোৰ নামটোহে বহিখোৱা? বহি খাবলৈ ক'ত সময় পাবি? তহঁতৰ ঘৰে ঘৰে দিনে-নিশাই কাম কৰোঁতে দেখোন আধা জীৱন গ'ল?, তই দেখিছই।"

"পিছে কামৰ কথা ক এতিয়া।"

"তাকেতো ক'বলৈকে আহিছোঁ। বৰ বিপদত পৰিহে তোক এই পুৱাবেলাতে আমনি কৰিলোঁ। কি ক'ম তোক। মই দিনৰ দিনটো ঘৰত নাথাকোঁ। কোনেনো জানিছিল যে নিজৰ মাইকীজনীয়ে সেই খেকাৰখোৱা ৰিক্সাবালাটোৰ লগত এনেকৈ পলাই যাব? হেৰৌ, বহুবল্কী! তোক কাবৌ কৰিছোঁ। লাগিলে তোৰ ঘৰতে গোটেই জীৱনটো গেবাৰী খাটিম। তই পুলিচ থানালৈ গৈ সেইজনীক ঘূৰাই আনি দে, অ'!"

তাৰ কথা শুনি মনটো বৰ বেয়া লাগিল। সেইদিনা চাহ-তাহ এৰি থানালৈ গৈ যেনিবা এখন এজাহাৰ দিয়াৰ ব্যৱস্থাটো কৰিলোঁ। ইয়াৰ তিনিদিন পাছত

মাইকীজনীক ৰিক্সাৱালাৰ স'তে পুলিচে হাতকেৰেয়া দি ঘূৰাই আনিলে। ৰিক্সাৱালাকো জেলত থ'লে! থানাৰ পৰা আহি গা-হাত ধুই ব্ৰেকফাষ্টত কামোৰটো মাৰিছোঁহে। এনেতে বে'লটো আকৌ বাজিল। এওঁ আজি মূৰৰ বিষত শয্যাশায়ী হৈ আছে। গতিকে তেওঁৰ মূৰৰ বিষটোক অভিশাপ দি, ৰুটীখনত কামোৰটো মাৰি ওলাই গৈ চালোঁ। এজন ছুট-টাই মৰা যুবক। সুধিলোঁ, "কাক লাগে?" মাতটো ক'ব নোৱাৰাকৈ বৰ হুটাকৈ ওলাল।

"ছাৰ, মই ইউৰেকা কোম্পানীৰ পৰা আহিছোঁ। আপোনাৰ ফিল্টাৰ, ৱাচিং মেচিন আদি আছে? ছাৰ, মাত্ৰ দুই মিনিট সময় ল'ম।" ডেকাজনে বাৰাণ্ডাত উঠিবলৈ চেষ্টা কৰি নেটৰ দৰ্জাখন টানিবলৈ ধৰিছে। উপায় নাপাই মই চকুহাল ঘোপা কৰি তেওঁৰ পিনে চোৱাত মই কাণেৰে নুশুনাৰ ভাও কৰিলোঁ। সি কয়, 'ছাৰ! মই এক মিনিট ভিতৰলৈ যাওঁ?" মই কওঁ, "ধৰণী কলিতাক মই চিনি নাপাওঁ।" সি আকৌ এবাৰ কথাখিনিৰ পুনৰাবৃত্তি কৰিলে। মই ক'লোঁ, "নাই, নাই। মোৰ ভাৰাঘৰ নাই।" এনেকৈ পাঁচ মিনিটমান কলাৰ ভাও কৰাৰ পাছত যেনিবা কোনোমতে সেইদিনা তাৰ পৰা অব্যাহতি পালোঁ আৰু চাহখিনি খাই ল'লোঁ। মনত ৰং লাগিল এই বাবেই যে কলিংবেলটোৰ কাৰণে মই এক্টিং কৰিবলৈও শিকিলোঁ।"

"সেই যে ইন্টাৰেষ্টিং বাতৰিটো আধাপঢ়া হৈছিল? সেইটো আকৌ পঢ়িবলৈ লৈছোঁ। কেঁচুৱা আৰু বিধায়কৰ হেনো ডি এন এ টেষ্টত মিল পোৱা গৈছে। এইবাৰ এম এল এ সাৰি যাব নোৱাৰে, ইত্যাদি। এনেতে বে'লটো আকৌ এবাৰ বাজিল। এইবাৰ আহিল পৌৰনিগমৰ টেক্স আদায় কৰা মানুহজন। তাক সুধিলোঁ, "হেৰা! তুমি সদায় সদায় এনেকৈ কিয় আহি থাকা? পৌৰনিগমে আমাৰ কাৰণে একো কাম নকৰে। তোমালোকক এনেয়ে পোহপাল দিয়াৰ কাৰণে আমি বাছি থকা নাই নহয়?"

"সি পিছে এলা-পেচা বিধৰ লোক নহয়। ক'লে, "আপুনি বৰ মিছলীয়া মানুহ। সদায় সদায় অহা বুলি কিয় কৈছে? মই কালি আহিছিলোঁ নে? পৰহি আহিছিলোঁ? শুনক। আপোনাৰ এই টেক্স নিদিবলৈ ফন্দি পতাৰ কথা অফিছত সকলোৱে জানে। পিছে, আজি যদি টেক্স নিদিয়ে, তেন্তে ঘৰ ক্ৰোক কৰাৰ বাবে মই ক্ৰোকী পৰোৱানা লৈ আহিছোঁ। সকলোৱে দিয়ে। আপুনিহে সদায় সদায় এনেকৈ দিগ্‌দাৰীখন দি থাকে।"

কথা বিষম যেন দেখি কিছু টেক্স দিয়াৰ সিদ্ধান্ত কৰিলোঁ আৰু জাৰি জোকাৰি যি পালোঁ, তাৰে তিনিটা কোৱাৰ্টাৰৰ টেক্স আদায় দি তাৰ পৰা সেইদিনালৈ অব্যাহতি পালোঁ।

দহটা মিনিট হৈছে নে নাই, এনেতে আকৌ বে'লটো বাজিল। এইবাৰ পিছে মই ওলাই নাযাওঁ বুলি তিনি সইত খালোঁ। কিন্তু বে'লটো তিনি চাৰিবাৰ বাজিছে। ভাবিলোঁ, মই যেনেকৈ বাহিৰলৈ ওলাই নাযাওঁ বুলি প্ৰতিজ্ঞা কৰিছোঁ, বাহিৰৰ বে'ল বজোৱা মহাপুৰুষ বা মহা-মহিলাও অঁকৰা মৈত উঠিছে– এনেকৈ বিমুখ হৈ নাযাবলৈ। উপায় নাপাই শ্ৰীমতীৰ ওপৰতে বৰ মতাটো হৈ দাণ্ডা জোকাৰিলোঁ, "বোলো মূৰৰ বিষ-তিষ সেইবোৰ একো নাজানো। এইবাৰ তুমি উঠি যাবই লাগিব।"

তেওঁক দেখিলোঁ, মোতকৈও ছাৰ। তেওঁৰ এক কথা। "মূৰৰ বিষত শয্যাশায়ী হৈ থকা মানুহজনীক এনেকৈ ক'বলৈ তোমাৰ বেয়া নালাগে নে? মই নাযাওঁ বুলিছোঁ মানে ফাইনেলী নাযাওঁ।"

কথা গুৰু-গম্ভীৰ হ'বলৈ ঢাল খোৱাত পৰীক্ষাৰ বাবে পঢ়ি থকা আমাৰ নাতিনী জাহ্নবীয়ে ওলাই আহি আগন্তুকক "কাক লাগে, কি কথা আছে" বুলি সুধিলে। তেওঁ ক'লে, "আমি মেনেজমেন্ট ট্ৰেইনি। সৰু ল'ৰা-ছোৱালীৰ বাবে ভাল ভাল কিতাপ আছে। পাঁচখন বেলেগ বেলেগ কিতাপ ল'লে ৫০% ৰেহাই।"

তাই ক'লে, "খুব ভাল কথা। আমি তেনে কিতাপ বিচাৰিয়েই আছোঁ। পিছে মা-দেউতা ঘৰত নাই। আপুনি আজি কিতাপখিনি বাকীকৈ থৈ যাওক। সময়-সুবিধা হ'লে কেতিয়াবা দামটো লৈ যাব।"

ইয়াৰ পাছত সেইজনে তাইৰ পিনে ঘূৰি নোচোৱাকৈ ফুটিল যে ফুটিলেই। তাইৰ বুধিক আমি শলাগিলোঁ আৰু অলপ হাঁহি-ধেমালি আৰম্ভ কৰিলোঁ। আমাৰ শ্ৰীমতীয়েও এই হাঁহি-ধেমালিত যোগ দিলে। আমাৰ মাজত সন্ধি-শান্তি হ'ল নাতিনীজনীৰ সৌজন্যত। কিন্তু হ'লেও মোৰ নিজৰ বুলিবলৈ এটা 'ষ্টেটাছ' আছে। মই তেতিয়া তেওঁক উভতাই ধৰিলোঁ, "বোলোঁ মূৰৰ বিষত শয্যাশায়ী হোৱা মানুহজনীৰ মুখেৰে হাঁহি কেনেকৈ ওলাল?"

ঠিক এনেতে আকৌ বেলটো বাজিল। মই এইবাৰ একে কোবে ওলাই গৈ সুধিলোঁ, "কি লাগে?" সমুখত দুজন ডেকা। বিহুৰ চান্দা বিচাৰি আহিছে। মই ক'লোঁ, "আমি ঘৰতহে বিহু পাতোঁ। তোমালোকেও তাকে কৰা।" সিহঁতে চকুকেইটা ঘোপা কৰি মোৰ পিনে চাই ফিৰি গ'ল যদিও কথা এটা শুনাই থৈ গ'ল– "এই বুঢ়াটো বৰ শিষ্টাচাৰহীন প্ৰাণী অ'। এইডালৰ ঘৰলৈ নাহোঁদে আৰু।"

মোৰ আজিৰ দিনটো ভালে নপঠিয়াবলৈ সূৰ্য দেৱতাই যে প্ৰতিজ্ঞা কৰিছে, সেই কথা বুজিলোঁ। পিছে এই বে'ল বজোৱা পৰ্বটো আজিলৈ মই অকলে চম্ভালোঁ আৰু কলিংবেলটোকো অব্যাহতি দিবলৈ বুলি মই সম্ভাব্য সকলো আগন্তুকৰ বাবে আগফালৰ বাৰাণ্ডাত অপেক্ষা কৰি ৰ'লোঁ, 'কোন আহে, আহক' বুলি। মোৰ মন্ত্ৰটোৱে কাম কৰিলে। ইয়াৰ পাছত ক্ৰমে ধোবা, গাখীৰবালা, মিটাৰ ৰিডাৰ, ৰং

মিস্ত্রি আদি আহিল। শ্রাদ্ধৰ নিমন্ত্রণী চিঠি দিবলৈ আহিল। মিটিঙৰ চিঠি দিবলৈও আহিল। পোষ্ট অফিচৰ পৰা মনি অৰ্ডাৰ অনা পিয়নো আহিল। সকলোকে সাদৰ সম্ভাষণ জনাই চিঠি-পত্র গ্রহণ কৰি, বে'ল নবজোৱাকৈ দিনটো পাৰ হ'ল বুলি মনৰ সন্তুষ্টিও লাভ কৰিলোঁ আৰু এতিয়া অলপ জিৰণি লওঁ বুলি বিছনাখনত বাগৰ দিলোঁগৈ।

কিন্তু কি হ'ব? আকৌ এবাৰ বে'ল বাজিল। এই আবেলিখন কোনোবা আলহীয়ে বে'ল বজাব পাৰে বুলি ওলাই আহিলোঁ। পিছে তেওঁ আলহী নহ'লেও আলহীৰ তুল্যই। অজ বুঢ়া এগৰাকী বাৰাণ্ডাৰ টুলখনত বহি আছে। কাষত ভিক্ষাৰ জোলোঙাটো থৈ লাখুটিডালৰ ওপৰত অলপ ভৰ দি হেপাই-ফেঁপাই বহিছে। বাৰাণ্ডাত ফটা ছেণ্ডেলজোৰৰ বোকামাটিও লাগিছে। খং উঠিছিল যদিও এই নিঃকিন প্রাণীজনৰ দুৰৱস্থা দেখি মনটো সেমেকি-গ'লি গ'ল। কোনো শব্দৰ বিনিময় কৰাৰ প্রয়োজন বোধ নকৰিলোঁ। ভাবিলোঁ, আমাৰোতো এদিন এনে দুৰৱস্থা হ'ব পাৰে? লগে লগে ভিতৰলৈ গৈ পাঁচটকীয়া নোট এখন আৰু মোৰ পুৰণা ছুৱেটাৰ এটা আনি তেওঁক দিলোঁ আৰু ক'লোঁ, 'তোমাৰ ঠাণ্ডা লাগিছে, সেইটো গাত সোমাই লোঁৱা'। তেওঁ যেন হাতত স্বৰ্গখন পালে। তেওঁৰ মানত মই একেবাৰে ঈশ্বৰ হৈ গ'লোঁ। মনটো কিবা ভাল লাগি গ'ল। হাজাৰ হওক, শেষ ভালেই সকলো ভাল। দিনটো অন্ততঃ ভালকৈ শেষ হ'ল। কিন্তু হ'লে কি হ'ব? এই ভাল লগা খন্তেকীয়া। বুঢ়াজন গেট পাইছে নে নাই, এনেতে শ্রীমতীয়ে বাঘিনীৰ দৰে গৰ্জি উঠিল, "লেতেৰা ভিক্ষাৰীটোৰ ওচৰত বৰ মহাত্মাগান্ধী হ'লা বাৰু। কিন্তু সেই ফটা ছেন্দেল যোৰ খুলি আহিবলৈ ক'ব নোৱাৰিলা? লাভৰ মূৰত এতিয়া বাৰাণ্ডা সৰা-মচা, ফেনাইলেৰে ধোৱা কোনে কৰিব?

"ৰ'বা জান! ইমান কঠোৰ হ'ব নাপায় নহয়? নিঃস্ব প্রাণী এটা। তোমাৰ লেতেৰা হোৱা বাৰাণ্ডাখন আৰু টুলখন ময়ে চাফা কৰি দিম বাৰু। হ'লতো? এতিয়া শান্ত হোৱা। এনেকৈ আৰু কিমান কাজিয়া কৰি থাকিম?" তেওঁ কিবা এটা ভাবি যেনিবা কুমলিল।

ৰাতি শ্রীমতী আৰু মই দিনৰ আমাৰ মাজৰ কাজিয়া-পেচালখন পাহৰি এই কলিং বে'লৰ ভৱিষ্যৎ সম্পর্কে 'ছিৰিয়াছলি' বিচাৰ বিবেচনা কৰি কলিং বে'লটো ফাইনেলী উঠাই দিয়াৰ সিদ্ধান্ত ল'লোঁ আৰু ৰাতিপুৱাতে সেই সিদ্ধান্ত নিখুঁতভাৱে কাৰ্যকৰী কৰিলোঁ। কলিং বে'লটোক,ইমান নিষ্ঠুৰভাৱে বিদায় দিওঁতে মোৰ মনটো সেমেকি উঠিল।

পিছদিনা কলিং বে'লৰ উপদ্রৱবিহীন শান্তিপূর্ণ দিন এটা কটাইছোঁ। আবেলি তিনিমান বজাত মই কিতাপ এখন মনোযোগেৰে পঢ়ি আছোঁ। এনেতে হঠাৎ

পানীতোলা মেচিন ঘৰৰ টিনৰ চালৰ ওপৰত গুৰুমকৈ হোৱা শব্দ এটা শুনিলোঁ। বুকুখন কঁপি গ'ল— আমাৰ ঘৰৰ ক'ৰবাত বোমা-তোমা ফুটিল বুলি। এনে দৌৰে বাহিৰ ওলাই চালোঁ। হয়। আমাৰ পানীৰ মেচিন ঘৰৰ চালতে শব্দটো হৈছে।

দৃশ্যটো দেখি পিছে বুকুত বৰভূঁইকপ উঠিল। আমাৰ নাতি ল'ৰা জিন্টি বাগৰি পৰি আছে। কান্ধত স্কুলৰ বেগটো। মই ভয়তে পেপুৱা লাগি জিন্টি বুলি বিকট চিঞৰ এটা মাৰিলোঁ। তেতিয়া সি ঢেক-ঢেক কৈ হাঁহি ক'লে, "এতিয়া পাইছা মজা? ইমানকৈ মাতি আছোঁ যে দৰ্জা খুলি দিয়া নাই কিয়? মই ভয় খাই গৈছিলোঁ, ককা-আইতাৰ কিবা হ'ল বুলি। কিন্তু ভেন্টিলেটৰৰ আইনাৰে তোমাক পঢ়ি থকা দেখি খং উঠি গ'ল। সেই কাৰণে মেচিন ঘৰৰ চালত ইটাটো পেলাই শব্দ কৰিছোঁ আৰু মই পৰি যোৱাৰ ভাও কৰিছোঁ— তোমালোকক ভয় খুৱাবলৈ। কলিং বে'লটো কিন্তু সোনকালে ঠিক কৰি ল'বা," সি ক'লে।

ঈশ্বৰক ধন্যবাদ দিলোঁ— জিন্টিক নিৰাপদে ৰখাৰ বাবে আৰু তিনি সইত খাই সিদ্ধান্ত ল'লোঁ, ভৱিষ্যতে কলিং বে'লৰ কোনো হানি-বিঘিনি নকৰিবলৈ।

এনেতে ওল্লালহি নদাই ভকত। "কি অ' বহুবক্সী! কলিং বে'লটোৰে তোৰ কোনটো পানী খোৱা খালত বিষ দিলে যে তই তাৰ শৰটোৰো চিন-চাব নোহোৱা কৰি থ'লি?" সি ক'লে।

"হেৰৌ! এই কলিং বে'লেই হ'ল মোৰ যত অশান্তি-অস্বস্তিৰ মূল। এতিয়াৰ পৰা মই অসমীয়া, ইংৰাজী আৰু হিন্দীত ন'টিচ আঁৰি থৈ দিম। কলিং বে'ল বজাব মাত্ৰ দুঘন্টাৰ বাবেহে। ৰাতিপুৱা এঘাৰ বজাৰ পৰা বাৰ বজালৈ আৰু আবেলি ৪ বজাৰ পৰা পাঁচ বজালৈ।"

"আৰু তোৰ এই নিয়ম ভংগ কৰিলে কি শাস্তি?" নদায়ে সুধিলে।

"শাস্তি দিয়াৰ আইন নাই। কিন্তু মই আদালতলৈ গৈ দৰ্খাস্ত দিম— কলিং বে'লৰ হাৰাশাস্তিৰ পৰা সুৰক্ষা দিয়াৰ এটা নিৰ্দেশ জাৰি কৰাৰ বাবে। কিয়নো নিজৰ ঘৰত সুখে-শান্তিৰে থকাৰ সকলোৰে অধিকাৰ আছে। হাঃ হাঃ হাঃ।" ●●●

*অভিমত ৭ জানুৱাৰী ২০০৬*

# অথ গ্ৰন্থমেলা সংবাদ

"হেৰৌ বহুবল্কী! বোলো শুনিছনে?"

গেটৰ পৰাই টেঁটু ফালি কোনে মাতিছে বুলি বেঙা মেলি খিৰিকীৰে চাই দেখোঁ যে ভেলেঙা ভকত আহি বাৰাণ্ডাত উঠিছে। তাক মই ক'লোঁ, – কি হ'ল অ', ভেলেঙা? ইমানকৈ চিঞৰিছ যে কিনো অঘটনটো ঘটি গ'ল?"

"অঘটন মানে? একেবাৰে গজগজীয়া মতা মানুহজনক মাইকী বনাই দিলে অঘটন নহেনো হ'ল কি? হেৰৌ! এলা-পেচা মানুহ নহয়। খোদ প্ৰকাশন পৰিষদৰ সচিবজনেই সিদিনা গ্ৰন্থমেলাৰ উদ্বোধনী অনুষ্ঠানত এই অঘটন ঘটালে দেখোন? বুজিছ, বহুবল্কী? এই ৰেৱতী মোহন দত্ত চৌধুৰী নামৰ যে বিখ্যাত সাহিত্যিকজন আছে, জান নহয়? হেৰৌ সচিবগৰাকীয়ে তেওঁক মঞ্চলৈ আদৰি নিয়াৰ বাবে মাইকত ঘোষণা কৰি কি ক'লে জান? ক'লে, "আমাৰ মাজত আজি শ্ৰীমতী, ৰেৱতী দত্ত চৌধুৰীও আছে! তেখেতক আদৰি আনিব...." অৱশ্যে; পাছৰবাৰ নামটো উচ্চাৰণ কৰোঁতে শ্ৰীমতী শব্দটোৰ পুনৰাবৃত্তি কৰা নাই।

"কিন্তু তেওঁ যে আগৰবাৰ শ্ৰীমতী কওঁতে ভুল হৈছিল, সেই কথা নক'লে, দুখ প্ৰকাশ কৰাৰ কথা বাদেই। গতিকে, শ্ৰোতাসকলৰ কিছুমানে কোৱাকুই কৰিলে যে অতদিনে তেওঁলোকে সেইগৰাকীক তেন্তে ভুলতেহে পুৰুষ বুলি ভাবি আছিল নেকি? পিছে যেনিবা মানুহজন মঞ্চত বহোঁতেহে দৰ্শকৰ ভুলটো ভাঙিল। কিন্তু সেই বুলি সচিবজনেনো এনে এটা মাৰাত্মক ভুল কৰিব পায়নে? মিটিংখন কিবা সেমেকা সেমেকা লাগিল, অ'! মানুহে লক্ষ্মী তামুলীৰ অভাৱ সেইদিনা বৰকৈ অনুভৱ কৰিলে।"

"হেৰৌ ভেলেঙা! মোটামুটিকৈ ময়ো এটা কথা কওঁ ৰ'বি। সেইদিনা ময়ো গ্ৰন্থমেলালৈ গৈছিলোঁ। ওলাই আহোঁতে প্ৰাক্তন সচিব লক্ষ্মী তামুলীক দেখা গ'ল। মোটামুটিকৈ তোৰ ১০/১২ জন মানুহে লক্ষ্মী তামুলীক ঘেৰাও কৰা দি কৰিলে আৰু ক'লে, "তামুলী ছাৰ! আপুনি মোটামুটিকৈ কাজিয়া কৰিলেও ভাল কাম কৰি গ'ল। এইবাৰৰ মেলাখনো মোটামুটিকৈ আপুনি চলাই দিয়ক। আমি ইয়াতেই এখন সভা পাতি প্ৰস্তাৱ লওঁ যে আপোনাক ঘূৰাই আনিব লাগে। মানে আপোনালোক দুয়োজনে লাগিলে সচিব হৈ থাকক। তাত নো কাৰ কি ক্ষতি হ'ব? আপুনি আমাৰ অনুৰোধটো নাৰাখিলে কিন্তু বেজাৰ পাম। এজনৰ ঠাইত দুজন সচিব হ'লে কিনো বেয়া কথা হ'ল? মাত্ৰ মোটামুটিকৈ কেইটামান দিনৰহে কথা? তাৰ পাছত কি হয় দেখা যাব বাৰু। তামুলীয়ে মোটামুটিকৈ বৰ অপ্ৰস্তুত হৈ ক'লে, "আপোনাসবক

ধন্যবাদ। আপোনাসবৰ ইচ্ছাৰ প্ৰতি সন্মান জনাই চৰকাৰে মোক ঘূৰাই আনিছে। আপোনাসবৰ মোটামুটিকৈ সকলো দুশ্চিন্তাৰ এতিয়া ওৰ পৰিব", গেন্ধেলাই ক'লে।

"বুজিছ, বহুবল্লী! সেই মানুহকেইজনে ইমান লাজ পালে যে সেই মুহূৰ্ততে আটাইকেইজন ধুমুহাৰ গতিত কেনি যে ফুটিল তাৰ কোনো শুংসূত্ৰই পোৱা নগ'ল। কি যে ঘটনাবোৰ ঘটি থাকে!

"হেৰৌ! নতুন সচিবজনে মাত্ৰ কেইদিনমান আগতে যোগদান কৰিছেহে? কামখিনি বুজি ল'বলৈ অলপতো সময় দিব লাগিব? মানুহে কিবা মাকৰ পেটত কথাবোৰ মোটামুটিকৈ শিকি আহে নে?" গেন্ধেলাই ক'লে।

"হেৰৌ, ভেলেণ্ডা আৰু গেন্ধেলা! নতুন সচিবজন হেনো বৰ চোকা মানুহ অ'। তেওঁ হেনো পদাৰ্থ-বিজ্ঞানৰ মানুহ হৈ অৰ্থনীতিত পি এইচ ডি কৰিছে। এইটো ধেমালিৰ কথা নহয়। অলপ সময় ধৈৰ্য ধৰ। তেৰোঁ প্ৰকাশন পৰিষদৰ অৱস্থা সঞ্জীৱিত কৰি তুলিব পাৰিব বুলি মোৰ বিশ্বাস," মই ক'লোঁ।

"বহুবল্লী! মানে তোৰ কথা মানিলোঁ। মানে সেইবোৰ কথা পাছত হ'ব। মূল কথাবোৰলৈ আহোঁ। মোটামুটিকৈ তোৰ মেলাখনেই দেখোন কিবা সেমেকা সেমেকা যেন লাগিছে? মানে মই মেলালৈ গৈ যি দেখিছোঁ, তোক তাকেহে ক'ব খুজিছোঁ। হওঁতে হেনো মোটামুটিকৈ মাত্ৰ ১২০ খন বিপণী মেলাত যোগদান কৰিছে। মুঠতে তিনিটা লাইন আছে। মোৰ হিচাবত মোটামুটিকৈ ৬০/৭০ খনৰ বেছি হ'ব নালাগে। বাৰু ধৰি ল'লো ১২০ খনেই যেনিবা হ'ল। কিন্তু আচল কথাটো হ'ল, গ্ৰাহক তেনেই সেৰেণ্ডা। দোকানী কিছুমানে তোৰ হামিয়াই-হিকটিয়াই বহি আছে। এনেকৈ আৰু কি গ্ৰন্থমেলা হ'ব? তয়েই কচোন?" গেন্ধেলাই দুখ কৰি ক'লে।

"ঐ গেন্ধেলা, তই দুখ নকৰিবি অ', সোণাই। লাহে লাহে সকলো ঠিক হ'ব। জানই দেখোন, অসমীয়াসকলৰ লাহে লাহে সংস্কৃতিটো প্ৰাণৰো প্ৰাণ, অতিকৈ প্ৰিয়? তাক একেদিনাই বিসৰ্জন দিয়াটো কেনেকৈ সম্ভৱ হ'ব পাৰে? তই ১২০খন বিপণী আছে নে নাই সন্দেহ কৰিছ কিয়? সেইবোৰ গ্ৰন্থমেলাৰ হিচাপৰ খেলা। তাত ভুল নহয়। মূল কথা হ'ল, গ্ৰন্থমেলাখন আজি আনৰ ঘৰত আলহী। নিজ স্থানৰ পৰা বহিষ্কৃত। নিজৰ স্থান আছিল জজ ফিল্ডখন। আজি কুৰি বছৰৰ পৰা তাতেই আছিল। কিন্তু তৰুণ গগৈ চৰকাৰে ইয়াক নিজৰ ঘৰৰ পৰা উচ্ছেদ কৰিলে। মানে ধৰিল একপ্ৰকাৰ তোৰ নিৰ্বাসন দিলে। এইবাৰ কংগ্ৰেছ চৰকাৰে আন এক কুখ্যাতিও অৰ্জন কৰিলে। হেৰৌ! জজ খেলপথাৰত গ্ৰন্থমেলাৰ পৰিবৰ্তে কংগ্ৰেছ দলৰ কিবা বোলে 'সংকল্প দিবস' পাতিলে। এগৰাকী উচ্চশিক্ষিত মুখ্যমন্ত্ৰীয়ে এনে এটা অপকাণ্ড কৰিব বুলি কোনে ভাবিছিল? গ্ৰন্থমেলাই অসমীয়া সমাজত গ্ৰন্থৰ সংস্কৃতি গঢ়ি তুলিছে। গ্ৰন্থ জ্ঞানৰ ভাণ্ডাৰ নহয় জানো? ক'ব লাগিলে, এই গ্ৰন্থমেলা হ'ল অসমীয়া ভাষা-সংস্কৃতিৰ আধাৰ। কিন্তু তৰুণ গগৈয়ে গ্ৰন্থমেলা উচ্ছন্ন কৰি দলীয় ৰাজনীতিৰ পাশা খেল খেলিলে। সকলো ভোটৰ অংক, বুজিছ? ভোটৰ দৈত্যটো আকৌ এবাৰ আহি

আছে। তৰুণ গগৈৰ বুকুত কঁপনি উঠিছে, কেনেবাকৈ যদি পাঁচ বছৰে চলাই অহা অবাধ দুৰ্নীতি-কুকীৰ্তিৰ বিষফল স্বৰূপে অসমৰ ৰাইজে এই অপৰাধ-নিমজ্জিত চৰকাৰখনক ব্ৰহ্মপুত্ৰত উটাই-ভঁহাই দিয়ে? হিমন্ত বিশ্বই ঠিকেই কৈছে যে অসমীয়াৰ পবিত্ৰ ব্ৰহ্মপুত্ৰৰ বুকুত লেতেৰা বস্তু পেলোৱাৰ সংস্কৃতি নাই। তাৰ মানে দুৰ্নীতি-অপৰাধ-নিমজ্জিত চৰকাৰখনক এতিয়া ব্ৰহ্মপুত্ৰৰ বুকুত পেলাব নোৱাৰিলে জাবৰৰ দ'মতেই থাপিব লাগিব। আৰু শুনঃ

"আচল কথা কি জান, ভেলেঙা, গেন্ধেলা? এই যে অলপতে অগপৰ বৃন্দাবন গোস্বামীয়ে জজ ফিল্ডৰ বৃহৎ সমাৰেশত শক্তি প্ৰদৰ্শন কৰি তৰুণ গগৈ চৰকাৰক সকীয়ালে বোলে তোমালোকৰ ভাত উকলিল, টালি-টোপোলা বান্ধিবৰ হ'ল, সেই হুঙ্কাৰত তৰুণ গগৈৰ বুকুত ১৮৯৭ চনৰ নহ'লেও ১৯৫০ চনৰ ৰৰভুঁইকপ উঠিল। গতিকে গ্ৰন্থমেলাক উচ্ছেদ কৰিবলৈ অঁকৰা মৈত উঠিল আৰু তৰুণ গগৈয়ে বৃন্দাবনৰ প্ৰত্যাহ্বান গ্ৰহণ কৰাই নহয়, ওলোটাকৈ প্ৰত্যাহ্বানো জনালে। এই ৰাজনৈতিক শক্তি প্ৰদৰ্শনৰ যুঁজত গগৈদেৱে চৰকাৰী ধন-জন পূৰ্ণ পয়োভৰেৰে খৰচ কৰি দেখুৱাব খুজিছে বোলে কংগ্ৰেছে এতিয়াও অসমৰ জনগণৰ সমৰ্থন লাভ কৰি আছে। ৰাস্তাৰ পৰা বাছ গাড়ী ধৰি নি কংগ্ৰেছৰ সমৰ্থক বুলি দেখুৱাবলৈ ভাৰাতীয়া লোকক ৰে'ল-বাছেৰে আনিয়ে, ছোনিয়া মাতৃক নিজৰ সমৰ্থন থকা লোকৰ মেলা পাতিলে। এনেবোৰ কাৰণতে এইবাৰ গ্ৰন্থমেলাখনৰ এনে দুৰৱস্থা হৈছে। গতিকে, তহঁতে এইবোৰ অনৰ্থক কথাত লাগি কি পাৰ পাবি অ'?", মই ক'লোঁ।

"কিন্তু এটা কথা নহয়, বহুবৰ্ক্সী? এই জজখেল পথাৰখন চৰকাৰৰ জানো? আমি জনাত সেইখনৰ মালিক জি এছ এ হে? তেন্তে চৰকাৰে গ্ৰন্থমেলা উচ্ছেদ কৰিবলৈ কোন?" ভেলেঙাই সুধিলে।

"হেৰৌ! চৰকাৰে কি কৰিব নোৱাৰে? দৰকাৰ হ'লে তোক-মোক জে'লত ভৰাই থ'ব পাৰে। গুৱাহাটীৰ উপায়ুক্তজনৰ অনুমতি যিকোনো সমাৰেশৰ বাবে ল'ব লাগে। আইন শৃংখলাৰ কথা আছে। গতিকে, উপায়ুক্তই মুইখ মন্ত্ৰীৰ শান্তি-সন্তুষ্টিৰ স্বাৰ্থত এনেকৈ ৰাজনৈতিক মেৰপাকত সোমাব লগীয়া হয়।"

"মোটামুটিকৈ আকৌ লক্ষ্মী তামুলীৰ কথালৈ আহিছোঁ। মানুহজনে মৃত প্ৰকাশন পৰিষদক জীয়াই তুলিলে। ৩৪খন নতুন গ্ৰন্থ যোৱা বছৰতে প্ৰকাশ আৰু ১২০ খন নে কিমান গ্ৰন্থ বোলে মোটামুটিকৈ পুনৰ মুদ্ৰন কৰি উলিয়ালে। একেটা বছৰত! তেন্তে তৰুণ গগৈৰ কোনটো পানী খোৱা খালত লক্ষ্মীনাথ তামুলীয়ে বিষ দিলে অ', যে তেওঁক মোটামুটিকৈ বিজুলী-ঢেৰেকণিৰ গতিৰে খেদি পঠিয়ালে?" গেন্ধেলাৰ প্ৰশ্ন।

"সেইবোৰ কথা কৈ লাভ নাই অ'? তই মই চুকৰ ভেকুলী। সেইবোৰ

ভিতৰুৱা খবৰ কেনেকৈ জানিবি? পিছে নতুনজনেও প্ৰথম দিনতে ১৪খন নতুন গ্ৰন্থ প্ৰকাশ কৰি উলিয়ালে। সেইদিনা আমিও উপস্থিত আছিলোঁ। পিছে বহুতে কোৱা-কুই কৰিলে যে সেইবোৰ কিতাপ লক্ষ্মী তামুলীয়ে কৰি থৈ যোৱাহে। যিয়েই নহওক, ভাল কথাটো হ'ল এই যে প্ৰকাশন পৰিষদে নতুন গ্ৰন্থ প্ৰকাশ কৰাৰ প্ৰক্ৰিয়া তামুলীৰ লগে লগে শেষ হৈ যোৱা নাই। গুৱাহাটীৰ কেবাটাও প্ৰকাশন প্ৰতিষ্ঠানে ভালেমান নতুন কিতাপ এই মেলাৰ বতৰতে প্ৰকাশ কৰি উলিওৱাটোও এটা শুভ লক্ষণ", মই ক'লোঁ।

"পিছে, কিতাপ উলিয়াই কি হ'ব অ', কিনোতা নহ'লে? বুজিছ নে নাই? বহুকেইখন বিপণীত গ্ৰাহকৰ সমাগম নঘটাকৈ গ'ল। কিছুমানে হামিয়াই-হিকটিয়াই দিনকেইটা পাৰ কৰাৰ দুৰ্ভাগ্য হ'ল। হেৰৌ, একোখন সৰু বিপণীতে প্ৰকাশন পৰিষদক সাতহেজাৰ টকা মাচুল দিব লাগে। যিবোৰ দোকান অসমৰ বাহিৰৰ পৰা আহিছে, সেইবোৰৰ বহুতে মাধমাৰ খাই গৈছে। পাছৰ বছৰত এওঁলোকে যে ইয়াত অংশ গ্ৰহণ কৰিব, তাত সন্দেহ আছে। মূল কথা হ'ল, অসমীয়া মানুহে কিতাপ নপঢ়ে। তাতে টিভি সংস্কৃতি আৰু ইংৰাজী মাধ্যমত ভব্য-গব্য লোকসকলে নিজৰ সন্তানক পঢ়োৱাৰ সংস্কৃতিয়েও গেলাত টেঙা ঢালিছে। কিতাপ বিক্ৰী হ'ব ক'ৰ পৰা?", মই ক'লোঁ।

"আৰু এটা কথা অ'। কিতাপে পাঠকৰ মনৰ খোৰাক যোগাব পাৰিব লাগিব। কিতাপ মানেই পঢ়িব নোৱাৰি দেচোন। সমস্যাটো হ'ল– আমাৰ অসমীয়া ভাষাত কিছুমান বহুমূলীয়া, সৃষ্টিশীল, জ্ঞানদীপ্ত নতুন নতুন গ্ৰন্থৰ অভাৱ। কোনোবাই তেনে কিতাপ লিখি উলিয়ালেও প্ৰকাশক বিচাৰি পোৱা টান। প্ৰকাশকে এখন কিতাপ প্ৰকাশ কৰাৰ আগতে সেইখন কিতাপৰ চাহিদা কিমান সেই অংকটো কৰিবলগীয়া হয়। বিক্ৰী নোহোৱা কিতাপ ছপা কৰি উলিওৱা মানে মাধমাৰ খোৱা। মূল কথা হ'ল, অসমীয়া পাঠক সমাজৰ একাংশই সস্তীয়া আমোদ বিচাৰে কিতাপৰ পাতত।

"আনহাতে কিছুমান বিশ্ব-বিখ্যাত গ্ৰন্থ অসমীয়া ভাষালৈ অনুদিত কৰি উলিওৱা লেখকৰ সংখ্যাও তাকৰ। অকল অনুবাদেই নহয়, সৃষ্টিধৰ্মী, জ্ঞানদীপ্ত, উচ্চমান বৈশিষ্ট্যৰ কিতাপ লিখিবলৈ লেখকেও প্ৰেৰণা পোৱা উচিত। কিতাপ এখন লেখি লেখক এজনে প্ৰকাশকৰ দুৱাৰে দুৱাৰে ঘূৰি অপদস্থ, অপমানিত হোৱাৰ অলেখ নজিৰ আছে। প্ৰকাশকে এখন কিতাপ প্ৰকাশৰ বাবে অৱশেষত দায়িত্ব ল'লেও লেখকক মাননী নিদিয়ে। খবৰ কৰিলে বিক্ৰী হোৱা নাই বুলি কয়। কিছুমানে এইবাবেই নিজে প্ৰকাশ কৰাৰ দায়িত্ব লয়।

কিন্তু কি হ'ব? কিতাপৰ দোকানলৈ গৈ কিতাপ অলপ বিক্ৰীৰ বাবে অনুৰোধ কৰিলেও সেই অনুৰোধ প্ৰত্যাখিত হয়। কোনোবাই হয়তো নিজৰ বিপণীত

কেতিয়াবা দুই এজন লেখকে ছপোৱা কিতাপ লয়। কিন্তু মূল্যৰ নামত এপইচাও দিয়াৰ সংস্কৃতি নাই। খবৰ কৰিলেও তপত উত্তৰ। এখনো বিক্ৰী হোৱা নাই বুলি কয়। তেন্তে কিতাপখিনিকে ঘূৰাই দিয়ক বুলি ক'লে, "সেইবোৰ গুদামৰ ক'ত পৰি আছে, চাব লাগিব, পাছত খবৰ কৰিব ইত্যাদি।" বছৰৰ পাছত বছৰ ধৰি এই প্ৰক্ৰিয়া চলি থাকে।

"তেন্তে লেখকে ভাল কিতাপৰ কথা বাদেই, কিতাপ লেখাৰ প্ৰেৰণা পাব ক'ৰ পৰা?' অসমীয়া পাঠকে ভাল কিতাপৰ সোৱাদ পাব ক'ৰ পৰা? আনহাতে, ভাল কিতাপো কিনাৰ গ্ৰাহক নোলালে, প্ৰকাশকেই বা প্ৰকাশ কৰি হাতৰ কুঠাৰ ভৰিত মাৰিব কেনেকৈ? মুঠৰ ওপৰত লেখক-প্ৰকাশক-পাঠকৰ মাজত একপ্ৰকাৰ বৌদ্ধিক সমন্বয় ঘটিলেহে গ্ৰন্থৰ চাহিদা বাঢ়িব আৰু লেখকে লেখাৰ বাবে আৰু প্ৰকাশকে প্ৰকাশৰ বাবে প্ৰেৰণা পাব।

"আৰু এটা কথা তহঁতে মন কৰিবি। এই যে বিয়া-বাৰু, নতুন বছৰ আৰু বিহু-পূজা-জন্মদিনত গ্ৰিটিংছ কাৰ্ড আমি সকলোৱে দিওঁ, তাৰ পৰিৱৰ্তে যদি এখন কিতাপকে উপহাৰ দিয়াৰ সংস্কৃতি এটা গঢ়ি তোলা হয়, তেন্তে অসমীয়া কিতাপৰ চাহিদা নিশ্চয় বাঢ়িব আৰু তেতিয়া লেখক-প্ৰকাশকে কিতাপ লেখা আৰু প্ৰকাশ কৰাৰ প্ৰেৰণা পাব। লগতে অসমীয়া ভাষা-সাহিত্যৰ ভঁৰালটোও চহকী হ'ব। এই কথাটোকে সাহিত্য সভাৰ বৰ্তমানৰ সভাপতি কনকসেন ডেকা ডাঙৰীয়াই মেলে-মিটিঙে দোহাৰিছে। কিন্তু অসমীয়া মানুহে এনে এটা সজ উপদেশৰ প্ৰতি কাণ সাৰ দিছে নে? এইবোৰ কথা চিন্তা-চৰ্চা কৰি বুদ্ধিজীৱী, চিন্তাবিদ, সাহিত্যিকসকলে কিবা এটা ফলপ্ৰসূ ব্যৱস্থা কাৰ্যকৰী কৰাটো দৰকাৰ," মই ক'লোঁ।

"হেৰৌ বহুবল্লী! আজি আমাৰ আলোচনাৰ ভিত্তিত মই দুটামান শুদ্ধ পন্থা চিন্তা-চৰ্চা কৰি উলিয়াইছোঁ। সেইকেইটা হ'ল– (১) এই আজিৰ তাৰিখৰ পৰা বিয়া, জন্মদিন, নতুন বছৰৰ সম্ভাষণ আদিত কিতাপৰ বাহিৰে আন উপহাৰ দিয়াটো নিষেধ, (২) এইবাৰ ভোট বিচাৰি তৰুণ গগৈহঁত ৰাইজৰ ওচৰলৈ যাওঁতে জজ খেলপথাৰখনৰ পৰা গ্ৰন্থমেলা উচ্ছেদ কৰি কংগ্ৰেছৰ সমাৱেশ পতাৰ বাবে তৰুণ গগৈ ৰাইজৰ ওচৰত হ'ব বিচাৰৰ সমুখীন (৩) এতিয়াৰ পৰা প্ৰকাশকগোষ্ঠীৰ অন্যায়-শোষণৰ বিৰুদ্ধে একগোট হ'বলৈ এটা লেখকৰ সংস্থা গঠন কৰা হ'ব, (৪) কিন্তু আটাইতকৈ ডাঙৰ কথা এটা হৈছে। তৰুণ গগৈয়ে ভোটৰ অঙ্ক কৰি বাংলাদেশী অধ্যুষিত চৰ উন্নয়নৰ বাবে ৫০ কোটি টকা খৰচ কৰিব পাৰে। কিন্তু অসমত সাহিত্য একাডেমীটো পতাৰ বাবে দহকোটি টকা দিব নোৱাৰে। অসমীয়া ভাষা চৰকাৰী অফিচত এলাগী কৰি ৰাখিছে। তেন্তে গ্ৰন্থ লেখা, প্ৰকাশ কৰা আৰু গ্ৰন্থমেলা পতাৰ সকাম কি? ●●●

*অভিমত ২১ জানুৱাৰী ২০০৬*

# অথ মূত্ৰকাণ্ড সংবাদ

"ঐ বহুবক্তী! বোলোঁ শুনিছ নে নাই? এনেবোৰ জঘন্য কাণ্ড-কাৰখানা হ'ল বুলি এনেকৈ সহ্য কৰি থাকিব নোৱাৰি। কিবা এটা হেস্ত-নেস্ত কৰিব লাগিবই। মানে আজিতে কৰিব লাগিব। হেৰৌ! ৰাস্তা-নলা-ৰাজহুৱা স্থানত এনেকৈ দল বান্ধি মূতি ফুৰা নিৰ্লজ্জ ব্যক্তিসকলৰ জাতি এটা আজিৰ সভ্য জগতৰ আন ক'ৰবাত আছে বুলি ভাবিব পাৰি নে বাৰু?" গে'টৰ মুখৰ পৰাই উত্তেজিত হৈ টেঁটুফলা মেমেৰাৰ কথা শুনি মই বাহিৰ ওলাই আহিলোঁ।

"কি হ'ল অ' মেমেৰা? আজি দেখোন তোৰ মূৰৰ উত্তাপ এশ ডিগ্ৰী পালে? ঘৰত ধোবাৰ পাত কাজিয়াখন কৰি আহিলি হ'বলা?" মই তাক আৰু এখোপ উচটাবলৈ ক'লোঁ।

"ধেৎতেৰি! তোঁৰ দৃষ্টি দেখিছোঁ আজিলৈকে ঘৰৰ ভিতৰতে আবদ্ধ হৈ ৰ'ল। হেৰৌ! এবাৰ ঘৰৰ বাহিৰলৈকেও নাচাৱ কিয়? তেতিয়া তই দেখিবলৈ পাবি-- অসমীয়াৰ ছাব পিঠিত মৰা নিৰ্লজ্জ মানুহ কিছুমানে দল বান্ধি নলাত পেচাব কৰিবলৈ ধৰিছে। এয়া কোনো এটা বিশেষ নলাৰ কথা কোৱা নাই। গুৱাহাটী চহৰৰ বুকুত সিঁচৰতি হৈ থকা যিকোনো নলা বা ৰাস্তাত তই মন কৰিলে দেখিবি সেই একেটা লাজ লগা দৃশ্য।

গতিকে, আজি মই এটা প্ৰস্তাৱ দিব খুজিছোঁ। কাইলৈৰ পৰা এজন কেমেৰামেন নিয়োগ কৰি গুৱাহাটীৰ অলিয়ে-গলিয়ে থকা নলাত মূতুৰাসকলৰ ফটো লোৱাৰ বাবে নিয়োগ কৰা হওক। কেমেৰামেনজনে নিতৌ ৰাতিপুৱা, দুপৰীয়া আৰু আবেলি তিনিবাৰকৈ চহৰত ঘূৰি-ফুৰি ফটো ল'ব।

"ঐ মেমেৰা! তই ইমান পাতল কথা নক'বি। হেৰৌ! কেমেৰামেনৰ পইচা ক'ৰ পৰা দিবি? তাতে এবাৰ নহয়, দিনত তিনিবাৰ ফটো ল'ব! তই মানুহ মাৰিবি দেই," মই ক'লো।

"ঐ বহুবক্তী! তই অলপ ধৈৰ্য্য ধৰচোন? মই তোক কৈ আছোঁ, পইচা ক'ৰ পৰা দিম। বাতৰি কাকতবোৰে খবৰ বিচাৰি পিল্-পিলাই ঘূৰি ফুৰা ৰিপোৰ্টাৰ, কেমেৰামেন পঠায় যে নাজান নেকি? সেই ফটো আৰু খবৰ বাতৰি কাকতক আমি বেচিম আৰু সেই পইচাৰ পৰা কেমেৰামেনক কিছু বক্সিচ দিম। কিন্তু পইচাৰ ডাঙৰ উৎস্ হ'ব এই মূতুৰা সকল। সিহঁতক খোলাকৈ জনাই দিম বোলো হয়

পাঁচশকৈ টকা দিয়ক, নহ'লে বাতৰি কাকতত মুতা ফটো ছপাই দিম। মানে ধৰি ল', তোৰ এক প্ৰকাৰ ব্লেক মেইল কৰিম। সেইখন চিনাকি মুখ যেতিয়া বাতৰি কাকতত সকলোৱে দেখিব, তেতিয়া সেইজনৰ পৰিয়ালৰ সদস্যসৱৰ লাজত মৰি যোৱা অৱস্থা নহ'বনে? গতিকে, পইচা দিব আৰু নিদিব? তই চিন্তা নকৰিবি।

"আৰু মন দি শুনি যা। এই নলা-ৰাস্তা-ৰাজহুৱা স্থানত মুতুৰাসকলৰ ফটো লোৱা অভিযান এমাহলৈ চলিব। ফটোগ্ৰাফাৰজন কিন্তু 'এক্সপাৰ্ট' হ'ব লাগিব। কিয়নো, ইয়াত দৰকাৰী দিশ এটা আছে। মানে যেনেকৈ-তেনেকৈ ফটো ল'লেই নহ'ব। স্পৰ্শকাতৰ মুহূৰ্তটো নিখুঁতভাৱে ধৰি ৰখাৰ দক্ষতা থাকিব লাগিব। পইচা যিমান লাগে লওক। সেই পইচা বাতৰি কাকতৰ পৰা, নলা-ৰাস্তাত মুতুৰা সকলৰ পৰা আৰু দৰ্কাৰ হ'লে চহৰখন প্ৰদূষণৰ পৰা মুক্ত ৰখাৰ স্বাৰ্থত ৰাইজৰ পৰা বৰঙণি সংগ্ৰহ কৰা হ'ব। নহ'লে চহৰখন প্ৰদূষণ মুক্ত তথা চাফ-চিকুণকৈ ৰখাৰ খৰচ হিচাবে পৌৰ নিগমেই এই ধন ভাঙিব লাগিব। ভাল কাম এটাত ৰাইজেও পইচা দিবলৈ টান নাপায়।

"কিন্তু কথা হ'ল, এই লাজ লগা ফটোবোৰ জীৱন্ত হৈ ওলাই আহিব লাগিব। সেইবোৰ ফটোত তই দেখিবি, ল'ৰা-বুঢ়া-ডেকা; পায়জামা পিন্ধা, ধুতি পিন্ধা, লংপেন্ট-ছুট পিন্ধা, লুঙি পিন্ধা- বিভিন্নৰূপী নলা-মুতুৰাৰ ফটো।

"আৰু এটা কথা তই মন কৰিছনে? এই নলা-ৰাস্তাত মুতা শ্ৰেণীৰ মাজত কোনো এজনী মহিলা অৰ্থাৎ মুতুৰী তই নাপাবি। মহিলাসকলে যদি ৰাস্তাত এই লাজ লগা কামফেৰা নকৰাকৈ থাকিব পাৰে, তেন্তে পুৰুষসকলে নোৱাৰাৰ কি কাৰণ থাকিব পাৰে অ', বন্ধুবৰ্গী? প্ৰকৃতিৰ আহ্বাননো কাৰ নাথাকে?

"মোৰ কথাটো এতিয়াও শেষ হোৱা নাই। সকলো কামৰে একোটা লক্ষ্য থাকে। এই ৰাজহুৱা নলা-ৰাস্তাত মুতুৰাসকলৰ পৰা বাসিন্দা ৰাইজক সুৰক্ষা দিয়াৰ অৰ্থে আৰু কিছু ব্যৱস্থা ল'ব লাগিব। কথাটো তই বাৰু মন কৰিছনে? মানে এই ফটোবোৰ অসমৰ সকলো বাতৰি-কাকতত পৰ্যায়ক্ৰমে প্ৰকাশ কৰা হ'ব। প্ৰতিজন এনে দুস্কৃতিকাৰীৰেই ফটোৰ লগতে নাম-ঠিকনাও প্ৰকাশ কৰা হ'ব। নিশ্চয় তয়ো বুজি পাইছ, কামটো মুঠেও সহজ নহ'ব। কিন্তু কিছুমান ফটোত যে চিনা মুখ ওলাব, তাত সন্দেহ নাই। সেইসকলৰ নাম-ধাম-ঠিকনা দিয়াটো টান নহ'ব। যিবোৰ ৰাস্তাত মুতুৰাৰ মুখ অচিনাকি, সেইবোৰৰ নাম, ঠিকনা, বৃত্তি আদি সংগ্ৰহ কৰাৰ বাবে যাঠিটা ৱাৰ্ডৰ বাবে যাঠিজন 'এনিউমাৰেটৰ' ধৰি ল, আমিয়েই নিয়োগ কৰিলোঁ। তই নাভাবিবি যে এই খৰচৰ এপইচাও আমি ভৰিম। আমি এই কামটো ব্যৱসায় হিচাপে মানে লাভৰ বাবে কৰিম। সেইবোৰ সংগ্ৰহ কৰাৰ পাছতে তেওঁলোকৰ নাম আৰু সবিশেষসহ ফটোবোৰ বাতৰি-কাকতত ক্ৰমাগতভাৱে প্ৰকাশ কৰিম। জানো, এইটো

এটা ব্যয়বহুল, সুদীৰ্ঘ প্ৰক্ৰিয়া বুলি। কিন্তু জাতীয় স্বাৰ্থৰ খাতিৰত সেইকণ ত্যাগ সকলো সুচিন্তক, সচেতন অসমীয়াই কৰিব লাগিব। কিয়নো একৈশ শতিকাৰ সভ্য জগতত ৰাস্তাই-ঘাটে মুতি ফুৰা অসমীয়াৰ কুৰুচ জাতীয় চৰিত্ৰ হ'ল এক জাতীয় লজ্জা আৰু অসন্মান।

"সেয়ে, এই ক্ষেত্ৰত সকলো অসমীয়াকে সজাগ-সচেতন কৰি তোলাৰ বাবে এটা আন্দোলন গঢ়ি তুলিব লাগিব। জাতীয় লজ্জা ৰক্ষাৰ স্বাৰ্থত লাগিলে মাহত অন্ততঃ দুদিনকৈ 'অসম বন্ধ'ও দিব লাগিব। তেতিয়াহে এনেকৈ ৰাজহুৱা স্থান অপবিত্ৰ নকৰাৰ বীজ ৰাইজৰ মূৰত অঙ্কুৰিত হ'ব। বন্ধৰ শ্ল'গান হ'ব– 'ৰাস্তা আৰু নলাত মুতা বন্ধ কৰক', 'ৰাস্তা-নলাত মুতুৰাসকলক সামাজিক বৰ্জন কৰক'। এনেকৈ বাতৰি-কাকতত ফটো প্ৰকাশৰ শিতানত ৰাজহুৱা ধন ভঙাৰ পাছতো যিসকলে বাটে-ঘাটে মুতা কাম অব্যাহত ৰাখে, তেওঁলোকক সঁচাকৈয়ে সামাজিকভাৱে বৰ্জন কৰা হ'ব। অৰ্থাৎ.....

"হেৰৌ মেমেৰা। তই বৰ বেয়া শব্দ এটা প্ৰয়োগ কৰি আছ দেই। এই কিবা বোলে 'মুতা', 'মুতুৰা'–এইবোৰ শব্দ বেয়া যে তই জান নে নাজান? তাতকৈ তই ক'— পেচাব কৰা বা পেচাব কৰাঁসকল। তেতিয়া শুনিবলৈ ভাল লাগে দেচোন? হাজাৰ হ'লেও এটা লাজ বুলি, মানে সৌজন্যৰ কথাও আছে, নহয় জানো?" গেন্ধেলাই কিছু শংকা, কিছু অস্বস্তিৰে কথাখিনি ক'লে।

"মইনো কি ভুল কথা ক'লোঁ অ', গেন্ধেলা? মুতা শব্দটো বেয়া যদি সেইটো অভিধানত কিয় আছেনো? এনেকৈ বৰ পণ্ডিতটো ওলাই ডিষ্টাৰ্বখন কৰি নাথাকিবিচোন। কওঁতে যদি বেয়া কথা হ'ল, কৰোঁতে বেয়া কথা নহয় নেকি? মোৰ কথা শেষ হোৱা নাই। এনে এটা জাতীয় সন্মান তথা স্বাৰ্থৰ কথা 'ছিৰিয়াছলি' আলোচনা কৰি থাকোঁতে সি বৰ জনাটো ওলাই মোৰ চিন্তা-চৰ্চাকে ব্যাহত কৰি দিলে। হয় নে নহয়, তয়ে কচোন, বহুবল্কী?"

"এতিয়া বাকীখিনিও মোক শেষ কৰিবলৈ দে। আকৌ কৈছোঁ, কিন্তু। এনেকৈ তই ডিষ্টাৰ্ব নকৰিবি। কিবা থাকিলে বহুবল্কীয়ে ক'ব নহয়। এৰা! মই ক'ব খুজিছিলোঁ, ৰাস্তাই-নলাই মুতি অসমীয়াৰ জাতীয় সন্মান হানি কৰাসকলক সামাজিক বৰ্জন মানে এঘৰীয়া কৰিব লাগিব। তদুপৰি ৰাস্তাত বা নলাত বা যিকোনো ৰাজহুৱা স্থানত মুতা লোকসকলৰ ল'ৰা-ছোৱালী, ভ্ৰাতৃ-ভগ্নী বিয়া কৰোৱাটোও বৰ্জন। আনকি মানুহ মৰিলেও সেই ঘৰৰ শৱ কঢ়িওৱা বা শ্মশানত পোৰা দলত যোৱাটো বৰ্জন। বিয়াই-উৎসৱে আমন্ত্ৰণ কৰা বা যোৱাটোও নিষেধ। এইবোৰ ব্যৱস্থা সন্নিৱিষ্ট কৰি অসম বিধানসভাত অচিৰে এখন বিধেয়ক উত্থাপন কৰাৰো দাবী কৰা হ'ব। বিধেয়কখনৰ নাম হ'ব 'ৰাস্তা-নলা-ৰাজহুৱা স্থানত মূত্ৰ নিষেধ' বিধেয়ক। বিধেয়কখন

উত্থাপন কৰিব বুলি ভোটৰ বাবে ৰাইজক ফুচুলাবলৈ অহা প্ৰাৰ্থীসকলৰ পৰা একোখন খত লিখি লোৱা হ'ব। খতৰ চৰ্ত ভংগ কৰিলে সেইজন প্ৰাৰ্থীৰ সমষ্টিত প্ৰৱেশ নিষেধ।

"তইঁতে বুজিবই পাৰিছ, এই 'মূত্ৰ নিষেধ আন্দোলন' এক ব্যাপক আন্দোলন ৰূপে গঢ় দিব লাগিব। এই আন্দোলন সফল কৰি তোলাৰ অৰ্থে প্ৰতিজন অসমবাসীকে সজাগ-সচেতন কৰি তুলিব লাগিব। কিয়নো, ই এক ব্যাপক আন্দোলন নহ'লে অসমীয়াৰ নলাত মুতা বেমাৰটো নিৰাময় কৰাৰ বাবে যথেষ্ট অৰ্থৰ প্ৰয়োজন হ'ব। অসমীয়া জাতিয়ে নলাত মুতুৰা বিশেষণটোৰ পৰা হাত সাৰিবলৈ হ'লে কিছু মূল্য ভৰিবই লাগিব। গতিকে, প্ৰতিঘৰ অসমীয়াই মাহে অন্ততঃ দহ টকাকৈ বৰঙণি যোগাব লাগিব।

"মই ভাবোঁ, দৰ্কাৰ হ'লে এই ক্ষেত্ৰত আলফাৰো সহায় লাগিব। কিয়নো অসমীয়া সকল স্বাধীন হ'ব লাগিলে জাতীয় চৰিত্ৰ গঠন কৰিব লাগিব আৰু ইয়াৰ দায়িত্ব আলফাই বহন কৰিব লাগিব। এতেকে দুটা মান অতি গুৰুত্বপূৰ্ণ দায়িত্ব-যেনে ৰাজহুৱা স্থানত মুত্ৰ কৰ্ম নিষেধ আঁচনি ৰূপায়ণ আৰু অসমীয়া স্বাৱলম্বী অৰ্থাৎ নিজৰ কাম নিজে কৰি খোৱাৰ সংস্কৃতি গঢ়ি তোলাৰ দায়িত্ব আলফাই ল'বই লাগিব। নহ'লে এনেবোৰ কৰ্ম-দুষ্কৰ্ম-সংস্কৃতিৰ সংশোধন নকৰাকৈ আলফাই কি অসম স্বাধীন কৰিব অ'? বাংলাদেশীয়ে অসমখন গ্ৰাস কৰাৰ পিছত অসমক স্বাধীন কৰাৰ অৰ্থ কি? গতিকে ৰাজহুৱা স্থানত মুত্ৰ কৰ্ম নিষেধ আন্দোলন আৰু অসমীয়া স্বাৱলম্বী হোৱা আন্দোলন এই দুয়োটা আন্দোলনতে প্ৰথমতে আলফাই আগভাগ লওক। তাৰ পিছত দেখা যাব আলফাই কি ডাল ফালে।

"বাৰু আলফাৰ কথাটো পাছত হ'ব। এতিয়া এই মূত্ৰ নিষেধ আন্দোলনটো অসমৰ গাঁৱে-ভূঞে বিয়পাই তোলাটোৱে হৈছে আমাৰ প্ৰধান কাম। আৰু এটা কথা। এই টকা-পইচাৰ কথাবোৰ বৰ জটিল। ইয়াৰ এটা হিচাপ অৱশ্যে ৰাখিব লাগিব। পিছে এনে জটিল কাম কৰিবলৈ হ'লে তই, মই পেটিত বান্ধ দি থাকিবতো নোৱাৰোঁ? এই মূত্ৰ নিষেধ পুঁজিৰ পৰাই কিছু ধন এফলীয়া মানে পকেটস্থ কৰিম, অৱশ্যে যদি বহুবল্কীয়ে অনুমতি দিয়ে। মই মোৰ কথা ক'লোঁ। এতিয়া সকলোখিনি নিৰ্ভৰ কৰিছে বহুবল্কীৰ সন্মতিৰ ওপৰতে", মেমেৰাই উত্তেজিত হৈ বক্তৃতা সামৰিলে।

মেমেৰাই যে এই বিষয়টোৰ সন্দৰ্ভত ইমানখিনি চিন্ত-চৰ্চা কৰিছে সেই কথা ভাবি মই অভিভূত হ'লোঁ আৰু তাক উৎসাহিত কৰিবলৈ ক'লোঁ, "হেৰৌ মেমেৰা! তোৰ সৈতে মই এশ এক শতাংশই একমত। তই যে এই মূত্ৰকাণ্ডৰ ওপৰত ইমানখিনি অধ্যয়ন-গৱেষণা কৰিছ, তাৰ বাবে তোক অশেষ ধন্যবাদ জনাইছোঁ।

পিছে, কথাবোৰ ইমান সহজ-সৰল নহয় অ', বোপাই। মই জানো, ইয়াত অসমীয়াসকলৰ জাতীয় চৰিত্ৰ, সংস্কৃতিৰ উপৰি শিষ্টাচাৰ, শালীনতাৰ কথাও আছে। প্ৰস্ৰাৱ-পায়খানাৰ দৰে এইবোৰ কাম গোপনীয়হে, ৰাজহুৱাকৈ কৰা কাম নহয়। কোনো সভ্য নাগৰিকে নিজৰ গুপ্তাংগ ৰাজহুৱাকৈ প্ৰদৰ্শন কৰাটো সভ্যতাৰ প্ৰতীক হ'ব নোৱাৰে। তদুপৰি ৰাজহুৱা স্থান প্ৰদূষিত কৰিলে আইন ভংগ কৰা হয়। অকল আইন ভঙ্গ কৰাই নহয়, ৰাইজৰ স্বাস্থ্যও বিঘ্নিত কৰা হয়। সঁচা কথা, প্ৰকৃতিৰ আহ্বানৰ কথা উলাই কৰাৰ কাৰ সাধ্য? কিন্তু কোনো সভ্য জাতিৰ নাগৰিকে ৰাজহুৱা স্থানত শৌচ-প্ৰস্ৰাৱ কৰি স্বাস্থ্যৰ বিঘিনি আৰু শালীনতাৰ হানি ঘটোৱাৰ দৰে এনে কাম কৰিব নোৱাৰে। সেইপিনৰ পৰা ক'ব লাগিলে আমি যেন সভ্য নাগৰিকৰ পৰ্যায় পাবলৈ এতিয়াও বাকী। ৰাজহুৱা স্থানত মল-মূত্ৰ ত্যাগ কৰা বহু ঘটনাৰে অমুক সাক্ষী হৈ ৰৈছোঁ। সেয়ে হ'লেও, কিছুমান ব্যতিক্ৰমধৰ্মী ঘটনাৰ সৃষ্টি হয় এই মল-মূত্ৰ ত্যাগক লৈ। ইয়াৰে কিছু হাঁহি উঠা, কিছু বেদনাদায়ক ঘটনা। প্ৰকৃতিৰ আহ্বান উপেক্ষা কৰা কিমান টান কথা তহঁতক মই কৈ থওঁ।"

"কলকাতা বিমান বন্দৰত ছিডনী শ্বেলডনৰ আত্মজীৱনীখন পঢ়ি গুৱাহাটীৰ উৰণৰ বাবে অপেক্ষা কৰিছোঁ। কিতাপখনৰ প্ৰথম বাক্যটো পঢ়িয়েই মোৰ ইমান নিচা লাগিল যে একেৰাহে ধুমুহাৰ গতিৰে পাতবোৰ লুটিয়াই গৈ কেতিয়া যে দুটা অধ্যায় হজম কৰি থ'লোঁ, গমকে নাপালোঁ। তেওঁ হেনো সোতৰ বছৰ বয়সতে এখন ফাৰ্মাচীত 'ডেলিভাৰী বয়' হিচাপে কাম কৰোঁতে টোপনিৰ পিল চুৰ কৰিছিল– তেওঁ আত্মহত্যা কৰাৰ আঁচনিটো কাৰ্যকৰী কৰাৰ বাবে। এই পিলবোৰ হুইস্কীৰ লগত মিহলাই খালে হেনো ইয়াৰ কৃতকাৰ্যতা এশ শতাংশলৈ বৃদ্ধি পায় আৰু মৃত্যুও নিশ্চিত হয়। এদিন 'উইক এণ্ডত' পিতৃ-মাতৃ-ভ্ৰাতৃ ঘৰত নথকাৰ সুযোগ লৈ তেওঁ হুইস্কী খাবলৈ লওঁতেই পিতৃ কিবা এটা পাহৰি এৰি যোৱা বস্তু বিচাৰি আহিলত, তেওঁৰ এই আঁচনি সফল নহ'ল। এই বিশ্ববিখ্যাত ঔপন্যাসিকগৰাকীৰ আত্মজীৱনীৰ প্ৰথম বাক্যটোতেই নিজৰ ৰহস্যঘন জীৱনটো উদং কৰি দেখুৱাব পৰা ছিডনী শ্বেলডনৰ নিচা-সনা লেখাত সেইবাবেই পৃথিৱীখনকে পাহৰি আছোঁ।

"কিন্তু অনুভৱ কৰিছোঁ, মই বহু সময় ধৰি যেন প্ৰেস্ৰাৱৰ আহ্বান উপেক্ষা কৰি আহিছোঁ। এনে হেন লাগিছে যেন টয়লেট গৈ নাপাম। ভয় হ'ল, নাপাওঁতেই যদি কিবা কৰি ঘটনাটো ঘটি যায়? সঁচাকৈ এনে হ'ব লাগিলে, বিমানত কোনটো নাকেৰেনো উঠিম গৈ বুলি চিন্তান্বিত হৈছোঁ। তেনে হ'ব লাগিলে যাত্ৰীৰ চকুত ভাহি উঠিব মোৰ তিতি-বুৰি যোৱা পেন্টৰ হাঁহি উঠা দৃশ্যটো।

"য'ৰে কিতাপ ত'তে পেলাই থৈ এক প্ৰকাৰ দৌৰি গৈ টয়লেট পাওঁতে মোৰ মনটোৱে প্ৰায় তিনিদশক আগৰ এটা ঘটনালৈ ঢাপলি মেলিলে। সেইবাৰ

গুৱাহাটীৰ আৰ জি বৰুৱা ষ্টেডিয়ামত ইংলেণ্ড আৰু ভাৰতৰ ক্ৰিকেট খেল এখন হৈছিল। বহু হাজাৰ দৰ্শকৰ মাজত মোৰ নিচেই ওচৰতে বহি আছিল এগৰাকী বয়সস্থ বহুমূত্ৰ ৰোগীও। ষ্টেডিয়ামৰ ভিতৰত প্ৰস্ৰাৱখানাৰ ব্যৱস্থা নাছিল আৰু এবাৰ ওলাই অহাৰ পাছত দ্বিতীয়বাৰ সোমোৱাৰ অৱকাশো নাছিল। কিন্তু প্ৰকৃতিৰ আহ্বান উপেক্ষা কৰাৰ ক্ষমতা আছে কাৰ? তেখেতে কিছু সময় নীৰৱে যুঁজ দি চাইছিল যদিও সেই বাধা বলিয়া ব্ৰহ্মপুত্ৰই বান্ধ ভঙা দি ভাঙি ষ্টেডিয়ামৰ ছিৰিৰ ওপৰৰ পৰা তললৈকে মূত্ৰধাৰা একেবাৰে বন্যা-প্লাৱিত হোৱা দি বাগৰি গ'ল। ওচৰত বহা আমি সকলোৱে এই কৰুণ দৃশ্যটো দেখিলোঁ। সৰ্পৰ গতিৰে একা-বেঁকাকৈ মূত্ৰধাৰাই চিৰি বগাই তললৈ নামোঁতে ওচৰত থকা পেকেট লাঞ্চৰ ভালেমান পেকেটো ধোৱাই থৈ গ'ল।

"মন কৰিলোঁ, তেখেতৰ পিন্ধা পেন্টৰ তিতা অংশবোৰ। মোৰ দৰে বহুতে মন কৰিলে। অৱশ্যে তেখেত মোৰ চিনাকি মানুহ। মোৰ লগত তেখেতে তেতিয়াও কথা পাতি গৈছে নিৰ্বিকাৰভাৱে। সকলোৱে তেখেতৰ মুখলৈ আমোদজনক দৃষ্টি নিক্ষেপ কৰিছে যদিও তেখেতৰ কোনো প্ৰতিক্ৰিয়া নাই। এনে এক গুৰু-গম্ভীৰ বিষয়ত কৰিবই বা কি?

"সেই পুতৌজনক দৃশ্যটোলৈ মনত পৰাত মোৰো তেনেকুৱা দুৰ্দশা হ'ব পাৰে বুলি ভয়টোৱে বুকুত খুন্দিয়াইব ধৰিলে। তোক মই ভাষাৰে বুজাব নোৱাৰিম, সেইদিনা টয়লেটলৈ গৈ কি যে আৰাম পালোঁ। মই বাৰুকৈ অনুভৱ কৰিলোঁ যে গোপালভাৰে ৰজাৰ ভাল বাতৰিটো শুনি কেনে পালে বুলি সুধিলত গোপালভাৰে "হাগাৰ সমান সুখ পালোঁ" বুলি কিয় কৈছিল। সেই আৰামৰ বৰ্ণনা আন কোনো শব্দৰেই শুদ্ধকৈ প্ৰকাশ কৰা যে সম্ভৱপৰ নহয়, তাক মই মৰ্মে মৰ্মে উপলব্ধি কৰিলোঁ টয়লেটলৈ যোৱাৰ পাছতহে।

"এই বিষয়টো যিমান দৰকাৰী, সিমান গুৰু-গম্ভীৰ। প্ৰক্ৰিয়াটো নিতান্তই ব্যক্তি-বৈশিষ্ট্য। তথাপিও ইয়াত শালীনতা, শিষ্টাচাৰৰ কথা আছে। লাজ-লজ্জা বা সৌজন্যৰ কথাও আছে। আটাইতকৈ ডাঙৰ কথা হ'ল, ই সম্পূৰ্ণ স্বাস্থ্য-সম্পৃক্ত বিষয়। য'তে-ত'তে প্ৰস্ৰাৱ কৰিলে ই দুৰ্গন্ধৰ সৃষ্টি কৰি বায়ু প্ৰদূষণ কৰে। পাৰিপাৰ্শ্বিকতাৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা বিনষ্ট কৰে আৰু নানান বেমাৰৰ বীজাণু সংক্ৰমিত হোৱাৰ দুৱাৰ মুকলি কৰে। সেইবাবে ৰাজহুৱা স্থানত অথবা ৰাস্তা-ঘাটত প্ৰস্ৰাৱ কৰাটো আইন মতে দণ্ডনীয়। কিন্তু আইন থকাটোৱে যথাসৰ্বস্ব নহয়; আইন পালন কৰাটোও দৰকাৰ। আইনৰ বিধান সম্পৰ্কে আমি কেইজন সজাগ? তাতকৈ ডাঙৰ কথা, বিধান জনাৰ পিছতো আমি কেইজনে ইয়াক পালন কৰোঁ?

"ৰাস্তাই-ঘাটে প্ৰস্ৰাৱ কৰাটো অসমীয়াসকলৰ এক মজ্জাগত দুষ্কৃতি। সেইবুলি

সকলো অসমীয়া এই দুষ্কৃতিত নিমজ্জিত বুলি মই ক'ব খোজা নাই। আমাৰ মাজৰ এক শ্ৰেণীৰ লোকৰহে ৰাস্তা বা নলাত প্ৰস্ৰাব কৰাটো এক প্ৰকাৰ সংস্কৃতি বা চখত পৰিণত হৈছে।

"অকল অসমীয়াৰে অৱশ্যে নহয়, ই এক শ্লীলতাহীন ভাৰতীয় আচৰণ বুলিও ক'ব পাৰি। এনে শ্লীলতাহানিকৰ প্ৰক্ৰিয়াৰ কবলত পতিত ব্যক্তিসকলে দেশে-বিদেশে এনে দুষ্কৰ্ম কৰি জাতীয় সন্মান লাঘৱ কৰাৰ নজিৰ আছে। এবাৰ এজন ভাৰতীয়ই গ্লাছগোৰ এখন শিশু উদ্যানলৈ গৈ উদ্যানৰ এটা চুকত থকা কেইজোপামান ব'গানভিলিয়াৰ আঁৰত চুচু কৰি পুলিচৰ হাতত গ্ৰেপ্তাৰ হোৱাৰ পৰা কোনোমতেহে ৰক্ষা পৰিল। লগত ময়ো আছিলোঁ। ওচৰতে ক'ৰবাত নিশ্চয় প্ৰস্ৰাৱখানা আছে বুলি তাত কামটো নকৰিবলৈ তেওঁক মই বাৰে বাৰে সকীওৱা সত্ত্বেও তেওঁ মোৰ হুকা-বাধা নুশুনিলে। বোধকৰোঁ সেইবোৰ গুৰুত্বহীন কথা শুনিবলৈ ৰ'ব নোৱাৰিলে। ভাগ্যক্ৰমে তেওঁৰ এই দুষ্কৰ্ম কাৰো চকুত নপৰিল যদিও পাছ মুহূৰ্ততে ক'ৰবাৰ পৰা তিনিজন পুলিচ আহি হাজিৰ হওঁতে বুকুখন চিৰিংকৈ উঠিল। সেইজন ভব্য-গব্য বিষয়া গ্লাছগোৰ পুলিচৰ হাতত গ্ৰেপ্তাৰ হ'লে দেশৰ সন্মান নগ'লহেঁতেননে? প্ৰস্ৰাৱ ভাৰতীয়ৰ। প্ৰদূষণ বিলাতত। মানে গ্ল'ৱেলাইজেছনৰ কি সাংঘাতিক কথা।

"জু ৰ'ড তিনি আলিত এটা ৰাস্তা আছে। চিটিবাছ ষ্টপেজৰ কাষতে। চিটিবাছৰ বাবে তাত মানুহ জমা হয়। চিটিবাছ ৰখাই হওক বা চিটিবাছৰ পৰা নমা মানুহেই হওক, সকলোৱে সেইটো ৰাস্তাতে দলে-বলে পেচাব কৰাটো এটা দস্তুৰ। ইফালে নলা জাবৰত বন্ধ। গতিকে, যাত্ৰী সকলৰ এনে দুষ্কৰ্মৰ ফলত নলা উপচি ৰাস্তাত হয় পেচাবৰ বানপানী। খোজকাঢ়ি আহ-যাহ কৰাসকলে পেচাবৰ বন্যা ভাঙি ৰাস্তা পাৰ হওঁতে জোতাৰ তলি তিতি যায়। সেই জোতাৰ তলি ধুব কোনে? ধুব নোৱাৰিলে সেই ভৰিৰে ঘৰত সোমাব নালাগিব নে? ইয়াতকৈ জঘন্য-লেতেৰা কথা কি হ'ব পাৰে?

"আমি বাসিন্দাসকল অতিষ্ঠ হৈ তাত দহখনমান ন'টিচবৰ্ড আঁৰি দিলোঁ— "ইয়াত প্ৰস্ৰাব নকৰিব....।" পিছে সেই ন'টিচ ব'ৰ্ডৰ অৱস্থা কি হ'ল জান? 'নকৰিব'ৰ ন-টো মচি দিলে 'কৰিব' থাকিল নে নাই? ফলত নকৰিবলৈ কৰা অনুৰোধ আদেশত পৰিণত হ'ল। আৰু শুন। নগাঁৱত হাকিম কাম কৰিছিলোঁ। এ ডি এম চাহাবৰ ঘৰৰ আগতে সকলোৱে প্ৰস্ৰাব কৰে। চাহাবে প্ৰস্ৰাবস্থলীত আমাৰ দৰে ন'টিচ ব'ৰ্ড আঁৰি ৰাখিছিল যদিও তাতো 'ন' আখৰটো মচি দিয়াত নকৰিবৰ ঠাইত 'কৰিব' হৈ থাকিল। তাৰ মানে এ ডি এমৰ হুকুম মতে তাত মানুহে প্ৰস্ৰাব কৰিব লাগিবই। এতিয়া ৰাস্তাত—নলাত মুতুৰা সকল কিমান কৌশলবিজ্ঞ বুজিলি।

"গতিকে অসমীয়া জাতিয়ে যে নলাত বা ৰাস্তাত কামটো কৰি ভাল পায়।

সেইটো স্বতঃসিদ্ধ।

"আমাৰ ৰাস্তাটো মূত্ৰস্থলীলৈ পৰ্যবসিত হোৱাত জীৱন দুৰ্বহ হৈ পৰিল। এদিন ৰাতিপুৱা আঠ বজাত আমি চাৰিজন বাসিন্দা এঘৰৰ তালৈ যাওঁতে এজন অৰ্ধ-বৃদ্ধই বৰ আৰামত নলাত পেচাব কৰি আছিল। খণ্ডত একো নাইকিয়া হৈ মই মানুহজনক বৰকৈ ভৰ্ৎসনা কৰি ক'লোঁ— "ৰাতিপুৱা ঘৰত প্ৰস্ৰাব কৰাৰ প্ৰস্ৰাৱখানা বা পায়খানা নাই নেকি? যদি আছে তাত কৰি অহা নাই কিয়? এনেকৈ ৰাজহুৱা স্থান প্ৰদূষিত কৰিবলৈ এই জনা-শুনা মানুহজনৰ লাজ লগা নাই নে?"

তেওঁ ক'লে, "আপুনি আজি মোক বৰকৈ আঘাত কৰিলে। আপুনি মোৰ পিতৃতুল্য বুলি আপোনাক মই সন্মান কৰোঁ। কিন্তু ....."

মই ক'লোঁ, "তেনেহ'লে সন্মানীয় ব্যক্তিক এনে দুষ্কাৰ্য কৰি অসন্মান কৰিব নাপায়। আজিৰ পৰা যেন কেতিয়াও যাতে এনে কাম নকৰে।" মোৰ ভয় হৈছিল, মানুহজন যদি অপমানিত হৈ ছুইচাইড-টুইচাইড কৰি পেলায়? এই সন্দৰ্ভত বহুতো আমোদজনক কথা ক'ব পাৰি।

"কেতিয়াবা গাড়ী চলাই ৰাতি ঘৰলৈ আহোঁতে দেখোঁ— আমাৰ নলাত শাৰীপাতি পেচাব কৰা ডেকা ল'ৰাৰ দল। খণ্ডত একো নাইকিয়া হৈ এদিন এফালৰ পৰা কেবাজনো দুষ্কৃতিকাৰীৰ টিকাত হেড লাইট জ্বলাই ঠেলি লৈ যোৱাৰ ফলত কেবাজনৰো পেন্ট ভিজিল। অৱশ্যে লগতে গালি-গালাজো খালোঁ। কেতিয়াবা মাৰ খাওঁ বুলিও ভয় হয়। কিন্তু এইবোৰ কথা সহ্য কৰিবি কেনেকৈ?

"আৰু এটা দুখৰ কাহিনীৰে কথাখিনি সামৰোঁ। দুবছৰমান আগৰ কথা। এজন ছুট-টাই পিন্ধা ভদ্ৰলোক। দুৰ্ভাগ্যবশতঃ তেওঁ দিন দুপৰতে নলাত কামটো কৰি থাকোঁতে কোনোবা এজন বাতৰি-কাকতৰ ফটোগ্ৰাফাৰে দৃশ্যটোৰ ফটো লৈ বাতৰি-কাকতত ছপা কৰি উলিয়ালে। ফটোৰ পৰা দেখা গ'ল, দুজনী ভদ্ৰ মহিলা সেইখিনিৰে গৈ আছিল। ইয়াৰে এজনী হ'ল ভদ্ৰলোকৰ জেশাহুৰেক। পাছদিনা বাতৰি-কাকতত এই দৃশ্য দেখি চাৰিওফালে হুলস্থুল লাগিল। ভদ্ৰলোকৰ ছোৱালীজনী কলেজলৈ যাওঁতে সকলোৱে তাইক ঠাট্টা-মস্কৰা কৰিলে বোলে সেইজনীৰ দেউতাক নলাত মুতুৰা। ছোৱালীজনীয়ে এই ঘোৰ অপমান সহ্য কৰিব নোৱাৰি পাছদিনা চিলিং ফেনত ওলমি আত্মহত্যা কৰিলে।

"এই ট্ৰেজেডীৰ কাৰণ যে দেউতাকেই সেই কথা ভাবি দেউতাকৰ অন্তৰ ভাগি গ'ল। জীৱনটো অসাৰ হৈ পৰিল। পাছদিনা তেৱোঁ জীয়েকৰ পথকে বাছি ল'লে। অৰ্থাৎ নলাত প্ৰস্ৰাৱ কৰাৰ ফলত ঘৰৰ দুটা জীৱনৰ শোকাবহ অৱসান ঘটিল। সেয়ে কৈছোঁ, এই বিষয়টো বৰ জটিল। কিন্তু ইয়াৰ কিবা এটা নিৰাময় উদ্ভাৱন কৰিবতো লাগিবই", মই মেম্বাৰসকলক বুজালোঁ।

"তেন্তে বহুবৰ্ষী। এনে সম্ভাব্য বিপৰ্যয় আৰু জাতীয় সন্মানৰ অৱক্ষয় প্ৰতিৰোধৰ স্বাৰ্থতে 'ৰাজহুৱা স্থানত মূত্ৰ ত্যাগ বন্ধ' এক ব্যাপক আন্দোলনৰ জন্ম দিয়াটো অপৰিহাৰ্য বুলি আজি আমি এটা প্ৰস্তাৱ লওঁ। এই প্ৰস্তাৱ অনুসৰি এনে দুষ্কৰ্মত লিপ্ত ব্যক্তিসকলক এঘৰীয়া কৰা আৰু এনে ব্যক্তিৰ ঘৰত 'নলাত মুতুৰাৰ ঘৰ। সকলোৰে প্ৰস্ৰাৱ কৰাৰ স্থল' বুলি ৰাইজৰ অনুমোদনক্ৰমে একোখন ন'টিচবৰ্ড আঁৰি থোৱাটো হ'ব এই আন্দোলনৰ অন্যতম কাৰ্যসূচী। হাঃ হাঃ হাঃ। ●●●

*অভিমত ১১ ফেব্ৰুৱাৰী ২০০৬*

# অথ চিটিবাছ হাস্য-ৰস সংবাদ

টি.ভি. চেনেলবোৰে পৰিৱেশন কৰা কিছুমান বিজ্ঞাপন অকল বিজ্ঞানসন্মত আৰু বাস্তৱ ধৰ্মীয়েই নহয়, এইবোৰৰ ৰচনাশৈলী আৰু কলা-কৌশলো মনোগ্ৰাহী। অৱশ্যে, ইয়াৰ ভিতৰৰে কিছুমান অপ্ৰাসংগিক, অবোধ্য আৰু আমনিদায়ক বিজ্ঞাপনো প্ৰদৰ্শিত হয়। বিজ্ঞাপনৰ লক্ষ্য হ'ল নিৰ্দ্দিষ্ট সামগ্ৰী বা সেৱাৰ প্ৰতি গ্ৰাহক তথা দৰ্শকৰ মনত চাহিদাৰ সৃষ্টি কৰা অথবা জনগণৰ কল্যাণৰ অৰ্থে চৰকাৰ বা জনকল্যাণমূলক প্ৰতিষ্ঠানে সৃষ্টি কৰা বিপদ-আপদ বা জুলুম-উৎপীড়নৰ বিপক্ষে জনগণক সজাগ সতৰ্ক কৰা। এই বিজ্ঞাপনসমূহৰ প্ৰায়ভাগেই হ'ল বৈজ্ঞানিক আৰু উদ্দিষ্ট দৰ্শকৰ মনস্তাত্বিক চিন্তাৰ ভেটিত প্ৰতিষ্ঠিত। ইয়াৰ শব্দ গাঁথনি প্ৰাঞ্জল আৰু আবেদনধৰ্মী। কিছুমানৰ পৰিৱেশনো কলাসুলভ, নিখুঁত আৰু ব্যয়বহুল। বিজ্ঞাপনৰ সুফল পাবলৈ বিজ্ঞাপকে নিপুণ অভিনয় শিল্পী নিয়োগ কৰে যাতে দৰ্শকে বিজ্ঞাপন চোৱাৰ পাছত বিজ্ঞাপনৰ আবেদনত সিঁচৰতি সামগ্ৰীৰ প্ৰতি আকৰ্ষিত হয় বা কোনো ঘটনা সম্পৰ্কে সজাগ-সচেতন হয়।

দেশৰ চিটিবাছসমূহত থিয় কৰাই যাত্ৰী কঢ়িওৱাটো যেনেকৈ সচৰাচৰ ঘটনাত পৰিণত হৈছে, তেনেকৈ থিয় হৈ যোৱা মহিলাৰ শ্লীলতা হানি হোৱাটোও এক নিয়মত পৰিণত হৈছে। টি.ভিৰ ৰঙীণ পৰ্দাত পৰিৱেশন কৰা এনে এটা বিজ্ঞাপনেই আমাৰ আজিৰ মেলৰ বিষয়বস্তুৰূপে স্থান পাইছে।

সেই আমোদজনক দৃশ্যটোৰ চিত্ৰগ্ৰহণ আৰু পৰিৱেশন ইমান জীৱন্ত, কলাসুলভ আৰু মনোগ্ৰাহী যে ইয়াৰ অভিনেতা-অভিনেত্ৰী কেইগৰাকীৰ চেহেৰাকেইটা মনত পৰিলে মই নিৰ্মল তৃপ্তি লাভ কৰোঁ।

সেই আমোদদায়ক বিজ্ঞাপনটোৰ আঁত ধৰিয়েই সোণাই ভকতে ক'লে, 'হে'বৌ বৰুৱাণী! তোক মই আজি এনে এটা কথা ক'ম, যিটো কথা ক'লে তই হাঁহি হাঁহি মৰিবি। হাঁহিলেও কথাটো কিন্তু আচলতে লজ্জাজনক! হে'বৌ, যিখন দেশত ভদ্ৰ মহিলা এগৰাকীয়ে মুকলিকৈ চিটিবাছত ভ্ৰমণ কৰিব নোৱাৰে, আৰু কৰিলেও পদে পদে শ্লীলতা হানি হোৱাৰ আশংকাত ভুগিব লাগে, সেইখন দেশ কিমান সভ্য বা কিমান গণতান্ত্ৰিক অ'? এয়া আচলতে হাঁহিৰ নহয়, দেশীয় লজ্জাৰ কথা।"

"সেই যে "চিটিবাছৰ, মানে অসমৰ বাহিৰৰ, দিল্লীনে মুম্বাইৰ চিটিবাছৰ, সৰু নাটকখনৰ কথা কৈছোঁ অ'? মানে সেই যে বাছত থিয় দি যোৱা ডেকাজনৰ

হাতখন' খুটিভালৰ পৰা 'পিছলি গৈ' ধুনীয়া মহিলাজনীৰ গাৰ পিনে নামি আহি মহিলাজনীৰ শ্লীলতা হানি কৰাৰ দৃশ্যটো। মনত পৰিছেনে বাৰু? এই যে 'হাত থা, পিছল গয়া, ছ'ৰী কহা' ডায়লগটো? উহু। কি যে অপূৰ্ব এক্টিং। এক্টিং মানে সঁচা কথা আকৌ? গতিকে তই মিছা কথা বুলি নাভাবিবি। সেই ডেকাজনে ইচ্ছা কৰি হাতখন ওপৰৰ পৰা তললৈ পিছলাই আনি মহিলাৰ বুকুলৈ পিছলাবলৈ উদ্যত হৈছে। এই দৃশ্যটো কাষতে থিয় দি যোৱা বয়সস্থ সহযাত্ৰী এগৰাকীয়ে একান্ত মনে লক্ষ্য কৰি আছিল। দুষ্কৃতিকাৰীৰ এনে অপকাণ্ড দেখি বয়সস্থ ভদ্ৰলোকজনৰ সহ্য নহ'ল আৰু সকলো ভয়-শংকা পৰিহাৰ কৰি সেইজন উদণ্ড যুৱকক ভৰ্ৎসনা কৰিলে।

"তেতিয়াই সেই ফুলৰ ৰস বিচাৰি যুৱা ভ্ৰমৰৰূপী উদণ্ড যুৱকজনে বিৰক্তিৰ সুৰত ভৰ্ৎসনা কৰা বয়সস্থজনক ক'লে, 'অ' আংকল। সেইখন এখন হাত আছিল, পিছলি গ'ল আৰু তাৰ বাবে মই দুঃখিত বুলি কৈছোঁ।' অৰ্থাৎ তাত মাত মাতিবলৈ কিটো আছে?

"বদমাছজনৰ উত্তৰ শুনি বয়োজ্যেষ্ঠৰ ৰক্তচাপ বৃদ্ধি পাই মূৰ পালেগৈ আৰু লগে লগে হাতখনেৰে সেইজনক এটা প্ৰচণ্ড চৰ শোধাই যেন পুনৰাবৃত্তিৰ সুৰতে ক'লে, তেন্তে তেওঁৰো সেইখন হাত আছিল, পিছলি গৈ তাৰ গালত পৰিল আৰু এতিয়া 'ছ'ৰী' ক'লে। সঁচাকৈ কৈছোঁ তোক, বহুবল্কী। আৰু সেই ডেকাজনে চৰখোৱা দৃশ্যটো উপভোগ কৰি গাভৰু মহিলা জনীয়ে ওঁঠৰ পৰা নিগিৰোৱা আমেজদায়ক মিচিকিয়া হাঁহিটো কি যে অপূৰ্ব! কি যে মজাৰ এক্টিং। সেইবাবেই নামী-দামী অভিনেতা-অভিনেত্ৰীবোৰৰ বাহাদুৰি আছে অ'। সেই চৰ খোৱাজনে ইফালে-সিফালে চাই গালখন পিহি চকু তল কৰাৰ দৃশ্য, বয়োজ্যেষ্ঠৰ সকীয়নি আৰু সেই ধুনীয়া যুৱতীগৰাকীয়ে চেপি ৰখা হাঁহিৰে যুৱকৰ মুখলৈ চাই লাভ কৰা আনন্দৰ দৃশ্যটো ইমান যে জীৱন্ত হ'ব পাৰে, তই কল্পনাও কৰিব নোৱাৰ, বুজিছ নে নাই?"

"বুজিছোঁ অ' সোণাই, বুজিছোঁ। ইয়াত নুবুজিবলৈ কিটো আছে? সেই দৃশ্যটো সকলোৱে দেখিছে। ময়ো দেখিছোঁ আৰু ইয়াৰ আনন্দ উপভোগ কৰিছোঁ। সমস্যা হৈছে— চিটিবাছৰ অ'ভাৰ ল'ডিং। মানে বাছত যদি বহাৰ ছীট ২৫ জনৰ, যাত্ৰী উঠাব ৭০ জন। এয়া সম্পূৰ্ণ বেআইনী কথা। ইয়াৰ বাবে মটৰ যানবাহন আইনৰ সংশ্লিষ্ট ধাৰা অনুসৰি মটৰ গাড়ীৰ মালিক আৰু ড্ৰাইভাৰ-হেণ্ডিমেন দণ্ডনীয়। কিন্তু ভাৰতবৰ্ষত সকলোৱে সেইটোকে কৰি আহিছে।

"অথচ, এনে আইন ভংগ কৰা কাম বন্ধ কৰিবলৈ পুলিচ-দণ্ডাধীশ আছে, বাছৰ পঞ্জীয়ন কৰ্তৃপক্ষ আছে, বাছ পৰিবহন সন্থা আছে আৰু বাতৰি-কাকত, ৰূপালী পৰ্দাযোগে কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰাৰ ঘটনাও দিনে নিশাই ঘটি আছে। ভুক্তভোগী যাত্ৰীৰ অনুযোগ-অভিযোগতো আছেই।

কিন্তু চৰকাৰ বা কৰ্তৃপক্ষ নামধাৰী পদাৰ্থবোৰৰহে কোনো কাণ সাৰ নাই। আটায়ে নিদ্ৰামগ্ন। অৰ্থাৎ যাত্ৰীয়ে এইদৰে জীয়াতু যাতনা ভুগি গৈ আছে বিকল্পহীনভাৱে। গতিকে, কাক ক'বি তই তোৰ দুখৰ কথা, কোনে শুনিব তোৰ ক্ৰন্দন ধ্বনি, কোনে বুজিব তোৰ বুকুৰ বেদনা?", মই ক'লোঁ।

"দিল্লী-মুম্বাইৰ কথা বাৰু নকওঁ। সেইবোৰ সপোনপুৰী দেখাৰ ভাগ্য আমাৰ জনমত নহ'ল। কিন্তু দিনে-নিশাই দেখি থকা, মানে যাতনা ভোগ কৰা গুৱাহাটীৰ চিটিবাছৰ কথাকে কওঁ। ঘটনাটো যোৱা কালিৰ। মই চানমাৰিৰ পৰা ভৰলুমুখলৈ গৈছিলোঁ চিটিবাছত উঠি। উঠি মানে আচলতে উঠিবলৈ নাপালোঁ। সেই হেন্দেলমেন নে কি সেইজন? সেইজনে বাছখন ষ্টপেজত ৰোৱাৰ আগতে চিঞৰি আছিছিল— ঐ চানমাৰি, শিলপুখুৰী, উজান বজাৰ, আমবাৰী, পাণবজাৰ, ভৰলুমুখ। নামক, নামক, জল্দি কৰক, জল্দি কৰক।" বাছখন হঠাৎ ৰ'ল। ইফালে মই এঘণ্টা ৰখিও বাছত উঠিব পৰা নাছিলোঁ। হেণ্ডেলমেনৰ কথাৰ পৰা মই বুজিলোঁ যে মই 'জলদি' কৰিবই লাগিব।

"গতিকে বাছত উঠিবলৈ ময়ো লগাইছোঁ খকাখুন্দা। কিন্তু মস্কিল হ'ল, যাত্ৰী নমা দুৱাৰত ভীষণ জেম। মানে উঠা বাটত সোপা লাগিছে। সিফালে দুগৰাকী ছাত্ৰী নামিব নোৱাৰি মৰোঁ মৰোঁ অৱস্থা। মানে ষ্টেম্পীড, বুজিছ নহয়? বৰ দুখৰ কথা, বুজিছ? সেই ছাত্ৰী দুগৰাকীৰ পিছত এগাল জৱৰজং পুৰুষ। ছোৱালী দুজনীৰ পিঠিত বুকু লগাই সিহঁতে ভীষণ ঠেলা-ঠেলি কৰি আছে আৰু সিহঁতৰ কুকৰ্মৰ অজুহাত উলিয়াবলৈ সিহঁতেই মিছাকৈ চিঞৰিছে, 'হেৰি। ঠেলিছে কিয়? আগত মহিলা আছে, নামিবলৈ দিয়ক", সোণায়ে উচ্চস্বৰত কথাবোৰ কৈ গৈছে। সি আকৌ কলে,

"কিন্তু মই খিৰিকীৰ অকণমান য'ত ফাঁক আছে, সেইপিনেদি চালোঁ। বুজিছনে? তই বিশ্বাস নকৰিবি। সিহঁতক কোনেও ঠেলা নাই। সিহঁতৰ পিছত প্ৰায় ৭/৮ ইঞ্চি ফাঁক আছে। সিহঁতৰ পিছৰ দুয়োজন যাত্ৰীয়েই বয়োজ্যেষ্ঠ মানুহ। তেওঁলোকে কিহৰ দৰকাৰত ঠেলিব, ক'চোন? ইফালে গেলা গৰমত ভিতৰৰ মানুহ ঘামি জামি একো নাইকিয়া হৈছে। এজনী ছোৱালীৰ ব্লাউজৰ হাতখন ঠেলা-ঠেলিত ফাটি গৈছে। একেবাৰে সৰু ছোৱালী বুজিছ? ১৮/২০ বছৰৰ বেছি বয়সৰ নহয়।

বুজিছনে বহুবল্কী? মোৰ সহ্যৰ বান্ধ ছিগি গ'ল। মই সেই বাছৰ ভিতৰৰ মানুহখিনিলৈ চিঞৰি চিঞৰি ক'লোঁ, হেৰি, ডাঙৰীয়াসকল। আপোনালোকৰ চকুৰ সন্মুখত এইবোৰ অসভ্যালি চলিছে। বোলোঁ আপোনালোক পুৰুষ নে কাপুৰুষ? দুজনী নিঃসহায়া ছাত্ৰীক ৰক্ষা কৰাৰ সাহসকণ আপোনালোকৰ ইমানবোৰ মানুহৰ ভিতৰত এজনৰো নহ'লনে? যাওক, ঘৰলৈ গৈ লংপেন্ট খোলক আৰু মেখেলা-শাৰীকে পিন্ধক।

"তাৰ পাছত সেই প্ৰথম শাৰীত ওলাই অহা জানোৱাৰজনক, বুজিছনে বহুবৰ্ণী? একে টানে ছাৰ্টৰ কলাৰত ধৰি বাহিৰ উলিয়াই আনি গালত থাচকৈ এটা চৰ মাৰি ক'লোঁ, হে'ৰৌ পশু! তোৰ ভনীয়েৰজনীক তোৰ দৰে দুটামান জানোৱাৰে এনেকৈ শ্লীলতা হানি আৰু হাৰাশাস্তি কৰিলে তই নিশ্চয় মোৰ দৰেই সিহঁতক চৰিয়াবি। হে'ৰৌ নিলাজ। দাদাগিৰি দেখুৱাবলৈ আহিছ? চিনি পোৱা নাই তই সোণাই ভকতক? তোৰ এই হাত দুখনকে মই ভাঙি পেলাম।' বুজিছ নে বহুবৰ্ণী? ইয়াৰ পাছত সি কাৰ যে লপা থপা নাখালে। পাছে এই সুযোগতে তাৰ লগৰ কেইজন কেনি যে পলাল তাৰ পাত্তাই পোৱা নগ'ল। কি যে এক বীভৎস সংস্কৃতি। এইচাম ডেকা জহন্নামে গ'ল অ', জহন্নামে গ'ল," সোণাইয়ে তাৰ বীৰত্বৰ কথাখিনি কৈহে যেন শান্তি পালে।

এইবাৰ মেমেৰায়ো তাৰ নিজৰ অভিজ্ঞতাৰ কথা ক'লে, "সোণাই অ'! তোৰটো শুনিলোঁ। এতিয়া মোৰটোও শুন। মই ওচৰৰ বাট হ'লে পৰাপক্ষত চিটিবাছত নুঠোঁৱেই। কিন্তু, কি কৰিবি? কেতিয়াবা উঠিব লগা হয়, বিশেষকৈ দূৰলৈ গ'লে। এদিন মই বাছত উঠিলোঁ পাঞ্জাবাৰীত। হেণ্ডিমেনে বামুণে মন্ত্ৰ পঢ়া দি এফালৰ পৰা ঠাইৰ নামবোৰ উশাহ নোলোৱাকৈ আওৰাই গৈছে— 'এই পাঞ্জাবাৰী গণেশগুৰি, চানমাৰি, আদাবাৰী! জল্‌দি কৰক, জল্‌দি কৰক' বুলি চিএৰ দুটামান মাৰি সেই 'যা দিয়ক' বুলি চিএৰটো মাৰিলে।

"লগে লগে পাইলটে ইঞ্জিন ষ্টাৰ্ট দি যাবলৈ ওলাল। তেতিয়া মোৰ এখন ভৰি ফুটবৰ্ডত আৰু আনখন মাটিত। ড্ৰাইভাৰে হঠাৎ ইমান জোৰে গাড়ী চলাই দিলে যে মই ৰাস্তাতে লুটি বাগৰ খাই পৰি গ'লোঁ। ভাগ্যে যেনিবা কাষতে পুলিচ এজন আছিল। সি গাড়ী ৰখাই ড্ৰাইভাৰৰ পিঠিত লাঠীডালেৰে দুছাটমান দি চিএৰ-বাখৰ কৰিলে আৰু অভাষ্য ভাষাৰে তাক গালি পাৰিলে। তাৰ পাছত গৰজিলে "তোৰ বিৰুদ্ধে মই এতিয়াই কেছ দিম।"

এই যে কেছ দিয়াৰ ফাকা ধমকিটো চিপাহীজনে দিলে, সেইটোৰ কিন্তু উদ্দেশ্য ফলিল। ড্ৰাইভাৰে দুখন দহটকীয়া নোট সেই লাঠীডালৰ কোঁপোলা মূৰতে ভাঁজ কৰি সোমাই দিলে আৰু পুলিচটোৱে মোৰ পিনে চকু মেলি নোচোৱাকৈ পুনৰ আগৰ ঠাইত 'ডিউটি' কৰিবলৈ থিয় দিলেগৈ। সেইদিনাও আহাৰমহীয়া গৰম। ভিতৰখনত মাখি এটা সোমাবৰো ঠাই নাই। বাছখনৰ ভিতৰে-বাহিৰে মানুহ লিচুৰ থোপা ওলোমা দি ওলমি আহিছে। পুলিচটোৱে বাৰু ইমান অভাৰ ল'ডিং কৰা সত্ত্বেও গাড়ীৰ মালিক, ড্ৰাইভাৰৰ বিপক্ষে এটা কেছ নিদিলে কিয়? বুজিছ, পুলিচ, গাড়ীৰ মালিক, ড্ৰাইভাৰ, হেণ্ডিমেন সকলো বদমাছ। সকলোকে লাগে টকা। ইয়াত আইন-কানুন, লাজ-লজ্জা, নীতি-নিয়মৰ কথা একো নাই। সকলোকে লাগে কেৱল টকা।

"কথা-কাণ্ড দেখি কিবা খং উঠিল। সেইদিনা মই সতিনীৰ নাক কাটি যাত্ৰা ভংগ কৰা দি বাছত দিছপুৰলৈ অহাৰ পৰিকল্পনাই বন্ধ কৰিলোঁ। এইখন গুৱাহাটীত সভ্য মানুহ বাৰু থাকিব পাৰেনে?"

এইবাৰ ঘিলাইয়ে ক'লে, "তইঁতে তইঁতৰ কথা ক'লি। এতিয়া মোৰ কথাও শুনি যা। মোৰ অভিজ্ঞতা আৰু সাংঘাতিক। সেইদিনা জুৰ'ড তিনিআলিত বাছত উঠিবলৈ বৈছোঁহি। এনেতে এক মিনিটৰ ভিতৰত চাৰিখন চিটিবাছ কনভয়ৰ দৰে আহি বৈ গ'ল। সেই নীলা বাছখনৰ বাহিৰে ক'তো ভৰি দুখন থ'বৰ ঠাই নাই। মানে প্ৰত্যেকখন বাছতে অ'ভাৰ ল'ডিং। নীলা বাছখনত অকণমান থিয় দিয়াৰ ঠাই আছিল। কিন্তু ইমান ভাৰা ক'ৰ পৰা দিবি? তদুপৰি যাত্ৰীক বহুৱাই নিয়াৰ বাবেহে ভাৰা বেছি? তাতো যদি থিয় দিব লাগিল, তেন্তে বেছি পইচা ভৰি বুৰ্বকামি কৰোঁ কিয়? গতিকে আন বাছ এখনৰ ফুটবৰ্ডতে উঠি যাওঁ বুলি খোজ দিছোঁহে। এনেতে ধূমকেতুৰ দৰে মোৰ পিছৰ গাড়ীখন ড্ৰাইভাৰে চলাই দিলে। সেইদিনা ভাগ্যে যেনিবা পৈতৃক সম্পত্তি দেহাটো কোনোমতে ৰক্ষা পৰিল।

"ইহঁতৰ ধান্দা হ'ল অধিক যাত্ৰী উঠোৱাৰ প্ৰতিযোগিতা। হেৰৌ! বাছত নাই অকণ ঠাই, ছীটৰ কথা বাদেই। যাত্ৰী উঠাবি ক'ত? কিন্তু সিহঁতৰ সেইবোৰ বিচাৰ বিবেচনা নাই। ঠেলি হেঁচি নিমখৰ বস্তা ভৰোৱা দি মানুহ উঠাইছে আৰু উঠাইছে।

"ময়ো কোনোমতে দুৰ্ঘটনাৰ পৰা সাৰি বাছৰ ফুটবৰ্ডত এখন ভৰি দিছোঁহে। হেৰৌ পিছৰ মানুহে মোক গতা মৰা দি এনেকৈ ঠেলিলে যে মই ভাৰসাম্য হেৰুৱাই সন্মুখৰ ছীটৰ মহিলা এগৰাকীৰ কোলাত ছিটিকি পৰিলোঁ।

সেইগৰাকী ভদ্ৰমহিলাৰ কোলাত যে উঠিলোঁ গৈ, সেই কথাটো ভদ্ৰমহিলাৰ কোলাত উঠিহে উপলব্ধি কৰিলোঁ। মই ইফালে লাজত মৰি যাওঁ মৰি যাওঁ অৱস্থাত ভুগিছোঁ, সিফালে সহযাত্ৰীৰ হাঁহিৰ গিৰ্জনি। কিন্তু ভদ্ৰমহিলাই হাঁহিবই নে কান্দিব নে মোক গালত দুটামান চৰকে শোধাব তাক নিশ্চিত কৰিব পৰা নাই। ভদ্ৰ মহিলাই মোলৈ পোন্দোৰাকৈ চালে। কিন্তু সিমানতেই ক্ষান্ত হ'ল। কিয়নো তেঁৱো নিশ্চয় মোৰ দুৰৱস্থাটো বুজিছিল। অলপ তো ঠাট্টা-মস্কৰা কৰিবই দেচোন।

পিছে ভদ্ৰমহিলা বেছ ৰসিক। মোক কি ক'লে জান? "আপুনিও যে এজন মানুহ। এই দিন দুপৰতে এনেকৈ অচিনাকি মহিলা এগৰাকীৰ কোলাত বহিব লাগেনে? চাওঁ, উঠক এতিয়া।" বুজিছ, বহুবক্তী। মানুহজনীৰ শৰীৰৰ মই পৰিযোৱা অংশ খিনি ছিঙি যোৱা যেন কষ্ট পালে। মই মস্ত মানুহটো কোলাত উঠিলে দুখ নো নাপাব কিয়, অ'? বুজিছনে? মানুহৰ হাঁহিৰ গিৰ্জনিৰ কথা মনত পৰিলে মই এতিয়াও ছুইচাইড কৰিব পাৰোঁ। ৰ'বি, আৰু আছে...

"হেৰৌ ঘিলাই! তই বৰ ভাগ্যবান অ'! মহিলা এজনীৰ যে কোলাত বহাৰ

আমেজটোকে তই পালি দেচোন," তোৰ নো কম ভাগ্য নে? ঈশ্বৰ প্ৰভুৱে দেখোন আমাৰ প্ৰতি এনেকৈ চকু মেলি নাচায়?" সোণাইয়ে ৰসিকতা কৰি হাঁহিবলৈ ধৰিলে।

"ধেৎ যেতিয়াই তেতিয়াই বাজে কথাবোৰ নক'বিচোন। তই ডিছটাৰ্বখন নকৰিবি। আৰু আছে। মাথোন তইঁতে শুনি যাবি। বুজিছ? ইফালে মই লঘু-লাঞ্ছনা খাই থিয় হ'বলৈ ঠাই পোৱা নাই আৰু কোলাৰ পৰা উঠি কিছু সজোৰে ঠেলা-ঠেলি কৰি কঁকাল-ভৰি পোনাবলৈ চেষ্টা কৰিছোঁ যদিও থাউনি পোৱা নাই।

"এনেতে হেণ্ডেলমেনজনে টেঁটু ফালি চিঞৰি মন্ত্ৰ মতা দি কৈছে— "দাদা, ভাৰাটো দিব, অলপ আগলৈ যাওক, দিয়ক, দিয়ক, জল্‌দি ভাৰাটো দিয়ক।" পাছে মই তাৰ আৱাজটো শুনিছোঁ, চেহেৰা হ'লে দেখাৰ ভাগ্য হোৱা নাই। বিৰ্‌ৰাট খং উঠি গ'ল, বুজিছ? নুঠিবনে বাৰু? মই বোলো ইহঁতক আজি বাপেকে দিম এসেকা।

"ইতিমধ্যে হালধীয়া টিকটসহ হাত এখন মোৰ পিনে আগবাঢ়ি অহা দেখিছোঁ। খঙত ফাটি ছিৰি যাম যেন হ'লোঁ। তাৰ হাতখনকে অনুসৰণ কৰি জোৰকৈ এটা কাণ চেপা দিওঁ বুলি মোৰ হাতখন আগবঢ়ালোঁ। মই অনুভৱ কৰিছোঁ মোৰ হাতে এখন কাণ পৰশিব পাৰিছে। দিলোঁ বাপেকে কাণ চেপা এটা।

"কিন্তু বুজিছনে? কি যে সৰ্বনাশ কৰিলোঁ। হঠাৎ কোনোবা মহিলাৰ উত্তেজিত কণ্ঠস্বৰ শুনিবলৈ পালোঁ। হেৰা! কোন সেইজন মোৰ কাণত ধৰিছাঁ? মই হেণ্ডিমেন নহয়। মূৰ্খ ক'ৰবাৰ।' কথাখিনি কৈ মহিলাগৰাকীয়েনে আন কোনোবাই হাতখনত এনে এটা সাংঘাতিক মাৰ শোধালে যে মোৰ হাতখন ঘূৰি যে আহিব, তাৰ আশা সমূলি বাদ দিলোঁ।

"ৰ'বি। আৰু আছে। তইঁতে গণ্ডগোল নকৰিবি। একো কথা নুসুধিবি। মাত্ৰ শুনি যা। মই কৈ যাওঁ। বুজিছ, আন এদিনৰ কথাও কৈ থওঁ।

"সেইদিনা মই যাম ভৰলুমুখলৈ। কিন্তু ভিতৰত এনে এটা অচল পৰিৱেশৰ সৃষ্টি হৈছে যে মই যেন ভৰলুমুখলৈ নহয়, ডিব্ৰুগড়লৈকেহে যাম। মানে বাছখনে লৰিব পৰা নাই।

"কিন্তু কটা ঘাত নিমখ সানিবলৈ হেণ্ডেলমেনে এৰা নাই। মই পোনাই থিয় দিব পৰাই নাই। সি আহি দাদা দিয়ক, দিয়ক, পইচা দিয়ক' বুলি কাবুলি লগা দি লাগিছে। মই পিছে যেতিয়ালৈ বহিব নোৱাৰোঁ, তেতিয়ালৈ পইচা নিদিওঁ বুলি ক'লোঁ। ইতিমধ্যে, এগৰাকী বয়সস্থ ভদ্ৰলোকে কনডাক্টৰক কৈছে, হেৰা! মোৰ দহটকীয়া নোটখনৰ ভঙনীয়াখিনি ঘূৰাই দিয়া। লগে লগে তেনে ২/৩খন হাতো বাকী পইচা বিচাৰি আগবাঢ়িল। কনডাক্টৰে এজনক সাত টকা ঘূৰাই দিলে। এজনীয়ে কুৰিটকীয়া নোটৰ সোতৰ টকা ঘূৰাই বিচাৰিছে। 'দি আছোঁ, দি আছোঁ' বুলি কৈ শিলপুখুৰী বাছ ষ্টপেজত কি কৰিলে জান? সি ঠেলিয়াই, গতিয়াই মানুহবোৰক

নমালে। সেই বয়সস্থ ভদ্ৰমহিলাগৰাকী তাত নামিল। তেখেতে হয়তো পইচাৰ কথা বাদ দি নিৰাপদে যে নামিল সেইবাবেই ঈশ্বৰক ধন্যবাদ দি ঘৰলৈ গ'ল। দুজনমান ডেকা ল'ৰাক 'দাদা আপোনাৰ ভাৰাটো দিয়ক, জলদি দিয়ক বুলি হেন্দেলমেনে পইচা খুজিলে। ডেকাকেইজনে পইচা নিদিলে। কিন্তু দুগালে দুটা চৰ মাৰি ক'লে, 'পইচা লাগে?'

"ইফালে শিলপুখুৰীতো যাত্ৰী উঠাৰ হেতা-ওপৰা লাগিছে। অসমীয়া মানুহৰ কিউ কৰাৰ জ্ঞান হোৱা নাই। সেই ঠেলা-ঠেলিখন লগাই দিছে, বুজিছ? ইফালে পাইলটে ঘড়ী চাই চিঞৰিছে, "ঐ আপা, ফাইন ভৰিব লাগিব। তোৰ বাপেৰে ফাইন দিবনে? জলদি কৰ — বুলি কৈয়ে গাড়ীখন হৰুংকৈ দিলে চলায়। তেতিয়া লুঙি পিন্ধা মিঞা এটা মাটিত লুটি খাই পৰিল। কি যে বীভৎস কাণ্ড! সেই মিঞাজনৰ লুঙিখন একেবাৰে ওপৰলৈ উঠি গ'ল। ছিঃ ক'বলৈকে লাজ লাগে। হে'বৌ সি মিঞাটোৰে আন্দাৰ-চাণ্ডাৰ একো পিন্ধা নাছিল। একেবাৰে সকলো উদং হৈ গ'ল। সকলোৰে চকু ঘূৰাই স্বস্থানে প্ৰস্থান কৰিলে, বুজিছ।

"যিহওক, মই খালী ছীট এটা পাই কোনোমতে টিকাটো পাৰিছিলোঁহে। এনেতে গাভৰু এগৰাকী আহি ক'লে, "এইটো লেডীজ ছীট। আপুনি বেলেগ ছীটত বহক।" উপায় নাই। ছীট এৰি দিলোঁ। আন ক'তো ছীট খালী নথকাৰ বাবে নিৰাপদ ঠাই এডোখৰলৈ গৈ থিয় দিলোঁগৈ।

"দেখিলোঁ, ওচৰতে দুজন বৃদ্ধ লোহাডালত ধৰি থিয় হৈ আহিছে। কাষত তিনি-চাৰিজন ডেকা আৰামত বহি আছে। কিন্তু সেই বৃদ্ধ দুজনৰ প্ৰতি সন্মান-সহানুভূতি জনাই ছীট এৰি দিয়া ভদ্ৰলোক তাত এজনো নাছিল। এনেতে মই থিয় দিয়া ঠাইৰ কাষৰ ছীটটো খালী হ'ল। বৃদ্ধ দুজনৰ দুৰৱস্থা দেখি মনটো সেমেকি গৈছিল। তেওঁলোকৰ এজনক মই তাত বহুৱাই দি এফালে থিয় হৈ আছোঁ। বৃদ্ধজনে কৃতজ্ঞ হৈ মোক আশীৰ্বাদ দিলে। আগতে মই দুটাকৈ অঘটন ঘটাই থৈছোঁ। এজনীৰ কোলাত উঠি, আনজনীক কাণ চেপা দি। এইবাৰ বৃদ্ধৰ আশীৰ্বাদে মনটো বেছ পাতল কৰিলে আৰু মই নিশ্চিন্ত মনে থিয় হৈ গৈছোঁ।

"কিন্তু কি ক'বি তই? ইফালে মানুহৰ ঘামৰ টেঙা ভেকেটা-ভেকেট গোন্ধ আৰু আনফালে পেটৰ অসুখ হোৱা মানুহ, বুজিছ। দুৰ্গন্ধত নাকৰ ফুটা বন্ধ হোৱাৰ অৱস্থা, ছিঃ কি যে যন্ত্ৰণা! হে'বৌ নাকত সোপা দিবলৈ ৰুমালখন উলিয়াবলৈ হাতখন লৰোৱাৰো উপায় নাই।"

সোণাই, মেমেৰা আৰু ঘিণাইৰ কথা শুনি— মই ভাবিলোঁ, সেই যে বিজ্ঞাপনৰ হাতখন পিছলি যোৱাৰ দৃশ্য! ইয়াত হাতখন পিছলাবো উপায় নাই! বাদুলি ওলোমোৱা দি যাত্ৰী উঠাবলৈ ড্ৰাইভাৰ, কনডাক্টৰ উন্মাদ। বাছত ছীট থকা

নথকাৰ প্ৰশ্ন নাই। আইন আছে। পুলিচ প্ৰশাসন আছে। এইবোৰলৈ চকু দিওঁতা কোনো নাই। যাত্ৰীয়ে ভাৰা দিয়ে; কিন্তু টিকট বা পইচা ঘূৰাই দিয়াৰ কথা নাই। কৰ্তব্যৰত পুলিচ আছে। কিন্তু চকুৰ আগত ঘটি থকা আইন ভংগৰ ঘটনা বন্ধ কৰাৰ দায়িত্ব নাই।

"কৰ বিভাগ আছে। যাত্ৰীৰ পইচা লৈ টিকট নিদিয়াত চৰকাৰৰ প্ৰাপ্য যানবাহন কৰ ফাঁকি দিয়াসকলক ধৰাৰ কথা নাই। ফুটবৰ্ডত ওলমি যোৱা যাত্ৰীৰ জীৱন বিপন্ন হ'লেও পুলিচ প্ৰশাসনৰ কোনো কৰ্তব্য নাই। সমাজে প্ৰতিবাদ কৰাৰ সাহসো হেৰুৱাইছে। অসমৰ সমাজখন যেন মৰি হজি শেষ হৈ গৈছে।— এয়াই হ'ল এঐকেছ শতিকাত আমাৰ প্ৰগতি", মই আলোচনাৰ মোখনিমাৰি ক'লোঁ।

মেলখন ভাঙিবলৈ ওলাওঁতেই মেমেৰাই থিয় দি ক'লে, "ৰ'বি! আজিৰ সিদ্ধান্তটো লোৱা নাই নহয়? আজিৰ সিদ্ধান্ত হ'ল— 'আমি বসতিৰ অনুপযোগী, গেলা-পচা এই গুৱাহাটীখন এৰি মহাকাশলৈ গৈ এখন নতুন গুৱাহাটী, এখন নতুন অসমীয়া সমাজ পাতোঁ ব'ল।" ●●●

*অভিমত ১২ নবেম্বৰ ২০০৫*

# অথ অ-সাহিত্যিকৰ সাহিত্য-অ-সাহিত্য
## নানা চিন্তা সংবাদ

আজি কেইদিনমান ধৰি মনটো ভাল যোৱা নাই। ভাল হ'ব কেনেকৈ? ৰাতিপুৱা বাতৰি কাকতখন মেলিলে, টিভিটো খুলিলেই, কেৱল দুৰ্নীতি-অপৰাধ, ভ্ৰষ্টাচাৰ-দুৰাচাৰ, প্ৰৱঞ্চনা-প্ৰতাৰণাৰ খবৰ।

কেতিয়াবা ভাবোঁ, মানৱীয়তা, সভ্যতা, সংস্কৃতি-সৌজন্যৰ অপমৃত্যু ঘটিল। সমাজৰ বুকু-নিঃসৃত গেলা-পচাৰ দুৰ্গন্ধই পাৰিপাৰ্শ্বিকতাৰ পবিত্ৰতা বিনষ্ট কৰাত এইখন বসুন্ধৰা যেন বাসোপযোগী হৈ থকা নাই। একৈশ শতিকাৰ সভ্যতাপুষ্ট মানৱ সমাজে যেন আকৌ এবাৰ আদিম বৰ্বৰতাৰ সোৱাদ বিচাৰি সভ্যতা-মানৱীয়তাৰ কথা পাহৰি গৈছে। যেতিয়াই ধৰ্মৰ গ্লানি হয় আৰু অধৰ্ম-অন্যায়ৰ সৃষ্টি হয়, তেতিয়া ঈশ্বৰ প্ৰভু গৰাকীয়ে এই অন্যায়-অধৰ্মৰ বিনাশকাৰী ৰূপত নিজকে সৃষ্টি কৰে বুলি দম্ভালি মাৰিলে যদিও তেৰায়ো সেই প্ৰতিশ্ৰুতিৰ কথা পাহৰিলে। ঠিক আমাৰ ভূ-ভাৰস্থ্খনত মন্ত্ৰী-এমেলেসকলে ভোটৰ বতৰত ভোট ভিক্ষা কৰিবলৈ গৈ ভোটদাতাসকলক নানান প্ৰতিশ্ৰুতি-প্ৰলোভনৰ জৰিয়তে ভোট আদায় কৰাৰ পাছত ভোটদাতাসকললৈ পিঠি দি প্ৰতাৰণা কৰাৰ নিচিনাকৈ ঈশ্বৰ প্ৰভু গৰাকীজনেও যেন পূজা-পাতল, শ্ৰদ্ধা-ভক্তি আদায় কৰাৰ পিছত ভকতক প্ৰতাৰণা কৰিলে। মনলৈ যেতিয়া এনে চিন্তাৰ এজাউৰি ধুমুহা আহে, তেতিয়া স্বাভাৱিকতে মনটো বেয়া লাগে।

মানে মন বেয়া লাগিবই। এই ধৰক, পুলিচ-মিলিটাৰীয়ে শুই থকা নিৰীহ যুৱক এজনক বিছনাৰ পৰা দাঙি আনি আলফা বা সন্ত্ৰাসবাদী সজাই হত্যা কৰিলে, তাৰ প্ৰতিবাদ কৰা নিৰীহ জনগণৰ ওপৰত পুলিচে গুলীবৰ্ষণ কৰি হত্যাৰ দৰে জঘন্য অপৰাধ সংঘটিত কৰিলে, অথবা আলফা বিচৰাৰ নামত যুৱতী মহিলা এগৰাকীক ধৰি আনি পুলিচ-মিলিটাৰীয়ে ধৰ্ষণ কৰিলে, বা পাঁচ বছৰ ধৰি ৰাইজক শোষণ কৰা মন্ত্ৰী-এম এল এ 'বেক-ডেট'ত নিযুক্তি দি তিনি লাখকৈ টকা ল'লে আৰু শেহত চাকৰিও নিদিলে বা উন্নয়ন আঁচনিৰ টকাখিনিৰ সোপাকে এই দুইঠেঙীয়া জন্তুবোৰে নিজৰ পেটত ভৰালে বা চকুৰ আগত থকা পাহাৰ-পৰ্বত কাটি খান্তাং কৰিলে। এইবোৰ চিন্তৰ ধুমুহাত আক্ৰান্ত হ'লে মূৰৰ টেমিটো ২০০ ডিগ্ৰী উত্তাপত ফাটি যায়,

ক্ষোভ-উত্তেজনাৰ ধুমুহাত বুকুখন বিধ্বস্ত হয়। গতিকে মন ভাল লগাৰ কথা নহয়। তথাপিও যদি কাৰোবাৰ মন শান্ত, বুকু স্থিৰ হৈ থাকে, তেন্তে তেওঁ হ'ব লাগিব হয় অতিমানৱ, নহয় অধামুৰ্খ। যিহেতু মই বহুবৰ্ণী ইয়াৰ কোনোবিধতে নপৰোঁ বুলি বিশ্বাস, গতিকে, এই বদচিন্তাবোৰে মনত বেদনাৰ জোৱাৰ তোলে।

এই জোৱাৰৰ অন্ত নাই। এই চিন্তাৰ শেষ নাই। এটাৰ পাছত এটাকৈ, কেতিয়াবা শ-হাজাৰত এইবোৰে শোভাযাত্ৰা কৰি আহি মনটো থকা সৰকা কৰি পেলায়। এইখন ৰাজ্যত নিত্য-নতুন বিপদৰ ঘন্টা বাজিছে। ধৰক, তৰুণ গগৈহঁতৰ দলে অসমখন বাংলাদেশীক বিক্ৰী কৰিবলৈ ইমানেই বদ্ধ পৰিকৰ যে দেশৰ উচ্চতম ন্যায়ালয়ে বাংলাদেশীক সুৰক্ষা দিয়াৰ বাবে জন্ম দিয়া আইনখন নাকচ কৰাৰ পাছতো ভোটৰ স্বাৰ্থত পিছ দুৱাৰেদি এখন বিকল্প আইন প্ৰৱৰ্তন কৰাৰ কুকৰ্মত নিমজ্জিত হৈছে।

আৰু কিছুমান কথাই মনটো হানি-খুচি থাকে। ধৰক, লালু প্ৰসাদৰ ৰে'ল বাজেটখন বিহাৰ-তামিলনাডুতে আবদ্ধ হোৱাত ই অসমখন চুই যাবই নোৱাৰিলে। আন্তৰ্জাতিক নাৰী দিৱস বছৰৰ পাছত বছৰ ধৰি পালন হৈ আহিছে। কিন্তু নাৰী নিৰ্যাতন-শোষণৰ দৈত্য-দানৱসকলৰ পৰাক্ৰমে নিতৌ অধিক ভয়ংকৰ ৰূপ লোৱাত নাৰী ধৰ্ষণ-অপহৰণ, দেহ ব্যৱসায় চলি আছে। পৰম পৰিতাপ আৰু আশ্চৰ্যৰ কথা হ'ল এই যে নাৰী-নিৰ্যাতন, নাৰী-ব্যৱসায়, বোৱাৰী হত্যা আদি জঘন্য অপৰাধত পুৰুষৰ লগতে নাৰীও সমানে অংশীদাৰ।

ঈশ্বৰ বোলা বস্তুটোও বৰ মতলবী যেন লাগিছে। নাৰী-পুৰুষৰ মাজত বিদ্বেষৰ সৃষ্টি কৰি তুষ্ট-বিতুষ্ট দুয়ো পক্ষৰ পৰা সমানে পূজা-ভক্তি খোৱাৰ মতলবেৰে হয়তো নাৰীক ঈৰ্ষা-প্ৰতিশোধ পৰায়ণৰূপে সৃষ্টি কৰিলে। নহ'লেনো বোৱাৰী কালত উৎপীড়নৰ বলি হোৱা শাহুআইগৰাকীয়ে নিজৰ বোৱাৰীজনীকো নিজে ভোগ কৰা জ্বালা-যন্ত্ৰণাত পুৰি মাৰি ডাইনীৰ ৰূপ লয়নে? নাৰীৰ দেহৰ সৌন্দৰ্য্য আৰু দুৰ্বলতা, হৃদয়ৰ কোমলতা আৰু মনৰ সান্ত্বনা-সহিষ্ণুতাৰ পিছত থকা ঈশ্বৰ মতলবো হ'ল এই মাতৃ জাতিক পুৰুষৰ ভোগবিলাসৰ সামগ্ৰীৰূপে সৃষ্টি কৰি আৰু সৃষ্টি প্ৰবাহ প্ৰৱৰ্তাই ৰাখি নিজৰ ঐশ্বৰিক ক্ষমতা জাহিৰ কৰা। এই সৃষ্টিকৰ্তাজনেই যদি মতলবী হয়, মানুহ নহ'বনো কিয়? আজি-কালি অসমীয়া নিবনুৱা যুৱকে চাকৰি নাপাই যৌতুকৰ ধন বিচাৰে আৰু দিব নোৱাৰিলে সহধৰ্মিণীক অনা-অসমীয়া বৰ্বৰতাৰে জুইত পুৰি, টাঙোনেৰে থেঁতেলিয়াই হত্যা কৰে। এই ঈশ্বৰ বোলা বস্তুটোৱে অসমীয়া সমাজত আৰু এবিধ কৰ্কট ৰোগ জাপি দিয়াৰ মতলব হ'ল ঈশ্বৰক বোধ কৰোঁ ঘোচ লাগে। অন্ততঃ কেতিয়াবা হ'লেও এনে ভাব মনলৈ আহে।

মনটো বেয়া লগাৰ আৰু বহুতো কাৰণে জুমুৰি দি ধৰে। ধৰক আলফাই অসম স্বাধীন কৰাৰ অবাস্তৱ দাবী, ধন-দাবী, অপহৰণ আৰু হত্যা, ছালফাৰ ধন দাবী, বড়ো, কোচ ৰাজবংশী সুকীয়া ৰাজ্যৰ দাবীকে ধৰি এনে এশ-এবুৰি চিন্তাত বিধ্বস্ত হৈ এইখন পৃথিবী এৰি যোৱাৰ কথা ভাবিছোঁ। এনেতে আহিল মেদেলা। সি কিহবাৰ উত্তেজনাত অস্থিৰ হৈ আহিছে আৰু চোতালৰ পৰা সি চিঞৰি মাতিলে, 'ঐ বহুবল্কী। এই তহঁতৰ সাহিত্য-তাহিত্য কৰা মানুহবোৰে যে ইমান লেতেৰা নাটক কৰে, মই ভাবি আচৰিত হৈ পৰিছোঁ, অ'। বেলশৰৰ নাটকখন চাবলৈ নিশ্চয় তয়ো গৈছিলি। পিছে, এইবোৰ বৰ লাজ লগা, সন্মান যোৱা কথা অ', বহুবল্কী। তয়ে ক'চোন, হয় নে নহয়?"

"হেৰৌ! তই এইবোৰ কথা মোক কিয় কৈছ? মই কিবা সাহিত্য সভাৰ এলেকৰ পেলেক, কুকুৰ চেলেকৰ ভাগিনীয়েক নেকি? কি কৰলৈ আছে, তই সভাৰ প্ৰধান সম্পাদক-সভাপতিক কগৈ", মই ক'লোঁ।

'হেয়া! তয়ো বৰ অকঁৰা হৈ আছ অ', বহুবল্কী! মইনো তোক কি কৈ আছোঁ? সভাপতিৰ কথাইতো কৈছোঁ। হেৰৌ, প্ৰফুল্ল মহন্তক বিশিষ্ট অতিথিৰূপে মাতিলে বুলিয়েই সভাপতিৰ পদ ইস্তাফা দিয়াটো হাঁহি উঠা কথা নহয় নে? অজস্ৰ কেলেংকাৰিত কলংকিত সেই প্ৰতাৰক প্ৰাক্তন মুখ্যমন্ত্ৰীজন সাহিত্য সভাৰ বাবে যদি ইমানেই অস্পৃশ্য, তেন্তে সেইজন অস্পৃশ্য ব্যক্তিৰ পৰা লোৱা ধনেৰে ভোজ-ভাত খোৱা সভাৰ সাহিত্যিকসকল অপবিত্ৰ নহ'ব কেনেকৈ অ'?", অথচ সেই প্ৰতাৰক প্ৰফুল্ল সঁচাকৈ অস্পৃশ্য!, মেদেলাই উত্তেজিত হৈ ক'লে।

"তই কথাবোৰ নুবুজাকৈ নক'বিচোন, মেদেলা। কথা প্ৰফুল্ল মহন্তক মতা-নমতাৰ নহয়। দৰ্কাৰী কথাটো হ'ল, সভাৰ নীতি-নিয়ম, অনুশাসন-শৃংখলা ভংগ। প্ৰফুল্ল মহন্তক নীতিবহিৰ্ভূতভাৱে মতা হৈছিল বাবেহে সভাপতিয়ে প্ৰতিবাদ কৰি পদত্যাগ কৰিবলৈ বাধ্য হ'ল। শুন, মেদেলা। কোন কোন বিশিষ্ট ব্যক্তিক সভালৈ কি সন্মান দি আমন্ত্ৰণ কৰা হ'ব সেই সিদ্ধান্ত সভাপতিৰ সভাপতিত্বত বহা কাৰ্যকৰী সমিতিত লোৱা হৈছিল। কিন্তু, সেই সিদ্ধান্তত প্ৰফুল্ল মহন্ত বিশিষ্ট অতিথিৰূপে তালিকাভুক্ত হোৱা নাছিল। কোনোবা অদৃশ্য শক্তিৰ হাতৰ পৰশ লাগি প্ৰফুল্ল মহন্ত বিশিষ্ট অতিথিৰ আসনত উপবিষ্ট হওঁতে সভাপতিৰ এনে কৰ্তৃত্ব বিনাশত সভাপতিগৰাকী ক্ষুব্ধ হ'ল আৰু সভাপতিৰ অজ্ঞাতে এনে এক অস্বস্তিকৰ পৰিৱেশৰ সৃষ্টি হোৱাত তেওঁ প্ৰতিবাদৰ চৰম পদ্ধতিৰূপে পদত্যাগ কৰিলে। এয়া নিশ্চয় দুৰ্ভাগ্যজনক" মই ক'লোঁ।

"তয়ো যে কি অদ্ভুত কথাবোৰ কৰ, বহুবল্কী। মাফ কৰিবি। আমি হ'লোঁ জধামূৰ্খ মানুহ। হ'লেও কিছুমান সাধাৰণ কথা বুজি পাওঁ দেচোন? সভাপতিৰ

কাৰ্যকালত কোনোবাই যদি অপকৰ্ম বা সভাৰ নীতি বিৰুদ্ধ কাম কৰেও, তেন্তে সভাপতিগৰাকীও তাৰ বাবে নৈতিকভাৱে দায়ী। এতেকে, সভাৰ মুৰব্বী বা কাণ্ডাৰী হিচাপে এই অপকৰ্মৰ বাবে তেওঁ দায়িত্ব লৈ এই খেলিমেলিৰ নায়কজনৰ বিৰুদ্ধে ব্যৱস্থা ল'লেহে সভাৰ আৰু তেওঁৰ ভাবমূৰ্তি উজ্বল হৈ ৰ'লহেঁতেন। কিন্তু তাকে নকৰি তেওঁ হঠাৎ এনেকৈ পৃষ্ঠভংগ দিয়াৰ কি কাৰণ থাকিব পাৰে অ'?

"এই প্ৰধান সম্পাদকগৰাকীৰ বিষয়ে দেখোন কাগজে-পত্ৰই বহুত কিবাকিবি ওলাই আছে? প্ৰফুল্ল মহন্তৰ নিমন্ত্ৰণী চিঠিখনত যে তেওঁ চহী কৰিছে সেই কথা প্ৰমাণ হৈছে। অৰ্থাৎ সভাপতি তথা কাৰ্যকৰী সমিতিৰ অনুমোদন অবিহনে, মানে এই বিষয়ববীয়াসকলক চেৰাই গৈ, স্বেচ্ছাচাৰিতা-মইমতালিৰে প্ৰফুল্ল মহন্তক হয়তো কিবা ব্যক্তিগত স্বাৰ্থপূৰণৰ মতলবেৰে আমন্ত্ৰণ জনোৱা মহাপুৰুষজন যে সেইজনেই সেই কথা খাটাং। তেন্তে সভাপতিয়ে কাৰ্যকৰী সমিতিৰ বৈঠক বহুৱাই তেওঁক নিলম্বিত বা নিষ্ক্ৰিয় নকৰিলে কিয়? সভাপতিৰ হেনো সেইগৰাকীৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ সাহস নাই। শুনা মতে, কিবা হেনো ভিতৰুৱা কাৰণ আছে। আমি মুৰুখে ভিতৰুৱা কথাবোৰ বুজি নাপাওঁ দেচোন। তই কি ভাব?", গেদ্ধেলাই ক'লে।

"সেইবোৰ সৰগৰ ভিতৰুৱা কথাৰ তলা-নলা আমাৰ দৰে বাওনা মানুহবোৰে ঢুকি পোৱা টান। কিন্তু তোৰ লগত মই একমত যে সভাপতি ডেকাই পদত্যাগৰ পৰিবৰ্তে দোষীক বিচাৰ কৰি আৰু শাস্তি বিহাৰ ব্যৱস্থা ল'লেহে সাহিত্য সভাত লহপহকৈ গজি উঠা উচ্ছৃংখলাৰ ৰঘুমলাবোৰ নিকা হ'লহেঁতেন। সভাপতিৰ পদত্যাগে নিশ্চয় সাহিত্য সভাৰ কৰ্কট নিৰাময় নকৰে। সভাপতিৰ দায়িত্ব পালন কৰি সভাৰ ভাবমূৰ্তি নিকা কৰা বা সৌষ্ঠৱ বৃদ্ধি কৰাটোহে সভাপতিৰ উচিত কৰ্তব্য আছিল। মই ভবাত তেনেকৈ পৃষ্ঠভংগ দিয়াৰ কাৰণ হ'ল, তেখেত এগৰাকী শান্তিপ্ৰিয় মানুহ হিচাপে অশান্তিৰ অৱসান ঘটোৱাৰ বাবে আবেগিত হৈ পৰিল।" মই ক'লোঁ।

"বাৰু তোৰ কথা মই মানিলোঁ। কিন্তু যিটো কথা মই বুজি পোৱা নাই, সেইটো হ'ল, যদি শান্তিৰ কাৰণে পদত্যাগ কৰিলে, তেন্তে অশান্তিৰ পৰিস্থিতিক আঁকোৱালি ল'বলৈ আকৌ গ'ল কি যুক্তিত? সভাপতি হিচাপে পদ ত্যাগৰ যদি উচিত যুক্তি আছিল, তেন্তে কাৰ্যকৰী সমিতিৰ কোনো এজন সদস্যই খেলিমেলিৰ নায়ক প্ৰধান সম্পাদকৰ বিৰুদ্ধে প্ৰতিবাদ জনাবলৈ সভাপতিৰ লগতে পদত্যাগ নকৰিলে কিয়? পাছত বহা বৈঠকতো দেখোন এইসকল সাহিত্যৰ দেৱতা নিমাত হৈ ৰ'ল? এনেহেন বিয়াগোম খেলিমেলি কৰা ব্যক্তিজনৰ বিৰুদ্ধে ব্যৱস্থা লোৱাৰ সাহস নহ'ল কিয়? মহন্তৰ নিমন্ত্ৰণী পত্ৰখন কাৰ্যকৰী সমিতিক চেৰাই গৈ দিয়াৰ ফলত কাৰ্যকৰী সমিতিৰো ক্ষমতা খৰ্ব কৰা আৰু সমিতিক অৱমাননা কৰা হোৱা নাছিল

জানো? শুনিবলৈ পোৱা মতে, সভাৰ একচ্ছত্ৰীসম্ৰাটৰ ৰূপত আৱিৰ্ভাৱ হোৱা প্ৰধান সম্পাদকগৰাকীয়ে হেনো কাৰ্যকৰী সমিতিৰ সদস্যসকলক হাতৰ মুঠিত ৰখাৰ কায়দাটো হস্তগত কৰি পেলাইছে। আনৰ কথা বাদেই, সভাপতিগৰাকীক ভঙা-গঢ়াতো তেওঁ বোলে সিদ্ধহস্ত। বোলোঁ, 'কালৰো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল' অ' বোপাই, মেদেলাই কথাখিনি উজাৰি আকৌ ক'বলৈ ল'লে

"আৰু এটা কথা নহয়। এইবোৰ কথা শুনিলে তই হাঁহিবি নে কান্দিবি এনে হেন লাগিব। সেইজন প্ৰধান সম্পাদক মহাপুৰুষে হেনো দম্ভালি মাৰি ফুৰিছে যে 'এজন কনকসেন ডেকাই পদত্যাগ কৰিলে কি হ'ল? দৰ্কাৰ হ'লে মই হাজাৰজন কনকসেন ডেকাক আনি দিম?' তাতোকৈ অধিক লজ্জাজনক কথা হ'ল, তেওঁ হেনো এইটোও কৈ ফুৰিছে যে দুবছৰ পাছত তেঁৱেই সাহিত্যসভাৰ কনিষ্ঠতম সভাপতি হৈ বহিব!" হেৰৌ, ধৃষ্টতাৰো এটা সীমা আছে। তেওঁৰ হাতত কি এনে যাদুকৰী শক্তি আছে যাৰ বলত তেওঁ এনে সন্মান হানিকৰ কথা বলকিব পাৰে অ'? মোৰ সন্দেহ হৈছে, সকলোকে 'মেনেজ' কৰাত সিদ্ধহস্ত সেইজনে ঈশ্বৰকো ভেটি দি নিশ্চয় হাত কৰিছে", মেদেলাই ক'লে।

"অন্যায়-অনীতি-দুৰ্নীতি-অপকৰ্মতকৈ অধিক যাদুকৰী শক্তি কি লাগিছে অ' তোক? সেইজনৰ পূজাত হয়তো ঈশ্বৰো সন্তুষ্ট হৈছে। আৰু এটা কথা মন কৰিলি নে, বন্ধুবৰ্গী? কাৰ্যকৰী সমিতিৰ সদস্যবৰ্গক লগত লৈ প্ৰধান সম্পাদক গৰাকীয়ে হেনো সভাপতিৰ ঘৰত কুৎসিত নাটক এখন মঞ্চস্থ কৰি পেলালে? সভাপতিৰ পদত্যাগৰ কাৰণ ক'ত বিচাৰ কৰিব, সমস্ত ঘটনাটো গাপ দি থৈ সভাপতিকহে বোলে সেইসৰে পদত্যাগ পত্ৰ উঠাই ল'বলৈ হেঁচা দিলে! যেন একো অনিয়ম খেলি-মেলি হোৱাই নাছিল আৰু সভাপতিয়ে আৱেগৰ বশৱৰ্তী হৈ বা কোনো কাৰণ নোহোৱাকৈ পদত্যাগ কৰি ঠিক কামহে কৰা নাছিল। সভাপতিয়ে পদত্যাগ পত্ৰ উঠাই নল'লে হেনো তেওঁলোকে সভাপতিৰ ঘৰত ধৰ্ণা দিব, আমৰণ অনশন (!) কৰিব ইত্যাদি ছলাহী কথাৰে সভাপতিজনক বেছ 'বেলবুং' বনাই পেলালে, অ'। ডেকা চাহাবেও চৰ্তহীন ভাৱে পদত্যাগ পত্ৰ উঠাই লৈ নিজক লঘু কৰি নেপেলালে নে বাৰু? তেওঁ আহ বুলিলে আহিব, যা বুলিলে যাব নেকি? তেওঁ নীতিগত কাৰণত পদত্যাগ কৰিছিল। তেন্তে, তেওঁৰ সেই নীতিক স্বীকৃতি নিদিয়াকৈ অৰ্থাৎ দোষীৰ বিৰুদ্ধে কোনো ধৰণৰ বিচাৰৰ দাবী নকৰাকৈ তেওঁ পুনৰ ঘূৰি যোৱা কাৰ্যই কি বুজালে? তেওঁ পদত্যাগ কৰাৰ কোনো যুক্তিয়েই নাছিল নেকি?", গেঙ্কেলাই ক'লে।

"সেইবোৰ কথা সভাপতিয়ে জানিব। হয়তো তেখেতে ঘূৰি গৈ সকলো ঠিক-ঠাক কৰি পেলাব", মই ক'লোঁ।

"অৰ্থাৎ তেতিয়া নকৰি অহা কামটো এতিয়া কৰি ভুলৰ শুধৰণি কৰিব?

কিন্তু সেই মানুহকেইজনটো একেই মানুহ হৈয়ে আছে? ডেকা চাহাবো সেই শান্তিপ্রিয় ডেকাই আছে? এতিয়া তেৱোঁ অশান্তি প্রিয় হৈ গ'ল নেকি? নে কুকৰ্মৰ নায়কসকল ঠিক হৈ গ'ল?", মেদেলাৰ প্রশ্ন।

"সেইবোৰ উত্তৰ মোৰ হাতত নাই অ', মেদেলা। মই কৈছোঁৱেই। মোৰ মনটো কিছুদিন ধৰি বেয়া। মোক প্রশ্ন সুধি আমনি কৰিলেও তোৰ একো লাভ নহব", মই ক'লোঁ।

"বাৰু নোসোধোঁ। কিন্তু এটা প্রশ্নৰ উত্তৰ তই দিবই লাগিব। মানে দিয়াটো তোৰ কৰ্তব্য। এইযে প্রধান সম্পাদক গৰাকী কিবা বোলে শিক্ষকতা কৰে, শিক্ষক হৈ ছাত্র-ছাত্রীক কেতিয়া শিকায় নো? দ্বিতীয় প্রশ্নঃ সাহিত্য সভাৰ সভাপতি হৈ আকৌ আহিব বুলি যে তেওঁ দম্ভালি মাৰিছে তেওঁৰ সাহিত্যিকৰ অৰ্হতানো কি আছে অ'? আজিকালি অসাহিত্যিক ব্যক্তিহে সভাপতি হ'ব পাৰে নেকি?"

"আজিকালি সাহিত্য সভা অ-সাহিত্যিক-ৰাজনীতিকৰ ৰম্যভূমিত পৰিণত হোৱা বুলি প্রায়ে অভিযোগ শুনা যায়। এতেকে সাহিত্য সভাৰ প্রধান সম্পাদক, সভাপতি হ'বলৈ হ'লে সাহিত্যিক-ভাষাবিদ হ'ব নালাগে। এনে এটা দিন আহিবলৈ ধৰিছে যে সাহিত্যিক-ভাষাবিদক সাহিত্য সভাৰ সভাপতিৰ বাবে অযোগ্য ব্যক্তি বুলিহে বিবেচিত হ'ব পাৰে।"

"সাহিত্যিক নোহোৱাকৈ সাহিত্য সভাৰ এগৰাকী ভাল সভাপতি হোৱাত বাধা নাই। সাহিত্য সৃষ্টি কৰে সাহিত্যিকে। ভাষাৰ উন্নয়ন সাধে ভাষাবিদে। সভাপতিৰ কাম হ'ল এনে সৃষ্টিশীল কৰ্মৰাজিক গতিশীলতা দিয়া। ধৰ, অসমত অসমীয়া ভাষা প্রচলন কৰাত সাহিত্য সভাৰ এক গধুৰ দায়িত্ব আছে। সভাপতিয়ে অসম চৰকাৰক প্রভাৱান্বিত কৰি আৰু যাৱতীয় কাৰ্যকৰী ব্যৱস্থালৈ অসমীয়া ভাষাৰ ব্যাপক প্রচলন ঘটাব পাৰে। সভাপতি হোৱাৰ এইটো এক সুন্দৰ অৰ্হতা।", মই ক'লোঁ।

"তই এটা বঢ়িয়া কথা ক'লি। মোৰ মগজুত এটা ভাল বুদ্ধি খেলি গৈছে। তই মই সাহিত্যৰ গোন্ধ নাপাওঁ। তোৰ মোৰ দৰে বিয়াগোম অযোগ্য ব্যক্তি সাহিত্য সভাৰ বিষয়বাবৰ বাবে তেন্তে শীৰ্ষস্থান লাভ কৰি আছোঁ দেখোন? মানে অযোগ্যতাৰ ভিত্তিত। তেন্তে আমাৰ প্লেনটো ফাইনেল আজিয়েই কৰোঁ। মানে অহাবাৰলৈ তই সভাপতি মই প্রধান সম্পাদক। অলপ ধননীতি, অলপ দুৰ্নীতি, অলপ ৰাজনীতিৰ আখৰা আজিৰ পৰাই কৰি পেলাওঁ তেন্তে? ভাবি চাচোন, শত-সহস্ৰ লোকৰ শোভাযাত্ৰাত হাতীৰ পিঠিত উঠি সন্মান পোৱা কি যে মজাৰ কথা হ'ব। হাঃ হাঃ হাঃ। ●●●

*অভিমত ২৫ মাৰ্চ ২০০৬*

# অথ ভোট সংবাদ-দুঃসংবাদ

ভোটৰ বতৰত ভোট আহি ৰাইজৰ গৃহত পদাৰ্পণ কৰাটো স্বাভাৱিক। ই নাগৰিকৰ গণতান্ত্ৰিক অধিকাৰো। গতিকে কোনোবাই ভাল পোৱা-বেয়া পোৱালৈ ভোটে কেৰেপ নকৰে। ভাল নাপালেও সি সময়ত অথবা তাগিদা পালে অসময়তো আহিবই। নহ'লে যে কৰ্তব্যৰ গাফিলতিৰ দোষত ভোট দোষণীয় হ'ব?

ভোট আহে স্বৰ্গৰ সুখ-সন্তুষ্টিৰ সাগৰত ডুবি মৰ্ত্যলোকত সৰগ ৰচনা কৰা মানুহৰূপী দানৱসকলৰ পাঁচবছৰীয়া দুৰ্নীতি-অপশাসনৰ খতিয়ান তৈয়াৰ কৰি তেৰাসৱক মৰতৰ স্বৰ্গত থাপিবলৈ অথবা নৰকৰ কাৰাবাসত শাস্তি বিহিবলৈ। এতিয়া ভোট যে আহি আছে, সেই কথা এই নৰকগামী দানৱসকলেও জানে। কিন্তু ৰঙালী বিহুৰ বতৰত গাভৰু নাচনীয়ে দেহৰ অংগে অংগে, বুকু-কঁকালৰ ভাঁজে ভাঁজে সৌন্দৰ্যৰ ঢল বগৰোৱা নৃত্য উপভোগৰ সময়তে এনেকৈ যে বৰদৈচিলাৰ ৰূপ লৈ তৰুণ গগৈহঁতৰ স্বপ্নালী বালিঘৰ একেবাৰে তচ-নচ কৰি পেলাব, সেই কথা তৰুণ গগৈৰ দৰে দেৱতা ইশ্বৰসকলে টং কৰিবই নোৱাৰিলে।

হঠাৎ নিৰ্বাচন আয়োগৰ ঘোষণাটো শুনি তৰুণ গগৈৰ মূৰত বজ্ৰপাত পৰিল। ভাবিলে, "ভুৱনেশ্বৰৰ লগতে বাওঁহাতখন মিলাই নিৰ্বাচন আয়োগক বিহুৰ পিছলৈ, পাৰিলে অন্ততঃ মে' মাহলৈকে, নিৰ্বাচন পিছুওৱাৰ ফন্দি এটা উলিওৱা ভাল হ'ব। হাজাৰ হ'লেও ভুবনেশ্বৰ দলৰ সভাপতি। তেওঁক বলিৰ পঠা সজোৱাটো অৱশ্যে মুঠেও টান নহ'ব। মুখ্যমন্ত্ৰী হোৱাৰ দুঃস্বপ্নত বলিশালত ভৰি দি যি সেকা-শিকনি পাই থ'লে এতিয়ালৈ সেই শিকনিয়ে যথেষ্ট হ'ব। দিল্লীত হাত আছে বুলি জহাই ফুৰা কলিতাই দিল্লীৰ 'লবী'ত এতিয়া প্ৰভাৱ খটুৱাওক।

কিন্তু, কামবোৰ যে আধাখনীয়াকৈ ৰৈ গ'ল! ভোটৰ পথাৰত ভোট বৃক্ষৰ পুলি ৰুবলৈ শেহৰ দুটা মাহ সযত্নে সংৰক্ষণ কৰি ৰখা হৈছিল। গণতন্ত্ৰত সকলো কাম পৰিকল্পনা মতেহে চলে? নিৰ্বাচন আয়োগৰ সেই টেঙুন নে সেইপাত কি ওলাইছে, তেওঁ ক'লে বুলিয়েই হ'ব নে? কেন্দ্ৰত ইউ পি এ চৰকাৰ আৰু ৰাজ্যত আমাৰ চৰকাৰখন কিয় আছে? ৰাইজৰ কল্যাণৰ হকে উন্নয়নৰ বিভিন্ন আঁচনিবোৰ ৰূপায়ণৰ বাবে এতিয়াও যি দুমাহ আছে, সেই দুমাহত কঠিয়া নিৰ্সিচিলে বতৰৰ ফচল ভোগ কৰিম কেনেকৈ? সেই ফচল আমাৰ প্ৰাপ্য। মানে আমি বিগত পাঁচটা বছৰত মূৰৰ ঘাম কপালত পেলাই ৰাইজৰ কল্যাণৰ হকে কাম কৰিছোঁ।. এতিয়া ইয়াৰ সুফলৰ পৰা বঞ্চিত কৰিবলৈ নিৰ্বাচন আয়োগনো কোন? দৰ্কাৰ হ'লে তাৰিখ পিছুৱাবলৈ উচ্চতম ন্যায়ালয়ৰো কাষ চাপিব লাগিব", তৰুণ গগৈ দুশ্চিন্তাত মগ্ন হ'ল।

"নাই সেইটো হ'ব দিব নোৱাৰি। ইলেকচন পিছুৱাবই লাগিব। এতিয়াও চৰ অঞ্চলৰ মিঞা বোৰক মুখ দেখুৱাব পৰা নাই। ক'ৰবাত কেইটামান দমকল, এখন চিকিৎসালয়, কিছুমান মাটিৰ পট্টা নিদিলে ভোট পাম কেনেকৈ? তাতে লুঙি, কম্বল, শাৰীবোৰো দমখাই পৰি আছে। নিৰ্বাচন আয়োগৰ সদস্য নবীন চাওলা ভাইকো ভুবনেশ্বৰেই লগ ধৰি কথাটোৰ হেস্ত-নেস্ত কৰক। মই নিজেও দিল্লীলৈ গৈ দেৱীজীৰ পদধূলি শিৰত সানি, কন্দা-কটা কৰি বুজাম— বোলোঁ নিৰ্বাচন নিপিছুৱালে দলৰ বিপৰ্যয় খাটাং। মনমোহন ভাইজীকো সাষ্টাংগে প্ৰণাম জনাই তেওঁক সকলো কথা খুলি ক'ম— বোলো নিৰ্বাচন নিপিছুৱালে প্ৰথম বিপৰ্যয় আপোনাৰে। সেইজনে ৰাজনীতিৰ কেইটা পাক জানে? নিশ্চয় মানি ল'ব।

"এৰা। ভাইজীয়ে নিশ্চয় বুজিব। তেওঁ যেতিয়া ভাৰতবৰ্ষৰ কোনো এটা চুকতে থাউনি উলিয়াব নোৱাৰিলে, তেতিয়া অসমে অশেষ ত্যাগ কৰিও তিনিবাৰকৈ ৰাজ্যসভাৰ সদস্য পাতিলে আৰু সেই সুবাদতে আৰু দেৱীজীৰ অনুগ্ৰহতে আজি দেশৰ বিয়াগোম প্ৰধানমন্ত্ৰী হৈ স্বৰ্গৰ সুখ-শান্তি ভোগ কৰি আছে। তেওঁ প্ৰধানমন্ত্ৰী হৈ অসমৰ ৰাইজক বহুত কিবাকিবি দিম বুলি ক'লে যদিও এতিয়ালৈকে সেই প্ৰতিশ্ৰুতি ফুটুকাৰ ফেন হৈছে। তেওঁক মই বুজাই দিম বোলে ৰাইজৰ অভিমত এয়ে যে তেওঁ আঁচনি ঘোষণা কৰে অসমৰ বাবে আৰু সেই আঁচনি ৰূপায়ণ কৰে ৰাইবেৰেলি-আমেঠিতহে!" আইডিয়াটো মুৰত ক্লিক কৰাত সুখীহে গগৈদেৱে আকৌ ভাবিলে,

'তেওঁৰ এইবোৰ গাফিলতিৰ বাবে আমিহে এতিয়া প্ৰায়শ্চিত্ত কৰিব লাগিব? এই দুটামাহ সময় পালে ভালেখিনি বাকী ৰৈ যোৱা কাম-কাজ কৰিব পাৰিম। ময়ো পাঁচ বছৰ আগতে ১০ লাখ নিবনুৱাৰ বাবে কৰ্মসংস্থাপন সৃষ্টি কৰিম, বিশ্বাসঘাতক প্ৰফুল্ল মহন্তহঁতৰ সোণৰ অসম গঢ়াৰ ভুৱা প্ৰতিশ্ৰুতিৰ বিপৰীতে আমাৰ চৰকাৰে অসমৰ ৰাইজৰ অৱস্থা নদন-বদন কৰি তুলিব, বানপানী সমস্যাৰ আশু সমাধান হ'ব, অসমৰ গাঁৱে-ভূঞে, চুকে-কোণে পকা ৰাস্তা, ৰে'ল পথ, পৰ্যটন উদ্যোগ, গেছ ক্ৰেকাৰ, বগী নদীৰ দলং হ'ব। মানে— সকলো ক্ষেত্ৰতে অসম ভূ-স্বৰ্গত পৰিণত হ'ব'। এইবোৰ প্ৰতিশ্ৰুতি আমাৰ দলীয় ইস্তাহাৰত দি থৈছোঁ। গতিকে আৰু দুমাহ মাত্ৰ সময় দিয়ক— মই সকলো প্ৰতিশ্ৰুতিপালন কৰিম। বাংলাদেশী সুৰক্ষা কৰিবলৈ একো বাকী ৰখা নাই। আই এম (ডিটি)-ক বচাবৰ বাবে ছুপ্ৰিম কৰ্টত গৈ কৌৰৱ-পাণ্ডৱৰ যুদ্ধ দি হাৰিলোঁ। পিছে হাৰিলে কি হ'ব? আমাৰ সেই ভোট-বেংক সুৰক্ষাৰ বাবে বিকল্প আইনৰ ব্যৱস্থা কৰা নাই জানো? সেই যে বিদেশী (ন্যায়াধীকৰণ) নিৰ্দেশ, ১৯৬৪-ৰ নতুন ৰূপ?

"এনেবোৰ কালিকা লগা বিজুতিৰ বাবেই সংখ্যালঘুসকলে কংগ্ৰেছৰ ওপৰত আস্থা হেৰুৱালে। এতিয়া এ ইউ ডি এফ-ৰ জন্ম দিলে সেই সাঁচি গছৰ দৰে অসমৰ অমূল্য সম্পদ ধ্বংস কৰি অগৰুৰ সম্ৰাট হৈ আৰবৰ চন্দুকত টকা ভৰোৱা দুৰ্ঘোৰ

বেপাৰী বদৰুদ্দিন আজমল নামৰ ব্যক্তিজনে। তাতে অসমৰ চাহ-মজদুৰ ভাইসকলেও কংগ্ৰেছ দলৰ ওপৰত অনাস্থা প্ৰকাশ কৰি এইবাৰ দলক এশিকনি দিবলৈ কঁকালত টঙালি বান্ধিছে। চাহ-বাগিছাৰ হোজা, নিঃস্ব জনজাতিসকলৰ ভোটেৰে অসমত কংগ্ৰেছে ৫৫ বছৰ ৰাজভোগ কৰিলে। অথচ এইবোৰ লোকে আজিও নৰকবাসীৰ জীৱন-যাপন কৰিছে।

"মই এইবাৰহে মুখ্যমন্ত্ৰী হৈছোঁ? মোৰ পূৰ্বসূৰীসকলে এইবোৰ কথা চিন্তা নকৰা কাৰণেইতো এতিয়া গাদী হেৰুওৱাৰ দৰে দুৰৱস্থা হৈছে? সেইবাবেই নিৰ্বাচন আয়োগক দেৱীজী-ভাইজীয়ে সৈমান কৰাই কোনোমতে মে' মাহৰ শেষলৈ নিৰ্বাচনটো পিছুৱাই নিয়ক। অৱশ্যে তেওঁলোকক পতিয়ন নিওৱাৰ দায়িত্ব দলৰ সভাপতি ভুৱনেশ্বৰ কলিতাৰ ওপৰত জাপিবই লাগিব। তেতিয়াহে দিল্লীত তেওঁৰ কিমান প্ৰভাৱ আছে সেই গোমৰ ফাক হৈ যাব।

"ময়ো নিশ্চয় যাম। কিয়নো দেৱ-দেৱীসকলক দলৰ কিছুমান গোপনীয় কথা মই নিজেই গৈ বুজাব লাগিব। যেনে, চাকৰিৰ কথাই! কেৱা হাজাৰো পুলিচ, শিক্ষক, ইঞ্জিনীয়াৰ, নাৰ্ছ, পিয়ন-চকীদাৰ আৰু বিষয়াৰ চাকৰি দিয়াৰ প্ৰস্তুতি পূৰ্ণ কৰি থোৱা হৈছে। আনকি, তেওঁলোকক পূজা দিবলৈ প্ৰতিজনৰ বাবে পাঁচ লাখলৈকে টকা লৈ থোৱা হৈছে।

"এতিয়া সেইখিনি কাম সম্পূৰ্ণ কৰিব নোৱাৰিলে টকাবোৰ হজম হ'ব কেনেকৈ? মই কিবা সেই ধন অকলে খাইছোঁ নে? মোৰ চৰ্দাৰসকলে মোৰ ভাগলৈ যিকণ ঠেলি দিছে, সেইখিনিহে মই পাইছোঁ? বাকীখিনিৰে দিল্লীৰ প্ৰভুসকলক পূজা-পাতল দিওঁতে আৰু দলৰ নিৰ্বাচনী বৈতৰণী পৰা কৰিবলৈ এম এল এ কিনোতে আৰু দেৱ-দেৱী, হৰ্তা-কৰ্তা-বিধাতাসকলক দিওঁতেই গৈছে। ইফালে আঁচনিবোৰৰ কি হ'ব? টকা-পইচাবোৰ আহি জমা হৈছে। ঠিকাদাৰক অগ্ৰিম দিয়াৰ নামত ইয়াৰ বহুখিনি খৰচো হ'ল। এতিয়া সমস্যা হ'ল নিৰ্বাচনৰ তাৰিখ ঘোষণাৰ পাছত সেইবোৰৰ সংমোদন জনোৱাতো বাধা নিষেধ পৰিল।

"ইফালে কেইজনমান অবাধ্য উপায়ুক্ত, আৰক্ষী অধীক্ষকক আঁতৰোৱাৰ কামটো আৰু বহুৱা-চামচা ৰূপী বিভিন্ন বিভাগৰ বিষয়াসকলক বিভিন্ন পদবীত স্থলাভিষিক্ত কৰি নিৰ্বাচনত মেনেজ কৰাৰো মূদা মৰিল। তদুপৰি, দলীয় প্ৰাৰ্থীৰ প্ৰাৰ্থিত্ব মনোনয়ন, সমভাবাপন্ন দলৰ সৈতে গোট-বন্ধন কৰা, দল ত্যাগৰ বাবে পা-পইচা দি আমাৰ দললৈ অনা— এই আটাইবোৰ অতি জটিল কাম কৰিবলৈ বাকী আছে! ছিঃ! কি যে ধুমুহাৰ দৰে ভোট বিপদটো আহি পৰিল!", মূৰত সৰগ ভাঙি পৰা গগৈদেৱৰ বুকুখনত চিন্তাৰ অনন্ত ঢৌ বগাই থকা-সৰকা কৰি পেলালে।

তৰুণ গগৈয়ে দিল্লীৰ লগত যোগাযোগৰ চেষ্টা চলাই থাকোঁতে মাজ নিশা হ'ল। গৃহিণীয়ে কথা বিষম যেন দেখি স্বামীক আশ্বাস দিলে, "হেৰা! তুমি কি এইবোৰ হোজা-ৰাজনীতিকৰ দৰে চিন্তা কৰি থাকাহে? সেইসোপা কিহৰ কাৰণে

গোটাইছানো? ধন ভাঙিলে সকলো সম্ভব। আৰু যদি লাগে তোমাৰ সেই চৰ্দাৰকেইজনক এতিয়াই অৰ্ডাৰ দিয়া— বোলে এই সপ্তাহৰ ভিতৰতে তেওঁলোকে সকলোৱে দহ কোটিকৈ দিয়ক। কোৱা, দিল্লীৰ পূজা-পাতল নিদিলে দেব-দেৱী ৰুষ্ট হ'ব আৰু ৰুষ্ট হ'লেই সকলোৱে সান্দহ খোৱা বালি তল পৰিব।"

"পাওক মজা, বাপেকে। তোমাৰ নামত ধনৰ পাহাৰ কৰি তোমাক কেঁচুৱাক কল দিয়া দি ঠগিছিল নহয়? এতিয়া সাত দিনৰ ভিতৰত পাঁচজনৰ পৰা পঞ্চাশ কোটি আৰু বাকীবোৰৰ পৰা অন্ততঃ দহ কোটি আনিব লাগিব। তেতিয়া লগলাগি কিমান হ'ব? ষাঠি কোটি হ'ল দেখোন? আৰু বাকী খিনি আলমাৰী খুলিলেই পাবা। তেন্তে কিহৰ চিন্তা? দিল্লীৰ বাবে খুব বেছি বিছ কোটি। তেন্তে বাকীখিনিৰ অংকটো কৰি লোৱাচোন? দলো জয়ী হ'ব, তুমিও মুখ্যমন্ত্ৰী হ'বা। আহাঁ ভাত খাই নিশ্চিন্ত হৈ শুই থাকা।"

গৃহিণীৰ কথাত গগৈদেৱ কিছু আশ্বস্ত হ'ল যদিও ভাতৰ পাতলৈ গৈ প্ৰথম গৰাহটো মাৰোঁতে বুকুখন চম্‌চমাই গ'ল্‌— যেন ভাত নহয় শিলহে খালে। ততাতৈয়াকৈ বিছনালৈ আহি টোপনি যোৱাৰ চেষ্টা কৰিলে। কিন্তু চকুৰ টোপনি স্বৰ্গত বিচৰণ কৰি ফুৰিছে।

এটা মুহূৰ্তৰ বাবে তেখেতৰ মনটো পাঁচ বছৰ পিছলৈ উভতি গ'ল। উহ্ ৰাম! কি অসহ্য যন্ত্ৰণা। এনেহেন স্বৰ্গপুৰীৰ লেখীয়া অসম সাম্ৰাজ্যৰ তেৱেঁই যে বিগত পাঁচ বছৰ ধৰি একছত্ৰী সম্ৰাট হৈ ভোগ-বিলাস, ঐশ্বৰ্য-সম্পদৰ জোৱাৰত উটি-ভাহি ফুৰিলে, সেই কথা এতিয়া সপোন সপোন লাগিব। তেওঁ ভাবিলে, "এই ধুৰন্ধৰ মন্ত্ৰীকেইটাই অসমখন লুটমাৰ কৰি মোৰ নিকা ভাবমূৰ্তিত কলঙ্ক সানিলে। হাইকমাণ্ডেও মোক মুখ্যমন্ত্ৰীৰূপে প্ৰক্ষেপ নকৰিলে। অথচ, লুটমাৰৰ নগণ্য অংশৰূপে পোৱা ধনৰ পৰাই নগদ কুৰি কোটি ঢালি পূজা-পাতাল দিলোঁ। এইবোৰ এই ভুৱনেশ্বৰেই মোৰ বিপক্ষে কৰা কূট-কৌশল। খুৱাম নহয়, বাপেকে মুখ্যমন্ত্ৰীৰ ভাত। লাগিলে অগপ(প্ৰ)ৰ তুলেন ব্ৰহ্মাকে তেওঁৰ বিপৰীতে উঠাই দি তেওঁক হৰুৱাম। মই টোপনিহাৰা হোৱাটোৱে এইমাত্ৰ মোৰ বাবে হৈছে সুখবৰ। কিয়নো ৰাতিটোৰ ভিতৰতে এই সকলোবোৰ 'প্লেনিং' সম্পূৰ্ণ কৰি পেলাব লাগিব", তৰুণ গগৈয়ে ভাবিলে।

ৰাতিপুৱা ব্ৰেকফাষ্ট খাই তেখেত অফিচলৈ গ'ল। বিভাগীয় চৰ্দাৰ কেইজনকো খবৰ দিলে। মিটিঙত সকলো নিযুক্তিৰ ফাইল বেকডেটত চহী কৰি নিযুক্তি চূড়ান্ত কৰা হ'ল। সকলো আঁচনিৰ টকা বেকডেটত মোকলাই দিয়া হ'ল। মাটি-বাৰীৰ আবণ্টনৰ ফাইলত উদ্যোগী ব্যৱসায়ীসকলে আগবঢ়োৱা ধনৰ বিপৰীতে মহানগৰীৰ ভূমি আবণ্টন কৰা হ'ল। গছ-গছনি-পাহাৰ-পৰ্বত কটাৰ বাবেও "বেকডেটেড" নিৰ্দেশ দিয়া হ'ল। এই সকলোবোৰ গুৰু-গম্ভীৰ বিষয়ৰ জোৰা মাৰি আবেলিৰ উৰণত মন্ত্ৰীসভাৰ সদস্যবৰ্গ আৰু দলীয় এম এল এ সকলক লৈ

গগৈদেউ দিল্লীত বাহৰ পাতি থাকিলগৈ।

ছোনিয়া-মনমোহনক মাজনিশা লগ ধৰি সকলো বুজাই দি মাত্ৰ ডেৰটা-দুটা মাহৰ বাবে নিৰ্বাচন পিছুৱাই দিয়াৰ দাবী তুলিবলৈ অনুৰোধ কৰা হ'ল। মাজনিশা দুয়োকে গভীৰ আলোচনাত মগ্ন দেখি গগৈদেৱে ভাবিলে যে দুশ্চিন্তা অকল তেওঁৰেই নহয়, দেৱ-দেৱীৰো আছে। কিন্তু, গগৈৰ প্ৰস্তাৱত ছোনিয়া-মনমোহন নিৰুদ্বেগ। কোনো সঁহাৰি নাই। মাথোন ক'লে, "চিন্তা কৰিছা কেলেই? হোৱা ইলেকশ্বন হ'বই। যোৱা ইলেকশ্বন যাবও। কিন্তু আমাৰ দল পুনৰবাৰ ক্ষমতাসীন হ'বই। তুমি পাহৰিলা নেকি, তুমি কিমানবোৰ জ্যোতি আঁচনিৰ জৰিয়তে অসমখনৰ অৱস্থা নদন-বদন কৰিলা? বিজ্ঞাপনৰ জৰিয়তে তোমাৰ বাতৰি-কাকতকেইখনকো ধনী কৰিলা? এতিয়া সেইবোৰে তোমাৰ হৈ প্ৰচাৰ-সমৰ্থনৰ ঢোল পিটিবই।" কথাবোৰ মিঠা খোচমাৰি ছোনিয়াই ক'লে।

"তুমি এটাই ভুল কৰিলা। তুমি লালুজীক বাজেটৰ আগতে আহি অলপ পূজা-পাতল দিলে ব্ৰডগজ লাইন, বগীবিলৰ দলং আদি জৰুৰী কামবোৰ হৈ গ'লহেঁতেন। সেয়া তোমাৰ অযোগ্যতা। তাতে কাকপথাৰত নৰমেধ যজ্ঞটো পাতি আমাৰ দলক তুমিয়েই ডুবালা। এতিয়া সেইবোৰ ঠিক-ঠাক কৰাটো তোমাৰ দায়িত্ব। এজিপিৱালাবোৰক এশিকনি দিয়াৰ বাবে তুমি প্ৰফুল্লক হাত কৰা, যাতে অন্ততঃ কুৰিটা সমষ্টিত ভোটৰ বিভাজন হৈ এজিপি-ৰ নাম-গোন্ধ নাইকিয়া হয়। এতিয়া কাইলৈকে সাম্ৰাজ্যলৈ ঘূৰি গৈ নিৰ্বাচনৰ কামত মনোনিৱেশ কৰাগৈ। তোমাৰ আৰু ডাঙৰ ভুলটো হ'ল— সেই লুটমাৰৰ নায়ককেইজনৰ ওচৰত তুমি কৰা আত্মসমৰ্পন। বাৰু, এতিয়া সেইবোৰ যি হ'ল হ'ল," মনমোহনজীয়ে সহানুভূতিৰে গগৈদেৱক বুজাই দিলে।

পিয়েম সিঙে তৰুণ গগৈক কটাক্ষ কৰি বিদায় দিলে আৰু গগৈদেৱে বাবু দিগ্বিজয় সিঙক লগত লৈ মাজনিশা ছোনিয়াক অসমৰ অতি সাম্প্ৰতিক অৱস্থান সম্পৰ্কে অৱগত কৰালে। ছোনিয়াই ভেকাহি মাৰি ক'লে, "নিৰ্বাচন পিছুওৱাৰ অজুহাত নল'বা। অসমত মোৰ দলে ক্ষমতা হেৰুৱালে কাৰো গাদী সুৰক্ষিত হৈ নাথাকে বুলি জানিবা।" ছোনিয়াই কাম নকৰাকৈ বাতৰি কাকত যোগে ভুৱা প্ৰচাৰ কৰি আৰু দুৰ্নীতিত ডুবি আঁচনিৰ ধন অপচয় কৰাৰ উপৰি তেওঁৰ নিজৰ মাননিৰ কথাও অৱহেলা কৰাত তেওঁ মনে মনে ক্ষুব্ধ হৈ তেওঁক বিদায় দিলে।

দিল্লীৰ পৰা আহি চিয়েম চাহাব নিদ্ৰাহাৰা হ'ল। নিৰ্বাচন নিপিছুৱালেও তেওঁৰ সিমান এটা দুখ নাই। চুঙা চাই সোপা তৈয়াৰ কৰি কিবাকৈ মেনেজ কৰাৰ প্লেন কৰিব পাৰিব। কিন্তু তেওঁৰ দুখ হ'ল, হাইকমাণ্ডে মানে দেৱী গোঁসানীয়ে তেওঁক মুখ্যমন্ত্ৰীৰূপে প্ৰক্ষেপ নকৰি তেওঁক মুখ থেকেচা খুৱালে। 'যিহওক, এতিয়া সেইবোৰ কথা ভাবি লাভ নাই। গতনাং শোচনা নাস্তি। এতিয়া মাজ সাগৰত টুলুঙা নাও বাই আছোঁ যিহেতু, কিবা কৰি পাৰতো পাবই লাগিব?", গগৈয়ে সান্ত্বনা ল'লে।

তেওঁ তেওঁৰ বিশ্বস্ত সাংগো-পাংগ চাৰিজনক ৰুদ্ধদ্বাৰ বৈঠকলৈ ভৰপুৰাতে মাতিলে আৰু আগন্তুক বিপদৰ কথা সকীয়াই প্ৰত্যেককে নিৰ্ধাৰিত দায়িত্বত ন্যস্ত কৰিলে। এইবাৰ কংগ্ৰেছৰ পথৰ কণ্টক হ'ল অগপ। আগৰবাৰ অগপ-ক ডাষ্টবিনত পেলাই ৰাইজে আমাক গাদীত বহুৱাইছিল। এইবাৰ ৰাইজে আমাক ডাষ্টবিনত পেলাই অগপ-ক আমাৰ ঠাইত বহুওৱাৰ সিদ্ধান্ত হয়তো কৰিছে। আমি সকলো পথৰ কণ্টক মষিমূৰ কৰিবই লাগিব। নহ'লে ইহঁতে আমাক কাৰাগাৰৰ বগা ভাতো খুৱাব। "শুনা, জালুক ৰজা", তেওঁ তেওঁৰ মেনেজ মাষ্টাৰজনলৈ চাই ক'লে, "অন্ততঃ ৭০খন আসনত জিকাটো নিশ্চিত কৰা। মিঞা-বঙালীহঁতৰ ভোট-বেংকৰ গৰাখহনীয়া ৰোধ কৰাৰ বাবে ইতিমধ্যে বিদেশী (ন্যায়াধীকৰণ) নিৰ্দেশ, ১৯৬৪ চনৰ সংশোধনী ঘটাই পিছ দুৱাৰেদি হ'লেও আই এম (ডি টি) আইনখনকে পুনৰ বাহাল কৰা হ'ল আৰু এই বাংলাদেশী মিঞা ভাইসকল যে সুৰক্ষিত, সেই প্ৰচাৰ অভিযান চৰ অঞ্চলত অধিক শক্তিশালী কৰা। সদাগৰ বদৰুদ্দিন আজমলৰ ৰাইজৰ প্ৰতি কোনো অনুকম্পা নাই, তেওঁৰ ৰাজনৈতিক ভেটিও নাই। প্ৰফুল্ল মহন্তক বুজাই দিয়া— তেওঁক ধনে-জনে আমি সহায় কৰিম। তেওঁক ভাবী মুখ্যমন্ত্ৰী হিচাপেও আমি সমৰ্থন জনাম, যদিহে তেওঁ তেওঁৰ দলৰ ক্ষমতাশালী প্ৰাৰ্থী অগপ-ৰ ঘাটিসমূহত প্ৰতিদ্বন্দিতা কৰিবলৈ যোগ্য প্ৰাৰ্থী আগবঢ়ায়।

ইতিমধ্যে চাহ-বাগিচা অঞ্চলত আমাৰ সৈন্যবাহিনী নমাই দিয়া হৈছে। এই বাহিনীয়ে টকা, মদ, কম্বল, ৰেছন আৰু খাহি মাৰি ভোজ পাতি ভোটবোৰ ঘূৰাই অনাৰ দায়িত্ব লৈছে। তদুপৰি জালুক ৰজাই এই ভোটিং মেচিনবোৰো এনেকৈ ঠিক-ঠাক কৰিব যাতে অগপ, ভাজপা, এ ইউ ডি এফ-ৰ বুটন টিপিলেও সেইবোৰ কংগ্ৰেছৰ ভোটত যোগ হয়গৈ। কি সুন্দৰ ব্যৱস্থা দেখিছানে? আৰু বৰাক ৰজাই তেওঁৰ মাফিয়া বাহিনীৰে এই ক্ষেত্ৰত সকলো সুৰক্ষা মূলক ব্যৱস্থা নিশ্চিত কৰিছে। যদি কিবা গণ্ডগোল হৈ যায় আৰু অংকবোৰ ওলট-পালট হৈ যায়, তেন্তে আমাৰ বাহিনীয়ে বিশ্বস্ত আমোলাৰ সহায়ত ভোটিং মেচিন অচল কৰি থ'ব। পিছে, এই কাম কংগ্ৰেছবিৰোধী কেন্দ্ৰতহে কৰিব লাগিব। বাৰু এতিয়া পলম নকৰোঁ। নিজৰ নিজৰ কামত মহাযুদ্ধৰ তৎপৰতাৰে এই মুহূৰ্তৰ পৰা জঁপিয়াই পৰা। গুড লাক, বয়জ।" কথাখিনি কৈ গগৈদেৱে কিছু সকাহ পালে।

মুইখমন্ত্ৰীৰ নিৰ্দেশ আখৰে আখৰে পালন কৰি জালুক ৰজা- বৰাক ৰজা সকলোৱে তেওঁক অৱগত কৰিলেহি। ক'লে বোলে, ভোটৰ শেষ নিশাৰ খেলখনেই নিৰ্ণয় কৰিব সকলোৰে ভাগ্য। সমগ্ৰ অসমতে ভোট কিনাৰ ব্যৱস্থা, বিৰোধী পক্ষৰ ভোটাৰক বাধা দিয়া আদি সকলো ব্যৱস্থা সম্পূৰ্ণ কৰা হ'ল। কেৱা ঠাইতো কংগ্ৰেছী সমৰ্থক-প্ৰাৰ্থীৰ বিৰুদ্ধে নিৰ্বাচন আয়োগত আচৰণবিধি ভংগৰ গোচৰো উঠিল।

সেইবোৰ গতানুগতিক কথা। মূৰ ঘমোৱাৰ কোনো কাৰণ নাই। এতিয়া এটাই কাম কৰিবলৈ বাকী আছে। এহেজাৰ প্ৰাৰ্থীৰ ভাগ্য সংৰক্ষিত ভোট মেচিনবোৰ 'ডাবুল লক'ৰ পৰা উধাও কৰি নতুন যন্ত্ৰেৰে সলনি কৰিব পাৰিলেই ৰক্ষা। কিন্তু নিৰ্বাচন আয়োগৰ এই ধূৰ্ত টেগুনটোৱে চব পণ্ড কৰি পেলালে যে! তৰুণ গগৈৰ ওচৰত জালুকৰজাৰ খেদ।

অৱশেষত প্ৰথম পৰ্যায়ৰ ভোটৰ দিন আহিল। ভোট দেৱতাই লগতে বৰষুণৰ দেৱতাকো লৈ আহিছে। তথাপিও বৰষুণ নেওচি ৰাইজে নিজৰ গণতান্ত্ৰিক অধিকাৰ সাব্যস্ত কৰাৰ লগতে ৰাৱণসকলক বধ কৰাৰ উদ্দেশ্যে ভোট গ্ৰহণ কেন্দ্ৰলৈ লানি পাতিছে।

মই বহুবল্কীও ভোট গ্ৰহণ কেন্দ্ৰলৈ ভোট দিবলৈ গৈছোঁ। ভোটবাবুসকলে মোৰ নামটো পৰীক্ষা কৰি এটুকুৰা কাগজ হাতত দিলে আৰু বাওঁহাতৰ আঙুলিটোত চিয়াহীৰ এটা দাগ দি ভোট মেচিনৰ পিনে পঠিয়ালে।

মেচিনটোৰ ৰং-ৰূপত মুগ্ধ হৈ মই ৰৈ আছোঁ। বাবু এজনে ধমকৰ সুৰত ক'লে, "এই মানুহজনে তাত কি কৰি আছে? বুটাম এটাত টিপি সোনকালে ওলাই আহক।" "ৰ'বা, ৰ'বা। বুটাম টিপাৰ বাবেইতো আহিছিলোঁ। এতিয়া দেখোন সকলো খেলিমেলি? ইয়াত থকা নাম আৰু ছবিবোৰ যেন একোটাইত নৰখাদক দানৱ।" মই ক'লোঁ। ভয়তে ওলাই আহিব খোজোঁতেই বাবুজনে ক'লে, "আপুনি নাৰ্ভাছ হৈছে কিয়? বুটাম টিপি বাহিৰ হৈ আহক।"

ময়ো নাৰ্ভাছ হৈ য'তে টিপিব নালাগিছিল, তাতেই টিপি ওলাই আহিলোঁ। ছেঃ কিখন যে কৰিলোঁ।

এনেতে আহিল কুটিল কাকতি। "হেৰৌ বহুবল্কী! তই বোলে আজি ডাঙৰ ঘটনা কৰিলি? সকলোৰে মুখে মুখে প্ৰচাৰ হৈছে, বোলে বহুবল্কীয়ে বহু টকা-পইচা লৈ কংগ্ৰেছক ভোট দিলে। বুজিছ? তইনো এনে বেয়া কাম কিয় কৰিলি অ'?"

"সেই কাম সকলোৱে কৰিছে। ময়ো কৰিছোঁ। দুপইচা ঘটি লোৱাৰ সুযোগ পাঁচ বছৰত এবাৰহে আহে", মই ক'লোঁ।

"পিছে, বহুতো ভোটাৰে এইবাৰ কংগ্ৰেছী পাণ্ডাসকলক ডাষ্টবিনত পেলালে। ভোট দিম বুলি টকা-পইচা ল'লে কংগ্ৰেছৰ। কিন্তু ভোট দিলে অগপক। তৰুণ গগৈৰ মুখ শুকান। জালুক ৰজাৰ ব্যাখ্যাও বিচাৰিলে। জালুকে কি ক'লে জান? "ছাৰ! ইমান দিনে আমি ৰাইজক ঠগি আহিছোঁ। এইবাৰ ৰাইজে আমাক ঠগিলে।" কিন্তু ছাৰ! আপুনি চিন্তা নকৰিব। মই জালুক ৰজাই কৈছোঁ, ওস্তাদৰ মাৰ শেহত।" আমি পুনৰ বাৰ দিছপুৰ দখল কৰিমেই। ●●●

*অভিমত ৮ এপ্ৰিল ২০০৬*

# অথ টেলিফোন ৰহস্যৰ ৰসালাপ

কথাটো পুৰণি যদিও ইয়াৰ স্মৃতি আজিও সজীৱ। সেইবাবেই ক'ব খুজিছোঁ।

চাকৰিৰ পৰা অৱসৰ পোৱা লোকে হেনো মানুহ পালেই চিনাকি-অচিনাকি নির্বিচাৰে এবকলা মেলিবলৈ উত্তাল হৈ পৰে! কোনো কোনোৱে হেনো এইকণ সুযোগ ধৰিবলৈকে নিজৰ গেটৰ ওচৰতে বৈ থাকে। ঠিক চিকাৰৰ বাবে বৈ থকা বাঘৰ দৰে। এনেকৈ চিকাৰ হোৱাৰ পৰা নিজকে ৰক্ষা কৰিবলৈ কোনো কোনোৱে হেনো এনে বিপদ সঙ্কুল ৰাস্তাকে এৰাৰ নজিৰো আছে। এয়া চকুচৰহাসৱৰ কথা। সঁচা-মিছা নাজানো। মই পিছে বন্ধুবৰ্গীয়ে বদনামলৈ ভয় কৰোঁ। গতিকে আজি-কালি চাইচিতিহে গেটৰ ওচৰলৈকে এনে চিকাৰ বিচাৰি যাওঁ। কিন্তু তাত মোৰ কোনো দুখ নাই। মোৰ দুখ এটাটুঃ মই টেলিফোনৰ ক্ষেত্ৰত হ'লে অনন্ত হাৰাশাস্তি খাই হাৰ মানিলোঁ।

আনৰ কথা নাজানো। গ্ৰাহম বেলৰ এইবিধ নিৰ্জীৱ পদাৰ্থ হ'লে মোৰ বাবে এক সাংঘাতিক ৰক্তচাপ বৃদ্ধিৰ কাৰক হৈ পৰিছে। পাঠকসকলক থোৰতে ইয়াৰ মাথোন দুটামান দুখৰ কাহিনীৰ আভাস দিওঁ। কিয়নো ইয়াতকৈ দূৰলৈ হাত মেলিলে এখন মহাভাৰত হ'ব।

আজি কিছুদিন ধৰি আমি এটা অপ্ৰত্যাশিত বদনামৰ সন্মুখীন হৈছোঁ। বদনামটো হ'ল— আমি হেনো টেলিফোন বাজি থাকিলেও টেলিফোন নধৰোঁ। ঔ আই! আমি আকৌ টেলিফোন নধৰিবলৈ কিডাল আছে? অৱসৰ পোৱা মানুহ। আমালৈ নো কোনে কেইটা টেলিফোন কৰিব?

তাতে আমি কথা পাগল মানুহ। কথা শুনোৱাৰ চিকাৰ বিচাৰি ফুৰোঁ। কোনোবাই কৰা টেলিফোনত বিনা খৰচে মানে আনৰ ওপৰত টেক্কা মাৰি কথাৰ বকলা মেলিব পাৰোঁ। গতিকে টেলিফোন নধৰাৰ কি কাৰণ থাকিব পাৰে? আমি কিবা কাৰোবাৰ এসোপামান টকা-পইচা খাই পলাই ফুৰাৰ চেষ্টা কৰিছোঁ নে?

সঁচা কথাটো হ'ল, ক্ৰিং ক্ৰিং শব্দজাঁই শুনাৰ লগে লগে আমি এশমিটাৰ দৌৰৰ প্ৰতিদ্বন্দ্বীৰ দৰে লৰ-ঢাপৰখন কৰোঁ। যিবোৰ ক্ৰিং ক্ৰিং শব্দ শুনো, সেইবোৰ ঠিকেই ধৰোঁ। নুশুনাবোৰ কেনেকৈ ধৰিম? কিন্তু কথাবোৰ দেখোন কিবা খেলিমেলি? কিছুমান শুনোঁ, কিছুমান নুশুনোঁ যে? ভাবিলো ক্ষণ-গণি টেলিফোনটোৰ টেঁটু চেপি ধৰিবলৈ ক'ৰবাত ভূত-চূত সোমাই আছে নেকি? উৰহীৰ ওৰ

পেলাবলৈকে টেলিফোন বিভাগৰ “অনুসন্ধান”ত এটা গোচৰ দিয়াৰ ঠিক কৰিলোঁ। কথাটোৰ গুৰুত্ব বাঢ়িছে এইবাবেই যে আমাৰ ল'ৰা-ছোৱালীহালৰ দুয়ো বাহিৰত থাকে। বিদেশত থকা ছোৱালীজনীয়েতো এবাৰ এনেকৈ ৰিং কৰি থকাতো আমাৰ কোনো উত্তৰ নোপোৱাত তাইৰ তালুত জিভা লাগি আমাৰ কিবা এটা অঘটন ঘটিল বুলি তাই চাৰিওফালৰ পানী ঘোলা কৰি পেলালে। পিছত যেনিবা আমি পি, চি, অ'-ৰ পৰা টেলিফোন কৰাত হে তাইৰ মুখত পানী আহিল। এইবোৰ চিন্তা কৰিয়েই মতলবী টেলিফোনটোৰ 'মুদ' ঠিক কৰিবলৈ সোনকালে গোচৰটো দিয়াৰ বাবে ব্যগ্ৰ হৈ পৰিলোঁ।

গোচৰ ৰুজু কৰাৰ বাবে মোৰ হাতত তিনিটা নম্বৰ মজুত আছেঃ ১৯৮, ৫৪০১৯৮ আৰু ৪৫২১৯৮। কোনটোত গোচৰ দিম? ইতিমধ্যে পোৱা তিতা সোপাত পেটৰ নাড়ী কোচ খাই আছে। এটালৈ ৰিং কৰিলে সেইটোৱে আনটোলৈ ঘূৰায়, সেই আনটোৱে আকৌ অন্য আনটোলৈ ঘূৰায়। এনেকৈ ঘূৰ্ণীয়মান চাকনৈয়াত পৰা পানী মেটেকাৰ দৰে পাক ঘূৰণি খাই সেই 'অ'ৰিজিনেল' নম্বৰটোলৈ পুনৰাই ৰিং কৰি পোৱা যি ধমকি খাইছিলো, তাৰ সোৱাদ এতিয়াও জিভাত লাগি আছে।

যিহওক, ঈশ্বৰক চিন্তি ঘূৰালোঁ ১৯৮। এইবিধ নিৰ্জীৱ পদাৰ্থৰ গৰাকী টেলিফোন বিষয়াই সমিধান দিলে যে আমাৰ টেলিফোন দিছপুৰৰ এলেকাধীন তেওঁৰ এলেকা হ'ল পাণবজাৰ। গতিকে তেওঁ '৫৪০১৯৮ টেলিফোন কৰক' বুলি দিহা দিলে।

ভাবিলোঁ, এইজন অপদাৰ্থৰ আকৌ এক্সেঞ্জৰ এলেকা সম্পৰ্কেও কোনো আইডিয়া নাই। জুৰ'ড অঞ্চলটো দিছপুৰৰ পৰা বিচ্ছিন্ন হৈ উলুবাৰীত সংযোগ হোৱা কথাটো সকলো ফোনগ্ৰাহকেই জানে। হ'লেও ঈশ্বৰৰ বাণীৰ দৰে তেৰাসবৰ বাণী অবিশ্বাস কৰিম কোন সতে? সেয়ে ৫৪০১৯৮ ডায়েল কৰিলোঁ।

তিনিবাৰমান ডায়েল কৰাৰ পিছত উত্তৰটো আহিল, 'আপুনি উলুবাৰীত জনাওক'। আগতে উলুবাৰীত গোচৰ দিও হতাশ হৈছোঁ। তথাপি দিবতো লাগিবই? ঘূৰালোঁ ৪৫২১৯৮ উলুবাৰীৰ নম্বৰটো। নাই। কোনো উত্তৰ নাই। এৰা-ধৰাকৈ আধাঘন্টামান ঘূৰালোঁ। তথাপিও কোনো সঁহাৰি নাই। মোক এই অপাৰ সাগৰৰ পৰা উদ্ধাৰ কৰাৰ বাবে ঈশ্বৰ প্ৰভুও টোপনিত। এই মুহূৰ্ত্তত মোৰ সহানুভূতি জন্মিছে প্ৰাণী-পদাৰ্থহীন সাগৰ-মহাসাগৰৰ একমাত্ৰ প্ৰাণী হৈ প্ৰতিটো পলকতে জীৱনৰ স'তে তয়াময়া যুঁজ দি জীয়াই থকা ৰবিনছন ক্ৰুছোলৈ।

মগজুৰ পৰা নিৰ্দেশ আহিল, “সেই যে চিনাকি ডিভিজনেল ইঞ্জিনিয়াৰ তপাদাৰ চাহেব! তেওঁকে এবাৰ কৈ চোৱা নাই কিয়?” তেওঁৰ লগতো আকৌ চিনাকি হৈছে এক দুৰ্বাদল কাজিয়াৰ মাজেৰেহে। অইন কথাত নহয়, ফোনৰ কথা

লৈছে। সেয়ে হ'লেও, আমাৰ পিছৰ সম্পৰ্ক মধুৰ। ঠিক ধুমুহাৰ পিছৰ শান্ত আকাশৰ দৰে। অলপ পিছলৈ সেই কথাও উনুকিয়াম। এতিয়া তপাদাৰ চাহাব মোৰ বাবে ত্ৰাণকৰ্ত্তা ঈশ্বৰ পুৰুষৰূপে মোৰ মনত থিতাপি লৈছে। গতিকে ডায়েৰীৰ পৰা তেখেতৰ নম্বৰটো উলিয়াই ৰিং কৰি আছোঁ। কিন্তু মোৰ কপাল মন্দা। তেখেতো নাই।

অভাৱেই আৱিস্কাৰৰ মূল। মগজুত হঠাৎ এটা চিন্তাই ক্লিক কৰি গ'ল। অনুসন্ধানৰ ১৯৭ত ৰিং নকৰো কিয়? নম্বৰটো ডায়েল কৰিলোঁ। ভাগ্য যেনিবা ভাল। এই গৰাকী মহাশয়ক একে কোবে পাই গ'লোঁ আৰু ৰুগীয়া টেলিফোনৰ গোচৰ লোৱা হৰ্তা-কৰ্তা মহাশয়ক বিচাৰি কেনেকৈ মই দিকভ্ৰান্ত বিভ্ৰান্ত হ'লোঁ, সেই দুখৰ কাহিনী বিৱৰি কোৱাত তেখেতে সহানুভূতিসহকাৰে মোক টেলিফোনৰ বেমাৰ ৰুজু কৰা কায়দা-কৌশলখিনি বুজাই দিলে। প্ৰক্ৰিয়াটো মোৰ দৰে কম ধতুৱাৰ বাবে বেছ জটিল আৰু দীঘলীয়া। সৰুতে নেওতা আৰু ডাঙৰত আনৰ টেলিফোন বা গাড়ীৰ নম্বৰ মনত ৰখাৰ দৰে মোৰ দুৰ্বল স্মৃতিশক্তিৰ ওপৰত অলেখ হাতুৰিৰ কোব মাৰি উক্ত প্ৰক্ৰিয়াটো মনত ৰাখিবলৈ চেষ্টা কৰিলোঁ যদিও খাৰখোৱা মনটোৰ পৰা সকলোখিনি মচখাই গ'ল আৰু ফলত কিবা খেলি-মেলিখন লাগি গ'ল। উপায় নাপাই ৰাজগড়স্থ বিভাগীয় মহকুমা বিষয়াজনকে সুধি এই ৰহস্যভৰা প্ৰক্ৰিয়াটোৰ ভেদ ভাঙো বুলি বুকুখন ডাঠ কৰিলোঁ আৰু তেখেতৰ নম্বৰটো ডায়েল কৰিলোঁঃ

"হেল্লো। এছ ডি অ' চাহাবে কৈছে নে?"

"হয়, মই কৈছোঁ।"

"মানে মই আগতে লগপোৱা জন নেকি?"

"আপুনি বা আগতে কোনজনক লগ পাইছিল?"

"এহ। ৰ'বচোন দেই। অ', মিষ্টাৰ দাস্‌ক।"

"হয়, মই দাসে কৈছো। কওকচোন কি হ'ল?"

"কি হ'ল নহয়, কি নহ'ল তাকেই সোধক। মানে, মিষ্টাৰ দাস! সকলোখিনি হ'ল, হ'বলৈ একো বাকী নৰ'ল। বাকীৰ'ল মাথোন বেমাৰটো মানে টেলিফোনৰ বেমাৰ। সামান্য গোচৰ এটা দিবলৈ সাতসাগৰ তেৰনদী পাৰ হৈও পাৰ নাপালোঁ। অৱশেহত ৪৫২১৯৮ নম্বৰতো ফোন কৰি ব্যৰ্থ হ'লো। আজিকালি কম্পিউটাৰৰ যুগ। কম্পিউটাৰে মোৰ কথা শুনিব ক'ত, ওলোটাকৈ মোক হে ইটো কৰক, সিটো কৰক বুলি এসোপামান নিৰ্দেশ দিয়াত লাগি গ'ল। হেৰি দাস চাহাব। এইবোৰ ভেঁকোভাওনা কিহৰ? তাতকৈ গোচৰ লোৱাৰ ব্যৱস্থাটোকে খাৰিজ কৰি নথয় কিয়? একেবাৰে আই, এম, ডি, টি আইনতকৈও এখোপ চৰা। গোচৰীয়াৰ ওপৰত ৰাম টাঙোন। বাংলাদেশীৰে অসমখন ভৰি গ'ল যদিও গোচৰ দিয়াৰ ৰাস্তাটো বন্ধ কৰাৰ

দৰে আপোনালোকেও টেলিফোনৰ বেমাৰ হ'লে গোচৰ দিব নোৱৰা ব্যৱস্থা কৰি ৰাখিছে।"

তেখেতে হাঁহি এটা মাৰিলে আৰু মোৰ দুখ-দুৰ্গতিৰ কথা বুজি পাই গোচৰ দিয়া পদ্ধতিটো বুজাই দিলে এনেকৈঃ "আপুনি ৪৫২১৯৮ত ডায়েল কৰিলে সিফালৰ(!) কথাখিনি ইংৰাজীত শুনাৰ বাবে ২ আৰু হিন্দীত শুনাৰ বাবে ১ ত আপোনাক ডায়েল কৰিবলৈ ক'ব। আপুনি ৰিচিভাৰটো কিন্তু ধৰি থাকিব আৰু "বিপ" শব্দটো শুনাৰ পিছত ১ বা ২ ত ডায়েল কৰিব। তেতিয়া আপোনাক আপোনাৰ নম্বৰটো ডায়েল কৰিবলৈ ক'ব। তেতিয়া কম্পিউটাৰে আপুনি কোৱা নম্বৰটো আপোনাৰ নিজৰ অৱগতিৰ বাবে আপোনাক কৈ দিব। যদি নম্বৰটো ঠিকেই কৈছে, তেন্তে আপুনি "বিপ" শব্দ কৰাৰ পিছত ১ নম্বৰ ডায়েল কৰিব আৰু যদি শুদ্ধ হোৱা নাই, তেন্তে শূন্য ডায়েল কৰিব। তেতিয়া আপোনাক প্ৰয়োজনীয় পৰামৰ্শ দিব। হয়তো চুপাৰভাইজাৰক টেলিফোন কৰিবলৈও ক'ব পাৰে।"

কাণ্ডকাৰখানা দেখি গোচৰ দিয়াৰ আশা মনৰ পৰা ধুই মোহাৰি পেলালোঁ যদিও দাসক ধন্যবাদ দি শেষ চেষ্টা এটা কৰি চাওঁ বুলি কঁকালত টঙালি বান্ধিলোঁ। মোৰ বাবে ইমানবোৰ কথা হজম কৰা টান বাবে কথাখিনি টুকি লৈছিলো। সেইমতে টেলিফোন কৰি এটা পৰ্যায়ত উত্তৰ পালোঁ, আপোনাৰ নম্বৰটো আমাৰ চিষ্টেমে দেখুওৱা মতে এইটোহে। মই ঘূৰালো মোৰ নম্বৰটো। চিষ্টেমে ভুল নম্বৰ এটা ৰেকৰ্ড কৰিবলৈ কিহে পাইছে? যিহওক, দাসৰ পৰামৰ্শ অনুসৰি আকৌ শূন্য নম্বৰত ৰিং কৰিলো। এইবাৰ পিছে লেঠাতো একেবাৰে মাৰি থৈছে। ক'লে, "দুঃখিত। আপোনাৰ নম্বৰটো আমাৰ চিষ্টেমত নাই!" সুধী পাঠকবৃন্দ! Dot মানে Department of Telecommunication বিভাগৰ চিষ্টেমতে যিহেতু মোৰ ফোনটোৰ শুংসূত্ৰ নাইকিয়া হৈছে, ইয়াৰ পিছত কিবা কৰিবলগীয়া ৰ'লনে? গতিকে মই ইতিমধ্যে চকুৰে সৰিয়হ ফুল দেখিলোঁ।

তথাপিও হতাশ নহৈ পুনৰাই শেষ চেষ্টা এটা কৰি চাওঁ বুলি ৪৫০০০০ নম্বৰত চুপাৰভাইজাৰ চাহাবক বিচাৰিলোঁ। দুৰ্ভাগ্যবশতঃ তেওঁক পাবলৈ মোৰ দুদিন লাগিল। টেলিফোনটো পায়েই সুধিলে, "কওকচোন, কিয় টেলিফোন কৰিছে?" "তাকেই ভাবিছোঁ, আপোনাক কি কাৰণে টেলিফোন কৰিব লাগে বা?" "অ", ঠিক আছে। কম্পিউটাৰে পঠাইছেতো? আপোনাৰ নম্বৰটো কওক।" নম্বৰটো ক'লোঁ। তেখেতে ক'লে, "হ'ব। আপোনাৰ কমপ্লেইন্ট নম্বৰ ৯৪৬।"

"কিন্তু মোৰ টেলিফোনটোৰ বেমাৰটোনো কি নুসুধিলে দেখোন?"

"অ', আচ্ছা কওক।" ক'লোঁ, "বুজিছে চুপাৰভাইজাৰ চাহাব! মোৰ টেলিফোনটো বৰ মতলবী। মানুহে আমাক ৰিং কৰিলে সি আমাক মন গ'লে শুনায় আৰু মন নগ'লে তাৰ সেই মধুৰ শব্দটো নুশুনায়। প্ৰাণীজাতীয় হ'লে এছাট-দুছাট লগাই ডিচিপ্লিনকে কৰিলোহেঁতেন। পিছে বান্দৰটো আপোনাৰ। নচুৱাবও লাগিব আপুনিহে।"

"হ'ব বাৰু" বুলি কৈ চুপাৰভাইজাৰ চাহাবে পৰ্বটো ইমানতে সামৰিলে। পিছে পৰ্বটোৰ চূড়ান্ত সামৰণি পৰিল সেইদিনা গধূলিহে। গধূলিৰ আগতে মোৰ টেলিফোনৰ মৃত্যু ঘটিছিল Doৰ চিষ্টেমতহে। গধূলিৰ পিছত কিন্তু মোৰ শ্বেল্ফৰ ওপৰত থকা আধা মৰা আধা জীয়া টেলিফোনটোৰো সম্পূৰ্ণ মৃত্যু ঘটিল। ভাবিলোঁ, গোচৰটো দি মই যে কি ডাঙৰ ভুলটো কৰি পেলালোঁ! খোৰাই কোঙাই বাই আছিলো যদিও এতিয়া লেঠাটোৱে মৰি থাকিল। জীৱিত কালত ইয়াৰ হৈ যে কিমান নো কাজিয়া-পেচালখন নকৰিলোঁ! সেই যে তপাদাৰ চাহাবৰ কথা! সেইখিনিও থোৰতে কওঁ।

এবছৰমান আগৰ কথা। টেলিফোনটো তিনিমাহমান ধৰি মৰি আছে। আমাৰ অঞ্চলটোত আন বহুতৰ টেলিফোনো মৰিছে। জুৰ'ড অঞ্চলৰ টেলিফোনসমূহ উলুবাৰীৰ এলেকাধীন কৰাৰ বাবে লাইনত দিনে-নিশাই কাম হৈ আছে বাবেই টেলিফোনবোৰ অচল হৈছে বুলি বহি আছোঁ। এনেতে হঠাৎ এদিন মৃত টেলিফোনটোৱে প্ৰাণ লাভ পাই তাৰ ক্ৰিং ক্ৰিং মধুৰ শব্দৰে হিয়াজুৰ কৰিলে। আনন্দত আত্মহাৰা হৈ দৌৰ মাৰিগৈ টেলিফোন ধৰিলোঁ। "হেল্লো! চক্ৰৱৰ্ত্তী নেকি?", সিফালৰ পৰা প্ৰশ্ন।

"নহয়, মই বৰুৱা।"

"কিন্তু এইটোতো চক্ৰৱৰ্ত্তীৰ হে টেলিফোন? এইটো অমুক নম্বৰ নহয় জানো?"

"সেই নম্বৰটো হয়। কিন্তু এইটো চক্ৰৱৰ্ত্তীৰ নহয়, মোৰহে টেলিফোন।"

সেই ফালৰ অদৃশ্য ভদ্ৰলোকে কি ভাবিলে নাজানো। কিন্তু কথাষাৰ শুনি মনত কিবা খেলি-মেলিখন লাগিল। লগে লগে ওচৰৰ পি, চি, অ' এটালৈ গৈ মোৰ নম্বৰটো ডায়েল কৰিলো। হয়, ফোন ধৰিছে চক্ৰৱৰ্ত্তীয়ে। তাৰমানে মোৰ ফোনটো এতিয়া মোৰ হৈ থকা নাই, চক্ৰৱৰ্ত্তীৰহে!

এনে গছত গৰু উঠা কথা শুনিলে বাৰু কাৰ ৰক্তচাপ বৃদ্ধি নোহোৱাকৈ থাকিব? চক্ৰৱৰ্ত্তীক সুধিলোঁ, মোৰ টেলিফোনটো কেনেকৈ তেওঁৰ হৈ গ'ল। চক্ৰৱৰ্ত্তীয়ে উত্তৰটো ঠিকেই দিলে, "আপুনি Doত খবৰ কৰক।" বুকুত জ্বলি উঠা বনজুইকুৰা লৈ একে কোবে তপাদাৰ চাহেবৰ ওচৰ পালোঁগৈ।

আগতে এনেকৈ এইসকল ঈশ্বৰ পুৰুষক দেখা কৰাৰ সৌভাগ্য হোৱা নাছিল। চৰকাৰৰ টেলিফোন। বিভাগীয় বিষয়া কৰ্মচাৰীসকলে বেয়া ফোন ভাল কৰা, বিল দিয়া আদি সমস্যা মেনেজ কৰি থাকে। সেয়ে তপাদাৰৰ ওচৰলৈ যোৱাৰ বাবে সঙ্কোচ হৈছিল যদিও এতিয়া যোৱাৰ বাহিৰে আন উপায় নাই। এইটো এতিয়া মোৰ ব্যক্তিগত টেলিফোন, চৰকাৰৰ নহয়। মোৰ মনৰ জুই ময়েই নুমাব লাগিব।

কঁকালত কোব খোৱা ফেঁটীসাপৰ দৰে ফেঁপেৰি পাতি ধৰিলোঁগৈ তপাদাৰ চাহাবক। তপাদাৰেও কিন্তু গজেন্দ্ৰ গাম্ভীৰ্যৰে সমিধান দিলে, "দিনে নিশাই আমাৰ

কাম চলি আছে। আগৰখিনি আগতে কৰি আছোঁ। সময়ত আপোনাৰো কৰিম।” খণ্ডটো দমাবলৈ বৃথা চেষ্টা কৰি সুধিলোঁ, “কিন্তু তপাদাৰ! এজনৰ টেলিফোন আন এজনক ব্যৱহাৰ কৰিবলৈ দিয়াৰ অনুজ্ঞাপত্ৰখন আপোনাক কোনে দিলে? মোৰ টেলিফোন চক্ৰবৰ্ত্তীক উপহাৰ দিয়াৰ দোষত শাস্তি পোৱাৰ আপুনি যোগ্য”। মোৰ কথা শুনি তপাদাৰে থতমত খালে। “বাৰু! ইমানখিনি কথা ক'লোঁ যেতিয়া আপোনাৰ লগত চিনাকিটোও হৈ লওঁ” বুলি কৈ মোৰ চিনাকিটো দি আকৌ ক'বলৈ ধৰিলো, “আপোনালোক নাদৰ ভেকুলী। আপোনালোকক আদালতলৈ নিশ্চয় টানিম। কিবা ক'বৰ আছে?”

তপাদাৰে এনে এক বিসঙ্গতি এৰাই চলাৰ বাবে লগে লগে সুৰ সলনি কৰি ক'লে, “বহুকচোন ছাৰ। আগতে একাপ চাহ খাই ঠাণ্ডা হৈ লওঁ। আপোনাৰ অসুবিধাখিনিৰ বাবে মই দুঃখিত। কিন্তু মই কথা দিলোঁ, আপোনাৰ টেলিফোন সাতদিনৰ ভিতৰত ঠিক হৈ যাব।”

“ঠিক হৈ যোৱাৰ কথা নহয়, তপাদাৰ। বেঠিক কিয় হ'ল তাৰ হে জবাব লাগে। লগতে আপুনি মোক এইকেইটা প্ৰশ্নৰ উত্তৰ দিয়কঃ “(১) এজনৰ টেলিফোন নম্বৰ আন এজনৰ ঘৰত দি টেলিফোনৰ বিলৰ বাবে মোক দায়বদ্ধ কৰাৰ দোষত আপুনি ভা. দ. বি. আইনৰ ৪২০ ধাৰা মতে আদালতত শাস্তি খাব লাগে নে নালাগে? (২) এনে কুকৰ্মৰ দ্বাৰা মোৰ যি ক্ষতি কৰিলে, তাৰ ক্ষতিপূৰণ কোনে, কেনেকৈ দিব? (৩) যি বিষয়া-কৰ্মচাৰীয়ে এনে দুষ্কৰ্ম কৰিলে সিহঁতক আপুনি কি শাস্তি দিব?” তপাদাৰ চাহাবে হতভম্ব হৈ ক'লে, “টেলিফোন বেয়া হোৱা তিনিমাহৰ বিল আপুনি দিব নালাগে। সাতদিনৰ ভিতৰত কাম নহ'লে মোক এটা ফোন কৰে যেন।”

পিছে, সাতদিন নহয়, তিনিদিনৰ দিনা টেলিফোনে নতুন নম্বৰ এটাৰ চিনাকিৰে মোৰ ঘৰত নতুন জীৱন পালে। টেলিফোন ভাল হ'ল। তিনিমাহৰ বিলৰ ধনো ৰাম-ৰাৱনৰ যুদ্ধৰ পিছত শূন্য হ'ল। তেতিয়াৰ পৰাই এইজন চাহাব বিপদত মোৰ শেষ আশ্ৰয় হ'ল। টেলিফোনো ভালেই আছিল। এইবাৰহে মতলবী বুলি দিয়া গোচৰৰ পৰিপ্ৰেক্ষিতত সি মৰি থাকিল।

ইয়াৰ আগতেও এবাৰ আসন্ন মৃত্যুৰ ভয় খাইছিলোঁ। এদিন শুকুৰবাৰৰ আবেলি। ক্ৰিং ক্ৰিং শব্দটোৱে হঠাৎ বিনামেঘে বজ্ৰপাতৰ সঙ্কেত আনিলে, “আপোনাৰ অমুক তাৰিখৰ অমুক নম্বৰ বিলখনৰ বিপৰীতে দেয় ইমান টকা আদায় দিয়া হোৱা নাই। টেলিফোন বিচ্ছিন্ন নহ'বলৈ সোনকালে বিলখন আদায় দিয়ক।” বিচ্ছিন্ন বুলিলে বিচ্ছিন্ন। লাগিল এখন হুৱা-দুৱা।

মই আগৰ মাহলৈকে সম্পূৰ্ণ বিল আদায় দিছোঁ। স্থানীয় পোষ্ট অফিচত আদায় দিয়া বিলৰ ৰচিদ মোৰ হাতত আছে। অথচ পোষ্ট অফিচৰ ৰেকৰ্ডত 'চেক' নকৰাকৈ এনে এক মাৰাত্মক হুমকি দিয়াটো যে কাণ্ডজ্ঞানহীন কথা বিভাগটোৰ সেইখিনি উপলব্ধিও নাই। গ্ৰাহকৰ ওচৰত বিলখন দাখিল কৰি ধন আদায় কৰাৰ

দায়বদ্ধতাও নাই। একাধিক দিন লাইন ধৰি বিল অনা কামটো ঠেলি দিছে গ্ৰাহকলৈ। এওঁলোকৰ এপাত ব্ৰহ্মাস্ত্ৰ আছেঃ বিল নোপোৱাৰ অজুহাতত বিল আদায় নিদিয়াকৈ থাকিলে টেলিফোনৰ যোগাযোগ বিচ্ছিন্ন কৰা হ'ব। মুঠৰ ওপৰত যন্ত্ৰণা আৰু হাৰাশাস্তিৰ অন্য নাম টেলিফোন আৰু Dot ৰ অৰ্থ হ'ল ডিপাৰ্টমেণ্ট অব 'টৰচাৰ'। বা উৎপীড়নকাৰী বিভাগ।

এই উৎপীড়নৰ যে অন্ত নাই, তাৰ প্ৰমাণৰ অভাৱ নাই। সেই যে মোৰ নামৰ টেলিফোনটো চক্ৰৱৰ্ত্তী নামৰ সৌভাগ্যবান পুৰুষজনক তিনিমাহৰ বাবে উপহাৰ দিয়া হৈছিল, তাৰ বিষফলটো ময়ে উপভোগ কৰিব লগা হ'ল! তপাদাৰ চাহাবৰ কথামতে মই নিশ্চিত হৈ আছোঁ যে যিহেতু উক্ত তিনিমাহৰ বাবে মোৰ টেলিফোনটো মোৰ হৈ নাথাকি চক্ৰৱৰ্ত্তীৰ হে হৈ আছিল, গতিকে টেলিফোন বিভাগে দয়াপূৰ্বক মোক সেই সময়ছোৱা 'কল'ৰ বিপৰীতে দেয় ধনৰ বাবে ৰেহাই দিব। কিন্তু দুৰ্ভগীয়া য'লৈ যায়, সাগৰ শুকায়, মানিক লুকায়।

তপাদাৰৰ সেই তথ্য, সেই সত্য, সেই আশ্বাস ক'ৰবাত উফৰি পৰিল। পৰৱৰ্ত্তীমাহৰ পৰা সেই তিনিমাহৰ বকেয়া ধন হিচাপে দেখুওৱা চাৰে চাৰি হাজাৰ টকাৰ বিল মোৰ নামত আহিবলৈ ধৰিলে। বিভাগলৈ লিখা চিঠিপত্ৰবোৰ উলিয়াই পঢ়িলোঁ। হয়। মই দাবী কৰামতে তপাদাৰ চাহাবে এখনত লিখি দিয়া আছে, "যিহেতু ২১ মাৰ্চৰ ২২ জুলাইলৈ বৰুৱাৰ টেলিফোনটোৰ সেৱা বন্ধ আছিল, গতিকে, সেই সময়ৰ বাবে কোনো ধন আদায় দিয়াৰ দায়বদ্ধতা বৰুৱাৰ নাই। সেই অনুসাৰে তেওঁ এনে কোনো দেয়ক আদায় দিব নালাগে।"

এইখন পঢ়াৰ পিছত মূৰটো বেছিকৈ গৰম হ'ল আৰু সকলো কাগজ-পত্ৰ লৈ উলুবাৰী হিচাব সংৰক্ষণৰ মেনেজাৰৰ তালৈ উগ্ৰমূৰ্ত্তি ধাৰণ কৰি ঢাপলি মেলিলোঁ আৰু ভদ্ৰলোকক ধমকৰ সুৰত ক'লোঁ, "ডাঙৰীয়া! মই অমুক! আপোনাক সুধিব খুজিছোঁ, কেতিয়াবা জেইলৰ বগাভাত খাইছে নে? যদি নাই খোৱা, তেন্তে এইবাৰ ইয়াৰ সোৱাদ আপোনালোকক দিবলৈ প্ৰস্তুত হৈছোঁ। ভদ্ৰলোকে হতভম্ব হৈ ক'লে, "বাৰু সেইটো হ'ব। অলপ বহিলৈ কথাখিনি কওক"। মই কথাখিনি ক'লোঁ। তেওঁ তেতিয়া ক'লে, "আমি কি কৰিম? সেয়া কম্পিউটাৰৰ কাম। আপুনি কম্পিউটাৰকে জেইলৰ বগাভাত খুৱাব পাৰে। সেই টকাখিনি কিন্তু আপোনাৰ নামত আহি থাকিব। আমি একো কৰিব নোৱাৰোঁ। অৱশ্যে আপুনিও চিন্তা কৰিব নালাগে। অলপমান সহ্য কৰি গ'লেই সকলো ঠিকঠাক হ'ব! বুজিলোঁ, টপাদাৰ চাহাবো এজন ৰসিক মানুহ।

হেৰৌ সোণাই, ভোদাই, গেন্ধেলা ইয়াতকৈ ৰস-ৰহস্যজনক কাহিনী ক'ত পাবি অ'? ●●●

*অভিমত ৯ জুলাই ২০০৫*